

# অসমীয়া বিজ্ঞান সাহিত্য

অসম সাহিত্য সভা



# অসমীয়া বিজ্ঞান সাহিত্য





# অসমীয়া বিজ্ঞান সাহিত্য






সংকলক-সম্পাদক

শ্ৰীডিম্বেশ্বৰ চলিহা




অসম সাহিত্য সভা

ASAMIYĀ BIGYĀN SĀHITYA

*A collection of lectures and discussion of seminar on Assamese since literature held at Duliajan from 16th to 18th October 1987 and Published by Sri Satish Chandra Choudhury, General Secretary, Asam Sahitya Sabha, Chandrakanta Handique Bhawan, Jorhat—785001*

*1st Edition—1994, Price Rs. 50·00 only.*

● প্ৰকাশক ● শ্ৰীসতীশ চন্দ্ৰ চৌধুৰী ● প্ৰধান সম্পাদক ● অসম সাহিত্য সভা ● চন্দ্ৰকান্ত সন্দিকৈ ভৱন ● যোৰহাট-১ ●

● প্ৰথম প্ৰকাশ ● অক্টোবৰ ১৯৯৪ ●

● বেটুপাত ● জ্ঞানেন্দ্ৰ বৰকাকতি ●





● মুদ্ৰক ● শ্ৰীভুবন দাস ● লক্ষ্মী প্ৰেছ ● জনীয়া পথ ● বৰপেটা (অসম) ●

● মূল্য ● পঞ্চাশ টকা মাত্ৰ ●





# প্ৰধান সম্পাদকৰ একাষাৰ

বিজ্ঞান আৰু সাহিত্যঃ—এই দুয়োটা বিষয় বৰ্তমান কালত পৰস্পৰৰ পৰিপূৰক হৈ পৰিছে। জীৱজগতৰ প্ৰাৰম্ভিক কালৰে পৰা বিজ্ঞানৰ পটভূমি আৰম্ভ হৈছিল যদিও, শিল্পবিপ্লৱৰ পিছত প্ৰযুক্তি বিদ্যাৰ উৎকৰ্ষ সাধনৰ পৰাহে মানৱ বুৰঞ্জীত বিজ্ঞানৰ জয়যাত্ৰা আৰম্ভ হ'ল। প্ৰাক-ঐতিহাসিক যুগত জুইৰ আৱিষ্কাৰৰ পৰাই বিজ্ঞানৰ জন্ম হৈছিল মানুহৰ মনত জন্মা অপৰিসীম বিস্ময় আৰু কৌতুহলৰ মাজেৰে। সময়ত ই ৰূপকথা আৰু অতিকথালৈ ৰূপান্তৰিত হৈছিল। আৰ্যভট্ট, ভাস্কৰ, চৰক, শুশ্ৰুত, বৰাহমিহিৰ ইত্যাদি বিশিষ্ট পণ্ডিত আৰু বিজ্ঞানী সকলে প্ৰাচীন কালতে ভাৰতীয় বিজ্ঞান জগতক সমৃদ্ধ কৰাত বৰঙণি যোগাইছিল। শিল্প-বিপ্লৱৰ ফলস্বৰূপে সৃষ্টি হোৱা বৈপ্লৱিক পৰিবৰ্তন আৰু উদ্যোগিক বিকাশে মানৱজাতিৰ বুৰঞ্জীত ভাবিব নোৱাৰা এক অধ্যায়ৰ সূচনা কৰিলে।

মানুহৰ বিস্ময় আৰু কৌতুহ'লৰ মাজেৰে যেনেকৈ বিজ্ঞানৰ জন্ম হ'ল, ঠিক তেনেদৰে বিস্ময়, আবেগ আৰু অতিকথাৰ মাজেৰে জন্ম হ'ল সাহিত্যৰ। শিল্প বিপ্লৱৰ সময়লৈকে বিশ্ব-সাহিত্যই ন-ন ৰূপত উদভাষি উঠিল, কিন্তু তেতিয়ালৈকে বিজ্ঞান সাহিত্যৰ সৃষ্টি হোৱা নাছিল। শিল্পবিপ্লৱৰ পিছৰ কালত মানুহৰ কল্পনাই যেতিয়া বিজ্ঞানৰ ৰূপ ল'লে, বিস্ময় যেতিয়া বাস্তৱত পৰিণত হ'ল—মানুহৰ মনেও ন-দিগন্তলৈ ঢাপলি মেলিলে আৰু সৃষ্টি হ'ল বিজ্ঞান সাহিত্যৰ। জুলে ভাৰ্ণে, আইজাক এছিম'ভ, জে. বি, মাৰ্লিকাৰ ইত্যাদি বিজ্ঞান-কাহিনী লেখকৰ কল্পনাত মূৰ্ত্তিমন্ত হৈ উঠিল বিজ্ঞান সাহিত্যই আৰু বাস্তৱ ৰূপ পৰিগ্ৰহ কৰিলে।

কুসংস্কাৰ আৰু অন্ধ বিশ্বাসেৰে ভৰপূৰ মানৱজাতি যুক্তি আৰু বুদ্ধিৰ সোপানত খোজ পেলালে।

আমাৰ কুসংস্কাৰ আৰু অন্ধ বিশ্বাসেৰে ভৰপূৰ দেশ তথা ৰাজ্যখনতো বিজ্ঞানক জনপ্ৰিয় কৰাৰ বাবে বিজ্ঞান কাহিনীৰ সৃষ্টি হ'ল আৰু ইয়াৰ মাজেৰে আজি কেইবছৰমানৰ ভিতৰত অসমীয়া বিজ্ঞান সাহিত্যইও মূৰ দাঙি থিয় দিব পৰা হ'ল ।

বিভিন্ন জনগোষ্ঠীৰে ভৰপূৰ আমাৰ ৰাজ্যখনত এতিয়াও বিজ্ঞান এটা কঠিন বিষয় হৈ আছে । দৈনন্দিন জীৱনত বিজ্ঞানৰ ন্যূনতম প্ৰয়োগৰ বাবেও আমাৰ সামাজিক জীৱন মন্থৰ হৈ আছে । সেই দিশলৈ লক্ষ্য ৰাখি অসম সাহিত্য সভাই বিজ্ঞানক সৰ্বসাধাৰণৰ বাবে জনপ্ৰিয় কৰি তোলাৰ বাবে কিছু আঁচনি হাতত লৈছে । তাৰে অংশ বিশেষ হিচাপে বিজ্ঞান সাহিত্যক জনপ্ৰিয় কৰি তোলাৰ বাবে তুলীয়াজান সাহিত্য সভাৰ উদ্যোগত অসম সাহিত্য সভাৰ বিজ্ঞান সাহিত্যৰ আলোচনা তিনিদিনীয়াকৈ শিবিৰ এটা ১৬,১৭,১৮ অক্টোবৰ, ১৯৮৭ চনত তুলীয়াজানত অনুষ্ঠিত কৰা হৈছিল । আলোচনাত অংশ গ্ৰহণকাৰী বিভিন্ন বিশিষ্ট বিজ্ঞান কাহিনী লেখক তথা বিজ্ঞানী সকলে পাঠকৰা ভাষণ তথ্য আলোচনা সমূহ সংগ্ৰহ কৰি 'অসমীয়া বিজ্ঞান সাহিত্য নামকৰণেৰে সভাৰ পক্ষৰ পৰা প্ৰকাশ কৰি উলিওৱাৰ ব্যৱস্থা কৰা হৈছে । গ্ৰন্থখনি ১৯৯০-৯১ বৰ্ষৰ প্ৰকাশন সমিতি তথা কাৰ্যনিৰ্বাহকে প্ৰকাশ কৰি উলিওৱাৰ সিদ্ধান্ত গ্ৰহণ কৰিছিল যদিও, বিভিন্ন কাৰণত সেয়া সম্ভৱ হৈ নুঠিল । ১৯৯৩-৯৪ বৰ্ষৰ সভাৰ প্ৰধান সম্পাদক ড° ৰামচৰণ ঠাকুৰীয়াৰ কাৰ্যকালত গ্ৰন্থখনি ছপাশাললৈ প্ৰেৰণ কৰা হয় । এই ছেগতে ড° ঠাকুৰীয়ালৈ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ । এই ক্ষেত্ৰত বিভিন্নপ্ৰকাৰ ভাষণসমূহ সংগ্ৰহ কৰি কিতাপ আকাৰে যুগুতাই দিয়াৰ বাবে গ্ৰন্থখনিৰ সংকলক-সম্পাদক শ্ৰীযুত ডিম্বেশ্বৰ চলিহাৰ এই ছেগতে আমি শলাগ ল'লোঁ । আটকধুনীয়া বেটুপাত এটি অংকনেৰে গ্ৰন্থখনিৰ সৌষ্ঠৱ বৃদ্ধি কৰাৰ ক্ষেত্ৰত অৰিহণা যোগোৱাৰ বাবে শিল্পী জ্ঞানেন্দ্ৰ বৰকাকতিৰ ওচৰত আমি কৃতজ্ঞ । পাণ্ডুলিপি প্ৰস্তুত কৰাৰেপৰা ছপাকাৰ্য্য, আৰ্হিকাকত চোৱা আদি সকলো কামতে সহায় আগবঢ়োৱাৰ বাবে সভাৰ হৈ শ্ৰীপ্ৰফুল্ল ভট্টাচাৰ্য, শ্ৰীঅমল ৰাজখোৱা, প্ৰাক্তন পত্ৰিক সম্পাদক ড° দয়ানন্দ পাঠক, কাৰ্যনিৰ্বাহকৰ প্ৰাক্তন সদস্য শ্ৰীকৰুণা দত্ত আৰু সভাৰ কৰ্মচাৰী আবুল হুছেইনৰ শলাগ লৈছোঁ । গ্ৰন্থখনি ছপাকৰি দিয়াৰ বাবে বৰপেটাৰ লক্ষ্মী প্ৰেছৰ স্বত্বাধিকাৰ তথা কৰ্মীবৃন্দলৈ আমাৰ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিছোঁ । গ্ৰন্থখনে পাঠক সমাজৰ সমাদৰ পালে আমাৰ শ্ৰম সাৰ্থক হ'ব বুলি আশা কৰিলোঁ ।



"চিৰ চেনেহী মোৰ ভাষা জননী"

৬ মে', ১৯৯৪
চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট—৭৮৫০০১

শ্ৰীসতীশ চন্দ্ৰ চৌধুৰী
প্ৰধান সম্পাদক
অসম সাহিত্য সভা

# বাট চ'ৰা

১৯৮৭ চনৰ ১৬, ১৭ আৰু ১৮ অক্টোবৰ। তেলনগৰী সৰু চহৰ ডুলীয়াজানত অনুষ্ঠিত হৈছিল এক আলোচনা চক্ৰ। চক্ৰৰ আয়োজন কৰিছিল অসম সাহিত্য সভাই। সহযোগত আছিল ডুলীয়াজান সাহিত্য সভা। চক্ৰৰ বিষয়বস্তুও আছিল তাৎপৰ্য্যপূৰ্ণ। সচৰাচৰ আলোচিত বিষয়ৰ ই আছিল এক ব্যতিক্ৰম। অসমীয়া সাহিত্যৰ আলোচনাৰ মাজলৈ সুৰাগুৰি তুলি আদৰি অনা হৈছিল— এগৰাকী ন-বোৱাৰী— অসমীয়া বিজ্ঞান সাহিত্যক। অনাদৰ অৱহেলাত পোত খাই থকা বোৱাৰীয়ে কোনো দিনে ভবা নাছিল— কোনোবাই আদৰিব বুলি। কিন্তু আদৰিলে। আদৰিলে অসম সাহিত্য সভাৰ দৰে এটা অনুষ্ঠানে। ধন্য হ'ল অসমীয়া বিজ্ঞান সাহিত্য, ধন্য হ'ল অসম সাহিত্য সভা।

অসমীয়া বিজ্ঞান সাহিত্যৰ বিষয়ে আলোচনা কৰিবলৈ আয়োজন কৰা এনে চক্ৰ অসম সাহিত্য সভাৰ বুৰঞ্জীত সম্ভৱ এয়ে প্ৰথম। অৱশ্যে ১৯৬৬ চনলৈকে অসম সাহিত্য সভাই বাৰ্ষিক অধিবেশনৰ লগতে বিজ্ঞানৰ আলোচনা চক্ৰ একোখনৰ আয়োজন কৰিছিল। কিন্তু সিবিলাকত কেৱল বিজ্ঞান সাহিত্যই আলোচিত হোৱা নাছিল, আলোচিত হৈছিল বিজ্ঞানৰ নানান বিষয়। অধিবেশনৰ লগতে বিজ্ঞানৰ আলোচনা হোৱাত বিজ্ঞানৰ লেখনিত হাত দিয়া বা হাত দিব খোজাসকল স্বাভাৱিকতে উৎসাহিত হৈছিল, আকৰ্ষিত হৈছিল সাহিত্য সভাৰ প্ৰতি আৰু অনুপ্ৰাণিত হৈছিল বিজ্ঞানৰ দুই এটা কথা লেখিবলৈ। কিন্তু সেই উৎসাহ আকৰ্ষণ আৰু আনুপ্ৰাণ হঠাতে থমকি ৰ'ল। সাহিত্য সভাৰ লগত সেইসকল লোকৰ যোগসূত্ৰ যোৱা দুটা দশকত প্ৰায় নোহোৱাৰ দৰে হ'ল। বিজ্ঞান লেখক সকল এঘৰীয়া হৈ পৰিল। অসম বিজ্ঞান সমিতিয়ে এই দিশত কিছু প্ৰচেষ্টা চলালেও অৰ্থৰ অভাৱত অসমীয়া বিজ্ঞান সাহিত্যৰ পূৰ্ণ বিকাশ

ঘটাব নোৱাৰে। সেইফালৰ পৰা অসম সাহিত্য সভাই তুলীয়াজানত আয়োজন কৰা আলোচনা চক্ৰৰ এক বিশেষ তাৎপৰ্য্য আছে। বিজ্ঞানী, বিজ্ঞান লেখক আৰু সাহিত্যিক সকলৰ মাজত ই নিশ্চয় পুনৰমিলনৰ সেতু গঢ়ি তুলিব।

তিনিদিন ধৰি হোৱা এই আলোচনা চক্ৰত অসমীয়া বিজ্ঞান সাহিত্যৰ বহুবোৰ দিশ থৰছি মাৰি আলোচনা কৰা হৈছিল। তুলীয়াজান সাহিত্য সভাৰ সভাপতি শ্ৰীপৰজ বকুল বৰুৱাই চক্ৰৰ আৰম্ভণীতে তেখেতৰ আদৰণি ভাষণত বিজ্ঞান সাহিত্যৰ প্ৰয়োজনীয়তাৰ কথা উল্লেখ কৰি এষাৰ গুৰুত্বপূৰ্ণ কথা কৈছিল— "অসমৰ বিভিন্ন ভাষা-ভাষী, বিভিন্ন জনগোষ্ঠীৰ সৰহভাগ লোকৰ বাবেই বিজ্ঞান এতিয়াও অবোধ্য। দৈনন্দিন জীৱনত প্ৰয়োজনীয় ন্যূনতম বিজ্ঞানৰ জ্ঞানৰ অভাৱত অসমৰ বিভিন্ন জনগোষ্ঠীৰ সামাজিক জীৱনৰ গতিধাৰা অত্যন্ত মন্থৰ।

আলোচনা চক্ৰত সৰ্বমুঠ চৌধটা প্ৰৱন্ধ পাঠ কৰা হৈছিল। ডাঃ মথুৰানাথ ভট্টাচাৰ্য্য আৰু ড° প্ৰতুল চন্দ্ৰ গোস্বামীৰ সঞ্চালকৰ ভাষণ, ড° কনক চন্দ্ৰ মহন্তৰ উদ্বোধনী ভাষণ আৰু ড° কালীনাথ শৰ্মাৰ মূখ্য অতিথিৰ ভাষণ কেইখনো প্ৰকৃততে বিজ্ঞান সাহিত্যৰ একো একোটা উচ্চমানৰ প্ৰৱন্ধই। সেই কাৰণে তেখেত সকলৰ ভাষণ কেইখনো প্ৰৱন্ধৰ ৰূপতে গ্ৰন্থখনত গাঁঠি দিয়া হৈছে। ডাঃ ভট্টাচাৰ্য্যই তেখেতৰ ভাষণত অসমীয়া বিজ্ঞান সাহিত্যৰ কেইবাটাও দিশৰ ওপৰত আলোকপাত কৰিলেও ঘাইকৈ পৰিভাষাৰ ওপৰতে জোৰ দিছে। তেখেতে কৈছে— "বিজ্ঞানৰ প্ৰৱন্ধ পাতি বুজাই লেখাৰ কাৰণে যি ভাষা ব্যৱহাৰ কৰা হয়, সি হব লাগে সহজ সৰল আৰু অনায়াসে বোধগম্য। তেনে নহ'লে বিশেষ পৰ্য্যায়ৰ পঢ়ুৱৈয়ে সকলো প্ৰৱন্ধ পাতি পঢ়িবলৈ অনিচ্ছুক হয়। আনহাতে বিজ্ঞানৰ পৰিভাষিক কেনে হোৱা উচিত— সেইটো বিশেষ পাঠকৰ মানসিক স্তৰৰ ওপৰত নিৰ্ভৰশীল।" তেখেতে আৰু কৈছে— "পৰিভাষিক অনুবাদ সম্ভৱ নহ'লে সহজবোধ্য সৰল ভাবানুবাদ হোৱা উচিত।" সুখৰ কথা যে মুকলি ভাবানুবাদ ইতিমধ্যে বহুতেই গ্ৰহণ কৰিছে আৰু ইয়াৰ যোগেদি বিজ্ঞান সাহিত্যক অধিক জনপ্ৰিয় কৰি তোলাত সফলো হৈছে।



আন এগৰাকী সঞ্চালক ডাঃ প্ৰতুল চন্দ্ৰ গোস্বামীয়ে অসমীয়া বিজ্ঞান সাহিত্যৰ বিভিন্ন দিশ আলোচনা কৰাৰ উপৰি ইয়াৰ এক গৌৰবোজ্জ্বল ইতিহাসো ৰোমন্থন কৰি কৈছে "অসমীয়া সাহিত্যই গদ্য সাহিত্য, ইতিহাস সাহিত্যলৈ গৌৰৱান্বিত হোৱাৰ দৰে বিজ্ঞান সাহিত্যলৈও একে ৰূপে গৌৰৱ কৰিব পাৰে। পঞ্চদশ শতিকাতে অসমীয়া ভাষাত "কিতাপত মঞ্জৰী", "লীলাৱতী কথা", "জ্যোতিষ চুড়ামণি" ইত্যাদি বিজ্ঞান বিষয়ৰ ৰচনা হৈছিল, পৰৱৰ্তী কালত 'খণ্ড সাধ্য", "ভাস্বতী শাস্ত্ৰৰ কথা", 'আৰ্য্যা কথা'' প্ৰসিদ্ধ 'হস্তী বিদ্যাৰ্ণৱ,' ঘোঁৰা নিদান আদি কিতাপ ৰাজ পৃষ্ঠপোষকতাত লেখা হৈছিল, কিন্তু ১৮১৫ খৃষ্টাব্দলৈ বঙালী ভাষাত বিজ্ঞান বিষয়ত তেনে কোনো উল্লেখযোগ্য ৰচনা লিখা হোৱা নাছিল। প্ৰৱন্ধৰ লেখনিত তেখেতে এক গুৰুত্ব পূৰ্ণ পৰামৰ্শ দাঙি ধৰি কৈছে যে বিজ্ঞানৰ ইতিহাস, বিজ্ঞানৰ আৱিস্কাৰ, বিজ্ঞানৰ সূত্ৰ আৰু সূত্ৰৰ ব্যাখ্যা, বৈজ্ঞানিকৰ জীৱনী, কাৰিকৰী বিজ্ঞান আৰু প্ৰযুক্তিবিদ্যাৰ প্ৰয়োগ এই পাঁচোটা শিতানত বিজ্ঞান সাহিত্য প্ৰকাশৰ বাবে হ্ৰস্বম্যাদী আৰু দীৰ্ঘম্যাদী পৰিকল্পনা গ্ৰহণ কৰা উচিত আৰু উপযুক্ত আৰু উচ্চস্তৰৰ বিজ্ঞান সাহিত্যৰ বাবে অসম সাহিত্য সভা, অসম প্ৰকাশন পৰিষদ, অসম বিজ্ঞান সমিতি আৰু অসম চৰকাৰে বিজ্ঞান লেখক শ্ৰেণীৰ সৃষ্টিৰ বাবে পৰিকল্পনা হাতত লোৱা উচিত।

আলোচনা চক্ৰ উদ্বোধন কৰি দিয়া ভাষণত অসমৰ এগৰাকী সু-প্ৰতিষ্ঠিত বিজ্ঞান লেখক ড° কনক চন্দ্ৰ মহন্তই বিজ্ঞানৰ কোনবিলাক ৰচনা সাহিত্যৰ অন্তৰ্ভুক্ত কৰিব পাৰি আৰু কোনবিলাক নোৱাৰি— তাৰ এক তুলনামূলক ব্যাখ্যা দাঙি ধৰিছে। প্ৰকাশকৰ অভাৱতেই যে অসমীয়া বিজ্ঞান সাহিত্য ঠিহিৰা মাৰি আছে— সেই কথাও উল্লেখ কৰিছে। পৰিভাষাৰ ক্ষেত্ৰত তেখেতৰ মত হ'ল যে কেৱল অসমীয়া ভাষাৰ নামতে প্ৰচলিত ইংৰাজী শব্দ একোটাৰ ঠাইত আচহুৱা ইংৰাজী শব্দ এটা প্ৰয়োগ কৰা নিষ্প্ৰয়োজন।

আন এগৰাকী স্বনামধন্য সাহিত্যিক ড° কালীনাথ শৰ্মা আছিল উক্ত আলোচনা চক্ৰৰ মুখ্য অতিথি। ড° শৰ্মাৰ শব্দৰ বাচনি; ৰচনাৰ কৌশল

আৰু বিষয়বস্তু একোটা উপস্থাপনৰ ৰীতি ইমানেই ৰসাল যে এবাৰ সোৱাদ পালে এৰি দিয়া টান। ড° শৰ্মাই তেখেতৰ প্ৰবন্ধত অসমীয়া ভাষাত বিজ্ঞান ৰচনাৰ সমস্যা সমূহৰ ভাবে বিস্তৃত ভাব দাঙি ধৰিছে। কেনেধৰণৰ বিষয়বস্তুনো বিজ্ঞান সাহিত্যৰ অন্তৰ্ভুক্ত হোৱা উচিত আৰু পৰিভাষাৰ ৰূপ কেনে হোৱা উচিত— তাৰ ওপৰতো মুকলিকৈ আলোচনা কৰিছে।

অসমীয়া বিজ্ঞান সাহিত্যৰ জুতি লৈ ফুৰা যি কোনো পাঠকেই ড° বিজয়কৃষ্ণ শৰ্মাক নোঁ-শৰীৰে নেদেখিলেও বিজ্ঞানৰ কিতাপ-পত্ৰ, প্ৰবন্ধপাতিৰ যোগেদি জানে, চিনি পায়। তেখেতেও আলোচনা চক্ৰত যোগদান কৰি এটি দীঘলীয়া প্ৰবন্ধৰে বিষয়টোৰ বিভিন্ন দিশৰ ওপৰত আলোকপাত কৰিছে। বিজ্ঞান সাহিত্য কি? শিশু বিজ্ঞান সাহিত্য, বিষয়বস্তু একোটাৰ প্ৰাসঙ্গিক প্ৰয়োজনীয়তা, ৰচকৰ দায়িত্ব, আৰু প্ৰকাশৰ সমস্যা আদি নানান সমস্যাৰ কথা শ্ৰীশৰ্মাই বিস্তৃত ভাবে দাঙি ধৰিছে।

বৰ্তমানৰ আন এগৰাকী অতি জনপ্ৰিয় বিজ্ঞান সাহিত্যিক হ'ল শ্ৰীশান্তনু তামুলী। শ্ৰীতামুলী যথাৰ্থতে এগৰাকী শিশু সাহিত্যিক তেখেতৰ সম্পাদনাত প্ৰকাশ পোৱা 'মৌচাক' আৰু 'আৱিষ্কাৰেই সেই কথা ইতি-মধ্যে প্ৰমাণ কৰিছে। তেখেতে আগবঢ়োৱা প্ৰবন্ধৰো মূল বিষয়বস্তু বিজ্ঞান-ভিত্তিক শিশু সাহিত্য। বিজ্ঞানক জনপ্ৰিয় কৰাৰ উদ্দেশ্যে তেখেতৰ মন্তব্য হ'ল— "বিজ্ঞানৰ বহুতো কথা সৰ্বসাধাৰণ আৰু শিশুৰ বাবে দুৰ্বোধ্য। বিজ্ঞানৰ এই জ্ঞান ভাণ্ডাৰৰ আভাস সৰ্বসাধাৰণক দিব নোৱাৰিলে বিজ্ঞান আৰু প্ৰযুক্তিবিদ্যাৰ সফল প্ৰয়োগ ঘটিব নোৱাৰে আৰু মানব জাতিয়ে গ্ৰহণ কৰাত পলম হয়। দুৰ্বাৰ গতিত অগ্ৰসৰ হোৱা বিজ্ঞান আৰু প্ৰযুক্তিবিদ্যাৰ সৈতে খোজত খোজ মিলাই আগুৱাবলৈ হ'লে বিজ্ঞানৰ তত্ত্বগধুৰ সূত্ৰ আৰু আৱিষ্কাৰ সমূহ সৰ্বসাধাৰণে বুজিব পৰা ভাষাত থাকিব লাগিব।" শিশু বিজ্ঞান সাহিত্যৰ নানান দিশৰ ওপৰত আলোকপাত কৰা শ্ৰীতামুলীৰ এই প্ৰবন্ধটো নিঃসন্দেহে অসমীয়া বিজ্ঞান সাহিত্যৰ চৰ্চা কৰিব খোজা সকলৰ বাবে বাটকটীয়া হ'ব।

অসমীয়া ভাষাত নিয়মীয়াকৈ প্ৰবন্ধপাতি লেখি অসমীয়া বিজ্ঞান



সাহিত্যলৈ বৰঙণি আগবঢ়োৱা এগৰাকী লেখক হ'ল ড° কুলেন্দু পাঠক। ব্যক্তিগত অসুবিধাৰ কাৰণে তেখেত চক্ৰত উপস্থিত থাকিব নোৱাৰাত তেখেতৰ প্ৰবন্ধ পাঠ কৰি দিয়া হ'ল। অসমীয়া বিজ্ঞান সাহিত্যৰ নানা সমস্যা আৰু সিবিলাক কিদৰে নিৰাময় কৰিব পাৰি— তাৰ ওপৰত তেখেতে কিছু মন্তব্য দাঙি ধৰিছে। ভাল লেখকৰ অভাৱ আৰু পৰিভাষাৰ সমস্যাৰ ওপৰতে তেখেতে খাইকৈ জোৰ দিছে।

আলোচনাচক্ৰত আন এগৰাকী অংশ গ্ৰহণকাৰী হ'ল— ডিম্বেশ্বৰ চলিহা। তেখেতে তেখেতৰ প্ৰবন্ধটোক বিজ্ঞান সাহিত্যৰ ভাগ, অসমীয়া বিজ্ঞান সাহিত্যৰ আৰম্ভণী, বৰ্তমানৰ অসমীয়া বিজ্ঞান লেখকসকল, পৰিভাষা, বিজ্ঞান গ্ৰন্থত থকা আসোঁৱাহ আদি কেইটামান প্ৰধান ভাগত বিভক্ত কৰি আলোচনা কৰিছে। তেখেতৰ দীঘলীয়া প্ৰবন্ধটোত অসমীয়া বিজ্ঞান সাহিত্যৰ বহুবোৰ প্ৰয়োজনীয় কথাই আলোচিত হৈছে।

কোৱা ভাষা আৰু লিখিত ভাষাৰ ব্যৱধান কমাই নানিলে যে সাধাৰণ লোক বিজ্ঞান সাহিত্যৰ দ্বাৰা উপকৃত নহয়— সেই কথাৰ অৱতাৰণা কৰিছিল ড° চন্দ্ৰকান্ত চেতিয়াই এটি প্ৰবন্ধৰ মাজেদি। তেখেতে ইয়াকো কৈছে যে বিজ্ঞান সাহিত্যৰ যোগেদি মানুহে দুখ ক্লেশ, অভাৱ অনাটন দূৰ কৰিব পাৰিলেহে তেনে সাহিত্যৰ প্ৰতি মানুহৰ অনুৰাগ বৃদ্ধি পাব। বিজ্ঞান সাহিত্যৰ দুই চাৰিটা সমস্যাৰ কথা উল্লেখ কৰি ড° চেতিয়াই সমাধানৰ পৰামৰ্শও আগবঢ়াইছে।

বিজ্ঞানৰ আন আন বিষয়ৰ তুলনাত চিকিৎসা বিজ্ঞানেই সৰ্বসাধাৰণ লোকক অধিক আকৃষ্ট কৰে। কাৰণ, সকলোৱেই নিজৰ বেমাৰ আজাৰৰ কাৰণসমূহ আৰু বেমাৰৰ পৰা ৰক্ষা পৰিব পৰা উপায় সমূহ জানিবলৈ বিচাৰে। সেই কাৰণেই সম্ভৱ তাহানি কালৰে পৰা এতিয়ালৈকে চিকিৎসা বিজ্ঞানৰ চাহিদা বিজ্ঞানৰ আন শাখাৰ গ্ৰন্থৰ তুলনাত অধিক। চিকিৎসা বিজ্ঞানৰ নানান প্ৰবন্ধ পাতি আৰু দুই চাৰিখন গ্ৰন্থ লেখি জনপ্ৰিয়তাৰ উচ্চশিখৰত আৰোহণ কৰা এগৰাকী লেখক হ'ল— ডাঃ নগেন দত্ত। তেখেতৰ লেখাৰ কৌশল আন লেখকৰ কাৰণে ঈৰ্ষাৰ বস্তু। ঘৰুৱা শব্দ জতুৱা ঠাচ আদিৰ প্ৰয়োগ, মানুহৰ মন চুই যোৱা উপমা আদি নানা কাৰণত তেখেতৰ যি কোনো ৰচনা যি কোনো পাঠকে আগ্ৰহেৰে পঢ়ে

পঢ়ি আনন্দ পায় আৰু বিষয়বস্তুও সহজে আয়ত্ত কৰে। অৱশ্যে আলোচনা চক্ৰত পাঠ কৰা প্ৰবন্ধটোত ডঃ দত্তই বিজ্ঞান সাহিত্যৰ সামগ্ৰিক ৰূপটোৰ ওপৰতহে আলোচনা কৰিছে। এচৰু ভাতত এটা পিটিকাৰ দৰে ডঃ দত্তৰ এইটো প্ৰবন্ধ পঢ়িও পাঠকে তেখেতৰ ৰচনাৰাজিৰ এটা চানেকি চাব পাৰে।

আলোচনা চক্ৰৰ আন এগৰাকী চক্ৰধাৰী হ'ল— ড° মহেন্দ্ৰ নাথ বৰা। 'বিদেশৰ বতৰা', 'কুৰিজন বিজ্ঞানী' আদি কেইবাখনো বিজ্ঞান বিষয়ক গ্ৰন্থ লেখি ড° বৰাই ইতিমধ্যে অসমীয়া বিজ্ঞান সাহিত্যত এক বিশেষ স্থান দখল কৰি লৈছে। সমাজৰ সাধাৰণ লোকসকলক বিজ্ঞান আৰু প্ৰযুক্তিবিদ্যাৰ জ্ঞান আঞ্চলিক ভাষাত দিব পাৰিলেহে যে ব্যক্তি তথা সমাজৰ ক্ৰমাত উন্নতি সম্ভৱ— সেই কথা ড° বৰাই যুক্তি সহকাৰে দাঙি ধৰিছে। এই ক্ষেত্ৰত তেখেতে বঙালী ভাষাত বিজ্ঞান সাহিত্য ৰচনাৰ কাৰণে ড° সত্যেন বসুৰ দৰে লোকৰ আশাসুধীয়া চেষ্টাৰ কথাও উল্লেখ কৰিছে। অসমীয়া ভাষাত বৰ্তমানে প্ৰকাশ পোৱা নানা ধৰণৰ বিজ্ঞান ভিত্তিক আলোচনী আৰু গ্ৰন্থবো তেখেতে প্ৰশংসা কৰে।

"অসমীয়া ভাষাত বিজ্ঞান চৰ্চা" নামেৰে এটি প্ৰবন্ধ আগবঢ়াই শ্যামা প্ৰসাদ শৰ্মাই চক্ৰত বিজ্ঞান সাহিত্যৰ বিষয়ে কিছু কথা দাঙি ধৰে। তেখেতে বিজ্ঞানৰ পাঠ্যপুথি, প্ৰসঙ্গ পুথি আৰু বিজ্ঞান সাংবাদিকতাৰ কথাও উল্লেখ কৰে। অসমীয়া ভাষাত কিদৰে বিজ্ঞান সাহিত্যৰ প্ৰসাৰ ঘটাব পাৰি— সেই সম্পৰ্কেও তেখেতে কিছু পৰামৰ্শ দাঙি ধৰে।

আন এগৰাকী আলোচক ড° মুকুল কুমাৰ শৰ্মাই অসমীয়া ভাষাত বিজ্ঞান সাহিত্য জনপ্ৰিয় কৰিবৰ কাৰণে ল'ব লগা নানান উপায়ৰ কথা উল্লেখ কৰে। তেখেতে কয় যে বৰ্তমান বিজ্ঞান কেৱল বিজ্ঞানী আৰু বিজ্ঞানৰ ছাত্ৰ-ছাত্ৰীৰ বাবেই নহয়, সমগ্ৰ মানৱ সমাজৰ বাবে। আজি কালি প্ৰত্যেক কথাতে বৈজ্ঞানিক দৃষ্টিভঙ্গী, জীৱনৰ সকলো সমস্যা সমাধানৰ ক্ষেত্ৰতে বৈজ্ঞানিক পদ্ধতিৰ প্ৰয়োগ, বৈজ্ঞানিক মনোভাব আদি সকলো মানুহৰে জীৱনৰ এক প্ৰধান উপাদান হৈ পৰিছে। বিজ্ঞান সাহিত্যক জনপ্ৰিয় কৰিবৰ কাৰণে কেইটামান পৰামৰ্শও তেখেতে দাঙি ধৰে।



ড° সোণেশ্বৰ শৰ্মাৰ প্ৰবন্ধৰ মূল বিষয়বস্তু হ'ল— বিজ্ঞান ভিত্তিক শিশু সাহিত্য। ড° শৰ্মাই ভাৰতৰ বিভিন্ন আঞ্চলিক ভাষাত প্ৰকাশ পোৱা শিশু সাহিত্যৰ এক তুলনামূলক তথ্যও দাঙি ধৰে। তেখেতে বৰ্তমানে অসমীয়া ভাষাত প্ৰকাশ পোৱা শিশু গ্ৰন্থ সমূহৰো দোষ-গুণ খুচৰি এক সুস্থ সমালোচনা আগবঢ়ায়।

এটা নতুন বিষয়ৰ ওপৰত ৰেখাপাত কৰে এগৰাকী আলোচক কমল বৰদলৈয়ে। বিষয়টো হ'ল— জ্যোতিবিজ্ঞান। যদিও একালত দুই চাৰিখন জ্যোতিবিজ্ঞানৰ পুথি অসমীয়া ভাষাত ৰচিত হৈছিল, তথাপি বৰ্তমান ই এক অৱহেলিত বিষয়। শ্ৰীবৰদলৈয়ে আক্ষেপ প্ৰকাশ কৰি কৈছে যে যি সময়ত অন্যান্য ভাষাত জ্যোতিবিজ্ঞানৰ ওপৰত ভেজা দি নানা ধৰণৰ বিজ্ঞান ভিত্তিক গল্প-উপন্যাসৰ সৃষ্টি হৈছে, সেই সময়ত অসমীয়া ভাষাত জ্যোতিবিজ্ঞানৰ ওপৰত কোনো চৰ্চাই হোৱা নাই। তেখেতৰ এই পৰামৰ্শই নিশ্চয় আমাৰ বহুটো বিজ্ঞান লেখকক অনুপ্ৰাণীত কৰিব আৰু জ্যোতিবিজ্ঞানৰ দুই চাৰিখন পুথি অসমীয়া ভাষাত প্ৰকাশ পাব।

অসমীয়া বিজ্ঞান সাহিত্যত শব্দৰ প্ৰয়োগ আৰু বাক্যৰ গঠন সম্পৰ্কে এক সুন্দৰ সমালোচনা আগবঢ়াইছে শ্ৰীবলেন্দ্ৰ কুমাৰ দাসে। আন এগৰাকী আলোচক শ্ৰীদিলীপ কুমাৰ দত্তই অসমীয়া ভাষাত বিজ্ঞান চৰ্চাৰ প্ৰয়োজনীয়তাৰ কথা উল্লেখ কৰি বিজ্ঞান চৰ্চাৰ যোগেদি কেনেকৈ সামাজিক পৰিবৰ্তন আনিব পাৰি— তাৰ ওপৰত আলোকপাত কৰিছে।

অসমীয়া বিজ্ঞান সাহিত্যৰ আন এগৰাকী ধ্বজাবাহক হ'ল— শ্ৰীক্ষীৰধৰ বৰুৱা। শ্ৰীবৰুৱা এগৰাকী চিত্ৰ শিল্পীও। সেইকাৰণে প্ৰবন্ধ বা গ্ৰন্থৰ মাজে মাজে প্ৰয়োজনীয় চিত্ৰ একোখন দি বিষয়বস্তু অধিক মনোগ্ৰাহী কৰি তুলিব পাৰে। তেখেতেও আলোচনা চক্ৰত অসমীয়া বিজ্ঞান সাহিত্য সম্বন্ধে কেইটামান মূল্যবান পৰামৰ্শ দাঙি ধৰে। তেখেতে অনুদিত বিজ্ঞান সাহিত্য আৰু বিজ্ঞানভিত্তিক গল্প উপন্যাসৰ প্ৰয়োজনীয়তাৰ কথাও উল্লেখ কৰে।

মূল আলোচক সকলৰ উপৰিও চক্ৰত উপস্থিত থকা দুই চাৰিগৰাকী ব্যক্তিয়ে বিজ্ঞান বিষয়ক নানা ধৰণৰ প্ৰশ্ন তুলি চক্ৰখন সজীৱ কৰি

তুলিছিল। অসমৰ বিভিন্ন ঠাইত থকা অসমীয়া বিজ্ঞান লেখক সকলক মাতি আনি একেখন মঞ্চতে থিয় কৰোৱাটো তুলীয়াজান সাহিত্য সভা তথা অসম সাহিত্য সভাৰ কাৰণে কম কৃতিত্ব বা গৌৰৱৰ কথা নহয়। অসমীয়া সাহিত্যৰ বুৰঞ্জীত এই চক্ৰৰ অৱদান যুগমীয়া হৈ ৰ'ব আৰু এটা কথাত অসম সাহিত্য সভাই গৌৰৱ কৰিব পাৰে। সেইটো হ'ল যে অসম সাহিত্য সভাৰ কৰ্মকৰ্তাসকলে উপলব্ধি কৰিলে যে মানুহৰ স্মৃতিশক্তি যুগমীয়া নহয়। গতিকে ছপা আখৰত কথাবোৰ ধৰি নথলে যে পাছলৈ সি পাহৰণিৰ গৰ্ভত লীণ যাব সেই কথা উপলব্ধি কৰিয়েই সম্ভৱ চক্ৰৰ প্ৰবন্ধৰাজি গ্ৰন্থৰ ৰূপত থুপ খুৱাই থবলৈ ইচ্ছা কৰিলে অসম সাহিত্য সভাই। সাহিত্য সভাৰ এই উপলব্ধি প্ৰশংসনীয়।

গ্ৰন্থখনত অসমীয়া বিজ্ঞান সাহিত্যৰ সকলোবিলাক দিশ সম্পূৰ্ণ আৰু সঠিকভাৱে আলোচিত হৈছে বুলি কোৱাৰ দুঃসাহস আমাৰ নাই। তথাপি এষাৰ কথা কব পাৰি যে বৰ্তমান যিসকল লোক অসমীয়া বিজ্ঞান সাহিত্য ৰচনাত ব্ৰতী হৈ আছে— সেইসকলৰ বেছিভাগৰে দৃষ্টি ভঙ্গী গ্ৰন্থখনত সন্নিবিষ্ট কৰা হৈছে। অৱশ্যে তাৰ মাজতে কিছু চৰ্বিত চৰ্বনো নোহোৱাকৈ থকা নাই। প্ৰতিজন লেখকক কোনো নিৰ্দিষ্ট বিষয় ধৰি নিদিয়াৰ কাৰণে এনে হোৱাটো স্বাভাৱিক। প্ৰতিটো প্ৰবন্ধৰে তেনে-বিলাক কথা একাষৰীয়া কৰিব খুজিলেও প্ৰবন্ধৰ ধাৰাবাহিকতাত আউল লাগে। গতিকে কিছু এৰা ধৰা মনোভাব লৈ প্ৰয়োজন অনুসৰি সামান্য যোগ-বিয়োগ কৰা হৈছে। প্ৰবন্ধকাৰক সকলে যেন সেই কথাত মনত দুখ নাপায়।

সদৌ শেষত গ্ৰন্থখন সম্পাদনাৰ দায়িত্ব আমাৰ ওপৰতে ন্যস্ত কৰাত অসম সাহিত্য সভাৰ সমূহ কৰ্মকৰ্তালৈ কৃতজ্ঞতাৰ শৰাই যাচিলো।

শ্ৰীডিম্বেশ্বৰ চলিহা

সেউজপুৰ।
ডিব্ৰুগড়।
১৪/৩/৯১

# ঃ সূচী-পত্ৰ ঃ



## পৰিশিষ্ট ঃ

# অসমীয়া বিজ্ঞান সাহিত্য কেনে হোৱা উচিত ?

ড° কনক চন্দ্ৰ মহন্ত

বিজ্ঞান আৰু সাহিত্য এই দুয়োটাৰ কোনটোৰ আৰম্ভণি আগতে হৈছে কোৱা টান। জীৱজগতত মানুহৰ সৃষ্টিৰ আৰম্ভণিৰ পৰাই মানুহে নিজৰ ভাৱৰ আদান-প্ৰদান কৰি আহিছে আৰু ভাৱৰ আদান-প্ৰদানৰ মাধ্যম হিচাপে সৃষ্টি হয় ভাষা। ভাষাৰ পৰা আহে সাহিত্য। ঠিক সেইদৰে মানুহৰ সৃষ্টিৰ আৰম্ভণিৰ পৰাই মানুহে কিছুমান কাৰ্যকলাপ আৰম্ভ কৰে। যেনে— শিল ঘঁহি জুই আৱিষ্কাৰ কৰে, শিলৰ পৰা অস্ত্ৰ তৈয়াৰ কৰে, বীজ সিঁচি শস্য ৰোপন কৰে ইত্যাদি আৰু এই কৰ্ম-কৌশলবিলাক আছিল মানুহৰ প্ৰযুক্তি বিদ্যা। সেই প্ৰযুক্তি বিদ্যাৰ কাৰণ আৰু যুক্তি উদ্‌ঘাটন কৰাৰ পৰাই আৰম্ভ হয় বিজ্ঞান।

মানুহৰ আবেগ প্ৰকাশকাৰী আৰু মনোৰঞ্জনকাৰী লিখনীক সাহিত্য আখ্যা দিয়া হয়। সাহিত্য হ'ল মানুহৰ প্ৰকাশভঙ্গী, কিন্তু সকলো লিখনীকে সাহিত্য বোলা নহয়। কিছুমান তথ্য প্ৰকাশ কৰা লিখনীকে সাহিত্য বোলা নহয়। যেনে— হিচাপ লিখা বহী, ফাইলত লিখা টোকা, জাননী ইত্যাদিক আমি সাহিত্য বুলিব নোৱাৰো। কিন্তু এনে তথ্যপূৰ্ণ লিখনীও যদি কলা-কৌশলপূৰ্ণ হয়, তাক সাহিত্য বুলিব পাৰি। সেই হিচাপে বিজ্ঞানৰ তথ্যসমূহ আনন্দদায়ক হিচাপে কলাসুলভ কৰিব পাৰিলে, তাক আমি বিজ্ঞান সাহিত্য বুলিব পাৰো। বিজ্ঞানৰ কৰ্তব্য হ'ল প্ৰকৃতিত ঘটা কোনো ঘটনা, ব্যৱস্থা বা অঘটনক যুক্তি সহকাৰে ব্যাখ্যা কৰা আৰু তেনে ঘটনা বা ব্যৱস্থাক বাস্তৱ হিচাপে দৰ্শোৱা। বিজ্ঞানত কল্পনা বা অলিক সপোনৰ স্থান নাই, তাত নিহিত থাকিব লাগিব প্ৰকৃত সত্য; যাক বাস্তৱত ৰূপ দিব পাৰি। বিজ্ঞানৰ বিষয়বিলাক প্ৰয়োজনসিদ্ধ হব লাগিব, ইয়াত কাল্পনিক ভাৱধাৰা আৰু আনকি গণিতৰ পদ্ধতিৰো স্থান নাই, যদি তাক প্ৰয়োগসিদ্ধ কৰিব নোৱাৰি।

বিজ্ঞানৰ সত্য কিছুমানক চাক্ষুষ দৰ্শনৰে প্ৰমাণ কৰিব পাৰি আৰু এনে কৰোঁতে কোনো যন্ত্ৰ-পাতিৰে তাক পৰিবৰ্তন কৰা নহয় । যেনে, জ্যোতিৰ্বিজ্ঞানত আকাশৰ গ্ৰহ-নক্ষত্ৰৰ অধ্যয়ন চাক্ষুষ দৃষ্টিৰ দ্বাৰা কৰা হয় আৰু ইয়াক মানুহে সলনি কৰিব বা নিয়ন্ত্ৰণ কৰিব নোৱাৰে । আনহাতে বিজ্ঞানৰ কিছুমান সত্যক মানুহে পৰীক্ষাৰ দ্বাৰা আৱিষ্কাৰ বা প্ৰমাণ কৰে । এনে কৰোঁতে মানুহে কিছুমান যন্ত্ৰপাতি বা কৌশল ব্যৱহাৰ কৰে আৰু তাৰ দ্বাৰা নিজৰ নিয়ন্ত্ৰণাধীনত তেনে ঘটনা ইচ্ছানুসৰি পুনৰাবৃত্তি কৰাব পাৰে । আকৌ বিজ্ঞানত অলিক কল্পনাৰ স্থান নাই যদিও, তাত কল্পনাসুলভ ধাৰণাৰ স্থান আছে আৰু এনে ধাৰণাৰ অবিহনে বহু আৱিষ্কাৰৰ সূচনা নহ'লহেঁতেন এনে ধাৰণা কিছুমান সময়ত আদৰ্শ ৰূপ হয়, যেনে—গেছৰ সূত্ৰ (Gas theory) আৰু সমাজ-বিজ্ঞানৰ কিছুমান সূত্ৰ। কিছুমান ধাৰণা সংৰক্ষণৰ সূত্ৰৰ ওপৰত ভিত্তি কৰা হয়, যেনে—ডায়নামিক্‌চ আৰু এনাৰ্জেটিক্‌চ বিজ্ঞান। আন কিছুমান ধাৰণা শ্ৰেণীৰ ওপৰত ভিত্তি কৰা হয়, যেনে—জীৱ-বিদ্যাৰ শ্ৰেণী বিভাগ । কিছুমান ধাৰণা আকৌ কণিকা বা উপাদানৰ ওপৰত ভিত্তি কৰা হয়, যেনে - বংশানুবিজ্ঞান আৰু চাবএটমিক পদাৰ্থবিদ্যা । কিছুমান বৈজ্ঞানিক ধাৰণা 'মডেল' বাক্‌-ডায়াগ্ৰামৰ ওপৰত ভিত্তি কৰা, যেনে—ইকনমিত্ৰিক বিশ্লেষণ । এনে ধৰণৰ বৈজ্ঞানিক কল্পনা বা ধাৰণাই হ'ল প্ৰাকৃতিক ঘটনাসমূহক বোধগম্য কথাৰ বৌদ্ধিক চাবি-কাঠি । গতিকে বিজ্ঞানতো সাহিত্যৰ নিচিনা কল্পনাৰ স্থান আছে । সাহিত্যৰ কল্পনাৰ উদ্দেশ্য হ'ল পাঠকৰ চিত্তাকৰ্ষণ কৰা আৰু বিজ্ঞানৰ কল্পনাৰ মূল উদ্দেশ্য হ'ল বাস্তৱিক ধাৰণাৰ দ্বাৰা চিৰন্তন সত্যৰ প্ৰতিষ্ঠা। বিজ্ঞানৰ কল্পনা যদি বাস্তৱত পৰিণত নহয়, তেন্তে সি কাল্পনিক সাহিত্যৰ বাহিৰে একো নহয় ।

বিজ্ঞানীও কল্পনাসুলভ বাবে কিছুমান বিশ্ববিখ্যাত বিজ্ঞানী উচ্চ স্তৰৰ সাহিত্যিকো । এই বিষয়ত নিউটনৰ নামো উল্লেখ কৰিব পাৰি । অন্যান্য বিজ্ঞানীৰ ভিতৰত আছে, ফ্ৰান্সৰ জুলচ্‌-হেনৰী পইন কাৰে, জীন ৰোষ্টাণ্ড আৰু গেষ্টন বাচেলাৰ্ড, ইংলণ্ডৰ বাৰ্‌ট্ৰাণ্ড ৰাচেল আৰু



এনক্ৰেড নৰ্থ হোৱাইটহেড আৰু আমেৰিকা যুক্তৰাষ্ট্ৰৰ ৰেনে ডুবচ আৰু ৰবাৰ্ট ওপেনহেইমাৰ । এওঁলোক বিখ্যাত বিজ্ঞানীৰ উপৰিও একো একোজন প্ৰখ্যাত গদ্য সাহিত্যিকো আছিল । বিজ্ঞানীয়ে যেতিয়া জন-সাধাৰণৰ বাবে সাহিত্য ৰচনা কৰে, তেওঁলোকে সাধাৰণতে শব্দৰ ঝংকাৰ আনিবলৈ বিচাৰে। বহুতো জ্যোতিৰ্বিদ, পুৰাতাত্ত্বিক আৰু ভূ-তাত্ত্বিকে এই বিষয়েও বিজ্ঞানৰ বিষয়ত শব্দৰ ঝংকাৰ সৃষ্টি কৰে । এই বিষয়ত চাৰ জেম্‌চ জীনচৰ নাম উল্লেখ কৰিব পাৰি । পুৰণি কালত বিজ্ঞান আৰু সাহিত্য দুয়োটা কলাৰ সমন্বয় ঘটোৱাৰ সময়ত বিজ্ঞানীসকলে বৈজ্ঞানিক সত্য প্ৰতিষ্ঠা কৰালৈ বেছি লক্ষ্য নাৰাখি শব্দ আৰু বাক্য-মাধুৰ্য্যৰ প্ৰতিহে বিশেষ মন দিছিল । এই বিষয়ত এৰিষ্টটল, হিপোক্ৰিটাচ, গেলিলিও, নিউটন আৰু গ্যেটেৰ নাম উল্লেখ কৰিব পাৰি । বিজ্ঞানীয়ে বিজ্ঞানৰ জটিল তথ্যবোৰ সুন্দৰ আৰু সহজে বোধগম্য কৰা গদ্য সাহিত্যলৈ ৰূপান্তৰ কৰাত লাগিছিল । ১৮১৩ চনৰ পৰা ১৮৭৮ চনলৈ জীয়াই থকা বিখ্যাত শৰীৰবিদ বিজ্ঞানী ক্লড বাৰ্ণাৰ্ডৰ Introduction a' l' etude de la medecine experimental গ্ৰন্থ অতি আদৰ্শনীয়।

বৰ্তমানৰ কুৰি শতিকাৰ আগৰ কিছুমান কলা বিষয়ো বিজ্ঞানৰ সূক্ষ্ম অনুসন্ধানলৈ ৰূপান্তৰিত হৈছে। ইয়াৰ ভিতৰত আছে ৰাজনৈতিক অৰ্থনৈতিক, আৰু সামাজিক চিন্তাধাৰা আৰু এই বিষয়সমূহ বৰ্তমান ৰাজনীতি-বিজ্ঞান, অৰ্থনীতি-বিজ্ঞান আৰু সমাজ-বিজ্ঞানলৈ ৰূপান্তৰিত হৈছে । এই বিষয়সমূহৰ অধ্যয়নত এতিয়া বিজ্ঞানৰ সূক্ষ্ম বিশ্লেষণ, সংখ্যা বিশিষ্ট তথ্য, প্ৰক্ৰিয়া বিশ্লেষণকাৰী (Processing) যন্ত্ৰ আৰু গণিতৰ সূত্ৰৰ ব্যৱহাৰ কৰা হয়। এইবিলাক পদ্ধতিৰ দ্বাৰা বৰ্তমান অন্যান্য বিষয়বিলাকেও বিজ্ঞানৰ স্থান লাভ কৰিছে । এনে ধৰণৰ বৈজ্ঞানিক হেঁপাহৰ বাবে সাহিত্য কলাৰ কিছু ক্ষতি সাধন হৈছে। এই বিষয়ত ৰাজনৈতিক আৰু অৰ্থনৈতিক চিন্তাধাৰাৰ অধিক পৰিবৰ্তন হৈছে। ৰাজনীতিৰ ক্ষেত্ৰত ৰাজনৈতিক নেতাসকলে বহু বিষয়ত বৰ্তমান কোনো এটা ৰাজনৈতিক সূত্ৰ বা মতবাদৰ ওপৰত নিৰ্ভৰ নকৰাকৈয়ে বহুতো গুৰুত্বপূৰ্ণ সিদ্ধান্তত উপনীত হয় । তেওঁলোকে এনে সিদ্ধান্তবোৰক পিচত

ৰাজনৈতিক মতবাদৰ দ্বাৰা ব্যাখ্যা কৰাৰ প্ৰয়াস কৰে। এই সম্পৰ্কে আলবাৰ্ট আইনষ্টাইনে অভিমত প্ৰকাশ কৰিছে যে, ৰাজনীতি পদাৰ্থ-বিজ্ঞানতকৈও অধিক কঠিন আৰু ভ্ৰান্তিমূলক আৰু সেই বাবে তাৰ ফল-স্বৰূপে ৰাজনীতিত কৰা ভুলে বিজ্ঞানত কৰা ভ্ৰান্তিতকৈ জগতত বহু বেছি অনিষ্ট সাধন কৰিব পাৰে। ৰাজনীতি হ'ল সম্ভাব্য পৰিস্থিতিৰ বিচাৰ, কৌশল আৰু আৱশ্যক অনুযায়ী প্ৰবাহিত সময়ৰ সুবিধা তৎকালীন হিচাপে গ্ৰহণ কৰিব লাগিব। তাৰ বাবে বৈজ্ঞানিক তথ্য সংগ্ৰহলৈ বাট চাব লাগিব। কমপিউটৰৰ তথ্যৰ ওপৰত ভিত্তি কৰি ৰাজনৈতিক সিদ্ধান্ত লবৰ বাবে বাট চালে ভৱিষ্যতে বিপদ মাতি অনাটোহে সম্ভৱ। চিজাৰ, মিল্টন, বাৰ্কে, নেপলিয়ন আৰু হেফাৰ্চন একো একোজন প্ৰকৃত ৰাজনীতিবিদ আছিল আৰু তেওঁলোকৰ প্ৰত্যেকৰে অসাধাৰণ সাহিত্য প্ৰতিভা আছিল। এই বিষয়ত বেন্জামিন ডিজ্ৰেলি, উইনষ্টন চাৰ্চিল, উদ্ৰউইলচন, ক্লিমেন চিৰ্ড লেনিন আৰু চাৰ্লচ ডিগনৰ প্ৰতিভাও অসাধাৰণ আছিল। আব্ৰাহাম লিন্কনৰ গেটিছবাৰ্গ বক্তৃতা, ২য় মহাসমৰৰ আদিছোৱাত চাৰ্চিলৰ বক্তৃতা, ফ্ৰান্সৰ বিপৰ্যয়ৰ সময়ত ডিগনৰ ভাষণ এইবোৰ সাহিত্যলৈ ৰাজনীতিবিদৰ অসাধাৰণ অৱদান। মানুহৰ ওপৰত ৰাজনৈতিক গদ্য সাহিত্যৰ প্ৰভাৱ কলাধৰ্মী সাহিত্যতকৈ বেছি গভীৰ বুলি কব পাৰি।

অসমীয়া বিজ্ঞান সাহিত্যৰ বিষয়ে আলোচনা কৰিবলৈ গৈ বিজ্ঞান আৰু সাহিত্য সম্পৰ্কে নানা কথা উল্লেখ কৰা হ'ল। বৰ্তমান আলোচনাত ই অলপ অবান্তৰ যেন লাগিলেও এই বিষয়ে কোৱা হ'ল, কাৰণ বিজ্ঞান আৰু সাহিত্যৰ মাজৰ সম্পৰ্ক জানিলেহে বিজ্ঞান সাহিত্য ৰচনা কৰিব পৰা যায়। এটা কথা মনত ৰাখিব লাগিব যে, বিজ্ঞানীয়েও সাহিত্য ৰচনা কৰিব পাৰে, কিন্তু সাহিত্যিকে বিজ্ঞান সাহিত্য ৰচনা কৰা সহজতে সম্ভৱ নহয়। ভাল বিজ্ঞান সাহিত্য ৰচনা কৰিবলৈ হ'লে ৰচনাকাৰ জন এজন বিজ্ঞানী হব লাগিব। গতিকে অসমীয়া বিজ্ঞান সাহিত্য ৰচনা কৰিবৰ বাবেও অসমীয়া বিজ্ঞানীসকল আগবাঢ়ি আহিব লাগিব। বৰ্তমান অসমীয়া ভাষাত বিজ্ঞান সাহিত্যৰ ৰচনা আপেক্ষিকভাৱে তাকৰ। ইয়াত আমি বিজ্ঞানৰ গৱেষণা প্ৰবন্ধ বা গৱেষণা গ্ৰন্থৰ কথা কোৱা নাই যদিও অসমীয়া ভাষা অধিক চহকী কৰিবৰ বাবে তেনে



গৱেষণা প্ৰবন্ধ বা গৱেষণা গ্ৰন্থও অসমীয়া ভাষাত প্ৰকাশ আৰু ৰচনা কৰা অতি বাঞ্চনীয়। বৰ্তমান পৰিস্থিতিত আমি জনপ্ৰিয় বিজ্ঞান সাহিত্যৰ বিষয়েহে চিন্তা কৰিম। বিজ্ঞানৰ জটিল বিষয়বোৰ সহজ সৰল ভাষাত জনসাধাৰণৰ বোধগম্য কৰিব পাৰিলে জ্ঞান বিস্তাৰত ডাঙৰ অৰিহণা যোগোৱা হ'ব। অসমীয়া ভাষাত তাকৰ হলেও কিছু-সংখ্যক বিজ্ঞান সাহিত্য ৰচনা হৈছে। এই বিষয়ত অসমীয়া আলোচনী-কেইখনমানে ডাঙৰ বৰঙণি যোগাইছে। 'আৱাহন'ত এই বিষয়ৰ প্ৰবন্ধ বহুতো ওলাইছিল। বৰ্তমান অসম বিজ্ঞান সমিতিৰ বিজ্ঞান জেউতিয়ে এই বিষয়ত অতি প্ৰশংসনীয় কাম কৰি আছে। অসমীয়া বিজ্ঞান সাহিত্যিকসকলৰ ভিতৰত উল্লেখ কৰিব পৰা যায় ড° হিতেন্দ্ৰ কুমাৰ বৰুৱা, ড° ৰোহিনী কুমাৰ বৰুৱা, ড° কালিনাথ শৰ্মা, ড° মথুৰা নাথ ভট্টাচাৰ্য, ড° অৰুণমণি চৌধুৰী, ড° কুলেন্দ্ পাঠক, ড° ধীৰেন্দ্ৰ নাথ বৰঠাকুৰ, ড° কনক চন্দ্ৰ মহন্ত, ড° বিনয় চন্দ্ৰ তামুলী' দণ্ডিৰাম দত্ত, জ্ঞানানন্দ চৌধুৰী, ড° মথুৰা মোহন গোস্বামী, ড° দিনেশ গোস্বামী, ড° প্ৰতুল চন্দ্ৰ গোস্বামী, জিতেন্দ্ৰ নাথ দাস ইত্যাদি আৰু বহুতো।

অসমীয়া সাহিত্যিকৰ প্ৰধান সমস্যা হ'ল কিতাপ প্ৰকাশ। প্ৰকাশৰ অভাৱত বহুতো লব্ধপ্ৰতিষ্ঠ সাহিত্যিকেও তেওঁলোকৰ গ্ৰন্থ পাণ্ডুলিপি অধ্যায়তে ৰাখিব লগা হয়। সেই একেটা সমস্যাৰ বাবে অসমীয়া বিজ্ঞান সাহিত্যৰো প্ৰচাৰ সীমিত অৱস্থাত আছে। মোৰ বিশ্বাস যে, উপযুক্ত প্ৰকাশক বা প্ৰকাশন প্ৰতিষ্ঠান পালে অসমীয়া বিজ্ঞানীসকলে বহুতো বিজ্ঞান সাহিত্য ৰচনাত উদগনি পালেহেঁতেন। এই বিষয়ত আমি সচেতন হোৱা উচিত। অসমৰ কেবাজনো লব্ধপ্ৰতিষ্ঠ সাহিত্যিক আদিতে বিজ্ঞানী বা বিজ্ঞানৰ ছাত্ৰ। তেখেতসকললৈ আমাৰ সশ্ৰদ্ধেয় অনুৰোধ যেন তেখেতসকলৰ বহুমূলীয়া কাপৰ পৰা অসমীয়া বিজ্ঞান সাহিত্যও ৰচনা হৈ ওলায়। সাহিত্য প্ৰতিভা সকলোৰে নাই আৰু সেই বাবে সকলো বিজ্ঞানীৰে সাহিত্য প্ৰতিভা থাকিব নোৱাৰে। যিসকল বিজ্ঞা-নীৰ সাহিত্য প্ৰতিভা আছে সেইসকলৰ ওচৰত আমাৰ আশা থাকিল

যেন তেখেতসকলে অসমীয়া বিজ্ঞান সাহিত্যৰ সৃষ্টি কৰি অসমীয়া জাতিৰ এটা ডাঙৰ অভাৱ পূৰণ কৰে ।

বিজ্ঞান সাহিত্য ৰচকসকলৰ প্ৰতি আমাৰ আৰু এটা পৰামৰ্শ আছে। বিজ্ঞান সাহিত্যিকসকল কিছু উদাৰ ভাবাপন্ন হোৱা উচিত। উদাৰ ভাবাপন্ন বোলোঁতে আমি শব্দৰ ব্যৱহাৰৰ কথা কৈছোঁ। বিজ্ঞান সাহিত্য ৰচনাৰ সময়ত আমি প্ৰতিশব্দ বিচাৰি হাবাথুৰি নেখাই যদি প্ৰচলিত ইংৰাজী শব্দকে ব্যৱহাৰ কৰোঁ, তেন্তে আমাৰ বোধেৰে তাত আপত্তি কৰাৰ স্থল নাই। আমাৰ বেছিভাগ বিজ্ঞানীয়ে ইংৰাজী মাধ্যমত বিজ্ঞান অধ্যয়ন কৰিছে আৰু বিজ্ঞানৰ ইংৰাজী শব্দবিলাক প্ৰায় সকলোৱে বুজি পায়। ইংৰাজী শব্দৰ অসমীয়া প্ৰতিশব্দ ভালকৈ ধৰিব নোৱাৰিলে, সি ইংৰাজী শব্দ-টোতকৈও বেছি আচহুৱা যেন হৈ পৰে । উদাহৰণ স্বৰূপে কব পৰা যায়, যেনে—উদজানৰ পৰিবৰ্তে হাইড্ৰোজেন শব্দটো বেছি বোধগম্য হয়, অম্লজানৰ পৰিবৰ্তে অক্সিজেন শব্দটো, যবক্ষাৰোজানৰ পৰিবৰ্তে নাইট্ৰো-জেন শব্দটো বেছি বোধগম্য যেন লাগে, নাইট্ৰিক এচিড, হাইড্ৰোক্লৰিক এচিড ইত্যাদি শব্দবিলাক যিমান বোধগম্য যেন লাগে, তাৰ অসমীয়া প্ৰতিশব্দবোৰ সিমান বোধগম্য যেন অনুভৱ নহয় । আকৌ আন এটা কথা হ'ল যে অসমীয়া ছাত্ৰসকলে যিহেতুকে পিছত গৈ ইংৰাজী মাধ্য-মতে বিজ্ঞানৰ চৰ্চা কৰিব লাগিব, সেই বাবে অসমীয়া বিজ্ঞান সাহিত্য পঢ়োঁতে তেওঁলোকৰ ভৱিষ্যতৰ বাবে বিজ্ঞানৰ ইংৰাজী শব্দবোৰৰ লগত পৰিচিত হৈ থকা ভাল । নতুন শব্দৰ আমদানিত ভাষা-সাহিত্যৰ মানদণ্ড নকমে, বৰং ই বেছি চহকী হয় । ভাষাত নতুন শব্দৰ প্ৰয়ো-গত আমি আমাৰ আগৰ গোৰামী স্বভাৱ এৰিব লাগিব । সেইবুলি আমি কব খোজা নাই যে বিজ্ঞান সাহিত্য ৰচনাত আমি যধে-মধে বিদেশী শব্দ ব্যৱহাৰ কৰিব লাগে । যিবিলাক শব্দৰ সহজ প্ৰতিশব্দ আছে তাক ব্যৱহাৰ কৰি নতুনকৈ কঠিন প্ৰতিশব্দ উদ্‌ভাৱন কৰাৰ প্ৰয়াস কৰাৰ কথাকে আমি কব খুজিছোঁ। আমি কব খোজা নাই যে আমাৰ বিজ্ঞান সাহিত্যত আমি "স্বাস্থ্য মজবুত ৰাখিবলৈ হ'লে ৰোজ ফজিৰে উঠি একোটা আণ্ডা খাব লাগে" এনে ধৰণৰ বাক্য ব্যৱহাৰ



কৰোঁ। শুদ্ধ অসমীয়া শব্দ ব্যৱহাৰ কৰি ভাল প্ৰতিশব্দ নথকা ইংৰাজী বৈজ্ঞানিক শব্দৰ প্ৰয়োগ কৰিও শুৱলা অসমীয়া বিজ্ঞান সাহিত্য ৰচনা কৰিব পৰা যায়। কিন্তু এই ইংৰাজী শব্দবিলাকো অসমীয়া আখৰেৰে লিখিলে ভাল, কাৰণ তাৰ অন্যথায় আমাৰ ভাষাটো ইংৰাজীৰ পৰা ধাৰ কৰি অনা যেন লাগিব ।

আমাৰ বিহুগীতত কোৱাৰ দৰে "চেনাইৰে কথা কৈ থাকো মানে ওৰকে নপৰে" এই অসমীয়া বিজ্ঞান সাহিত্যৰ বিষয়ে আৰু অধিক কৈ থাকিবৰ মন যায় । কিন্তু উদ্যোক্তাসকলে কৰা অনুৰোধ 'ভাষণ যথা-সম্ভৱ চমু কৰিব"ৰ প্ৰতি লক্ষ্য ৰাখি আমি ইয়াতে সামৰণি মাৰিলোঁ। আপোনাসকললৈ সশ্ৰদ্ধ প্ৰণাম আৰু ধন্যবাদ থাকিল।

---

*(অসম সাহিত্য সভাই ডুলীয়াজানত ১৬, ১৭, ১৮ অক্টোবৰ, ১৯৮৭ চনত অসমীয়া বিজ্ঞান সাহিত্য সম্পৰ্কে আলোচনা কৰিবলৈ আয়োজন কৰা আলোচনা চক্ৰৰ উদ্বোধকৰ ভাষণ)*

# অসমীয়া ভাষাত বিজ্ঞান চৰ্চা :
# সমস্যা আৰু সমাধান

ডাঃ মথুৰা নাথ ভট্টাচাৰ্য্য

আদিম মানুহৰ সভ্যতাৰ উপস্থাপন হৈছিল কৃষিৰ পৰিপ্ৰেক্ষিতত, আৰু সেয়েহে কৃষি কৰ্মৰ উপাদান আৰু কৰ্মৰ পৰাই সভ্যতা প্ৰভাৱিত হৈছিল। কিন্তু সময়ৰ সোঁতত মানুহৰ জ্ঞানকৰ্মৰ দ্বাৰা প্ৰভাৱিত হৈ সভ্যতাৰ নতুন দিশ উদ্‌ভাসিত হয়। বিশেষ বিশেষ জ্ঞানৰ প্ৰতি যত্ন, ধাউতি আৰু বিদ্যাবুদ্ধিৰ উৎকৰ্ষ সাধনৰ ফলস্বৰূপে কৃষ্টি, সভ্যতা আৰু সাহিত্য ক্ৰমে বিজ্ঞানৰ দ্বাৰা প্ৰভাৱিত হৈ আছে। আজি গৰুৰ গাড়ীৰ ঠাইত উদ্ভাৱন হৈছে যন্ত্ৰচালিত যানবাহন, আকাশ মাৰ্গত মানুহৰ হৈছে অবাধ গতি, ৰোগৰ কাৰণ আৰু তাৰ নিৰাময়ৰ উপায় হৈছে মানুহৰ ঢুকি পোৱা স্থানত, দেৱ-দেৱতা স্তুতিৰ সলনি মানুহে বিজ্ঞানৰ সহায়ত ৰোগৰ কাৰণ নিৰ্ণয় কৰি ৰোগ মুক্তিৰ পথত হৈছে অগ্ৰসৰ—ইত্যাদি এশ এটা বিজ্ঞানৰ আৱিষ্কাৰে মানুহৰ মন মুকলি কৰি দিছে। বিজ্ঞানৰ বিষয়বস্তুৰ প্ৰতি আগ্ৰহ আৰু ইয়াৰ চৰ্চাৰ দ্বাৰা প্ৰভাৱিত হৈ প্ৰযুক্তিমূলক উদ্ভাৱনৰ স্পৃহা প্ৰশমনৰ আৰু জ্ঞান আহৰণৰ পথত মানুহে পদক্ষেপ দিছে—আৰু ইয়াৰ প্ৰভাৱত প্ৰাপ্ত আনন্দলাভ আৰু নিজৰ অজ্ঞতা অপসৰণ কাৰ্যত বহু পৰিমাণে মানুহ অগ্ৰসৰ হৈছে। বিজ্ঞানৰ পৰিসৰৰ ভিতৰত উদ্ভিদ বিদ্যা, ভূ-বিদ্যা, জীৱ-বিদ্যা, ৰসায়ন বিজ্ঞান, পদাৰ্থ-বিজ্ঞান, যন্ত্ৰ-বিজ্ঞান, চিকিৎসা-বিজ্ঞান অন্তৰ্ভুক্ত হ'ল ; অৰ্থনীতি আৰু ৰাজনীতি ক্ষেত্ৰতো সংখ্যা-বিজ্ঞান বিবেচনাৰ্থে অন্তৰ্ভুক্ত কৰাত ইবোৰ বিজ্ঞানৰ পৰিসীমাৰ ভিতৰত পৰিল। অসমত ১৮৪৬ চনত বেপ্‌টিষ্ট মিচনাৰীসকলে অৰুণোদয় আলোচনীত প্ৰথম বিজ্ঞান বিষয়ক আলোচনা অন্তৰ্ভুক্ত কৰিছিল।



**অসমীয়া ভাষা-সাহিত্য :**

মাতৃভাষাত ৰচিত প্ৰবন্ধ-পাতি পঢ়িবলৈ আৰু তাৰ বিষয়বস্তু বুজিবলৈ বহু পৰিমানে সহজ হয়। বিজ্ঞানৰ প্ৰবন্ধত বিষয়বস্তু বুজাবলৈ পাৰিভাষিক ভাষা আৰু তাক ব্যাখ্যা কৰিবলৈ সাধাৰণ ভাষা — এই দুইবিধ ভাষাৰ ব্যৱহাৰ কৰা হয়। ইহঁত বিভিন্ন পৰ্যায়ৰ। ইহঁতৰ ব্যৱহাৰ বিজ্ঞসকলে নিয়ন্ত্ৰণ কৰা উচিত। এই নিয়ন্ত্ৰণৰ প্ৰথম পদক্ষেপ হৈছে কেনে ধৰণৰ পঢ়ুৱৈ গোষ্ঠীৰ কাৰণে এইপ্ৰবন্ধ-পাতি উপস্থাপন কৰা হৈছে তাক নিৰ্ণয় কৰা। প্ৰবন্ধ-পাতি বুজাই লিখাৰ কাৰণে যি ভাষা ব্যৱহাৰ কৰা হয় সি হ'ব লাগে সহজ-সৰল আৰু অনায়াসে বোধগম্য, তেনে নহ'লে বিশেষ পৰ্যায়ৰ পঢ়ুৱৈসকলে প্ৰবন্ধ-পাতি পঢ়িবলৈ অনিচ্ছুক হয়। আনহাতে বিজ্ঞানৰ পাৰিভাষিক হোৱা উচিত বিশেষ পাঠকৰ মানসিক স্তৰৰ ওপৰত নিৰ্ভৰশীল।

বিজ্ঞান সাহিত্যৰ বিষয়ে দু-আষাৰ কোৱা সমীচীন হ'ব। বহু পণ্ডিতে ভাবে যে অসমীয়া বিজ্ঞান সম্বন্ধে লেখাবোৰ এতিয়াহে পাঠ্যপুথি স্তৰৰ পৰা ওলাবলৈ ধৰিছে—তেওঁলোকে ভাবে যে পাঠ্যপুথিৰ কথাবোৰ সাহিত্য-গণ্ডীৰ বহিৰ্ভূত। ইয়াত ভাষাৰ সৌন্দৰ্য নাই আৰু ইয়াৰ লেখা প্ৰাঞ্জল নহয় ; ই মনৰ ওপৰত আবেদনহীন আৰু ই পাঠকৰ মনত আনন্দ দিব নোৱাৰে। এনেবোৰ মতামত সকলো পাঠ্যপুথিৰ ক্ষেত্ৰতেই প্ৰযোজ্য নহয়। গল্প, প্ৰবন্ধ, কবিতা আদি সাহিত্য গোষ্ঠীৰ বহু ক্ষেত্ৰতেই এনেবোৰ মতামত দিব পৰা যায়। আনহাতে বহুতে আকৌ পাঠ্যপুথিৰ বিজ্ঞান সাহিত্যক এটা বিজ্ঞান সাহিত্য গোষ্ঠীৰ পৰ্যায়ৰ বুলি মত পোষণ কৰে, লগতে তেওঁলোকে বিজ্ঞান আৰু প্ৰযুক্তি-বিদ্যা সম্পৰ্কীয় সকলো শ্ৰেণীৰ ৰচনাই বিজ্ঞান সাহিত্য গোষ্ঠীৰ অন্তৰ্গত বুলি গণ্য কৰিছে। আকৌ বহুতো আলোচনী আদিত প্ৰকাশিত বিজ্ঞান-ভিত্তিক নহ'লেও গল্প, নাটক আদি বহুতো ৰচনাকে বিজ্ঞান সাহিত্য নাম দিয়া হৈছে। বিজ্ঞান সাহিত্য বা বিজ্ঞানভিত্তিক গল্প নামৰ উপযুক্ত ৰচনা হ'বলৈ হ'লে তাক বিজ্ঞান বা আনুষঙ্গিক বিষয়বস্তুৰ ওপৰত প্ৰতিস্থাপিত কৰি কল্পনাৰ জৰিয়তে পাঠকক পৰিচালনা কৰি কোনো

দিশত পৰ্যালোচনা উপস্থাপন কৰি পাঠকৰ মনত আনন্দ দান আৰু আবেগ-অনুভূতিক সংস্ফুৰণ কৰা উচিত ; ইয়াতে নতুন গৱেষণাৰ সম্ভাৱনাৰ উদয় হয় । কেৱল এটা বা দুটা ছবিত নায়কে চিৰিঞ্জ হাতত লৈ পৰীক্ষাগাৰত সোমাই কোনো এজনক গাত তেজৰ বেজী দি নায়কক বিজ্ঞানী বুলি অভিহিত কৰিলেই ই বিজ্ঞানভিত্তিক গল্প-সাহিত্য নহয় । ই এটা ভৌতিক ৰহস্যজনক হাস্যস্পদ প্ৰচেষ্টা হয় মাথোন । পিয়াহত পানী পানী বুলি ভেদবমিৰ ৰোগীজন মৃত্যুমুখত পৰা হৃদয় বিদাৰক দৃশ্যটোৱে অন্তৰত আঘাত কৰিলে; এই দৃশ্যটোৱে বিজ্ঞানৰ কিয়দাংশৰ ওপৰত হে আলোকপাত কৰিলে, কিন্তু ই বিজ্ঞান সাহিত্যৰ ক্ষেত্ৰত এটা আংশিক অৱদান যদিও ইয়াত বিজ্ঞানৰ বিশেষ দিশ এটাৰ ওপৰত বিবেচনা হোৱা নাই । বৈজ্ঞানিক বিষয়বস্তুনিষ্ঠ আৰু আনন্দদায়ক, আবেগস্পৰ্শী এই দুই ভাবধাৰাৰ সমন্বয়ত বিজ্ঞান সাহিত্যৰ উৎপত্তি হয় বুলি বিবেচনা কৰা হয় । কোনো এটা পিজঁৰাত এটা বানৰ ৰাখি আনটোত কেইটামান বানৰ পিঞ্জৰাবদ্ধ কৰি ৬ মাহ পৃথককৈ ৰাখিলে দুয়ো গোষ্ঠী বানৰৰ আচৰণ-ব্যৱহাৰ পৃথক হয় । অনুসন্ধিতসু মনে এই দুই গোষ্ঠী বানৰৰ আচাৰ-ব্যৱহাৰ চৰ্চা কৰি কেঁচুৱাৰ বহা, থিয়-হোৱা, কথা কোৱা আদি মনৰ বিভিন্ন মাইল-খুঁটিৰ তত্ত্ব বিচাৰি পায় ; এই বিৱৰণে শিশু-বিজ্ঞানীক আনন্দ আৰু আবেগিক সৌন্দৰ্য প্ৰদান কৰে ; এই ৰচনা শিশু-বিজ্ঞানৰ অমূল্য সাহিত্যৰ ক্ষেত্ৰৰ এটা নব অৱদান । লোহিত আৰু শ্বেত ৰক্ত-কণিকা, অনুচক্ৰিকা আৰু প্লাজমাৰ সমন্বয় হৈছে তেজ—এই বুলি পাঠ্যপুথিত লিখিত আছে, ই সাহিত্য হ'ব নোৱাৰে ; কিন্তু যেতিয়া উইলিয়াম হাৰ্ভেই ৰক্ত পৰিবহন তন্ত্ৰৰ ওপৰত গৱেষণা কৰি আনন্দদায়ক আৰু বৈচিত্ৰময় বৰ্ণনাৰ উপস্থাপন কৰিলে তেতিয়া বিজ্ঞানৰ সাহিত্যত যুগান্তকাৰী সাহিত্যৰ জন্ম হ'ল । চিকিৎসা শাস্ত্ৰক একাধাৰে বিজ্ঞান আৰু কলা বোলা হয় । ৰোগীক পৰীক্ষা কৰি, হৃৎপিণ্ড, ৰক্তচাপ, তাপমাত্ৰা, যকৃত, প্লীহাৰ বিষয়ে যি জনা যায় ই বিজ্ঞানৰ অন্তৰ্গত। ৰোগীৰ ৰোগৰ ইতিহাস, ৰোগীক পৰীক্ষা কৰি পোৱা সংবাদ আৰু লক্ষণসমূহৰ সমন্বয় কৰি পোৱা



তত্ত্বসংবাদ আৰু চিকিৎসা হৈছে কলা । এই কলাৰ জৰিয়তে চিকিৎসক আৰু ৰোগীৰ মাজত বুজাবুজি হয় । সেয়েহে চিকিৎসা-শাস্ত্ৰত Clinical accumen বুলি এটা কথা আছে, ই প্ৰত্যেক চিকিৎসকৰে নিজস্ব ভা·· ভঙ্গী । মেলেৰিয়া পৰজীৱী শৰীৰত সোমাই মেলেৰিয়া জ্বৰৰ উৎপত্তি কৰে । ই এটা নিৰ্ঘাত সত্য, ই বিজ্ঞানৰ অন্তৰ্গত । মাইকা এনোফেলিচ মহৰ কামোৰত মেলেৰিয়া পৰজীৱী শৰীৰত সোমাই কেনে ধৰণে জীৱন-চক্ৰ সমাধা কৰে, ৰক্ত-কণিকা ভাঙি জ্বৰৰ সৃষ্টি কৰে আৰু শেষত পুনঃ পুনঃ জ্বৰ আহে তাৰ বিশেষ বিৱৰণ যেতিয়া সাহিত্যিকে উপস্থাপন কৰে তেতিয়া বিজ্ঞান সাহিত্যৰ সৃষ্টি হয় । মেলেৰিয়াৰ পৰা ব্যক্তি, সমাজ আৰু দেশৰ ওপৰত হোৱা ক্ষতিৰ বিষয়ে সভা-সমিতি, আলোচনী আদিত আলোচনা হয় আৰু কেনেকৈ বাহিৰৰ পৰা চিনকোনা আমদানি কৰি ৰোগমুক্তি পাব পাৰি তাৰ সন্ধান দিয়া হয় । এয়েই সাহিত্যৰ সমল হয় । বহুদিনীয়া সমুদ্ৰ-যাত্ৰাত খাদ্য সামগ্ৰীত কেঁচা শাক-পাচলিৰ অভাৱত নাক, দাঁতৰ আলু আৰু চকুৰ পৰা ৰক্তপাত হ'ল, কেঁচা পাচলি আৰু নেমুৰ ৰস ব্যৱহাৰ কৰাত এই ৰোগৰ নিৰাময় হ'ল; সমুদ্ৰ-যাত্ৰাত এই খাদ্য গোষ্ঠীয়ে এটা বিশেষ প্ৰক্ৰিয়া অনুভূত হ'ল । এনে বিষয়বস্তুৰ হৃদয়গ্ৰাহী বৰ্ণনাই বিজ্ঞান আৰু কলাৰ সমন্বয় সৃষ্টি কৰিলে, সমুদ্ৰ-যাত্ৰাৰ সভ্যতাত এই খাদ্য গোষ্ঠীৰ অৱদান যে অপৰিসীম । এনেবোৰ কাৰ্যই কৃষ্টি-সভ্যতাৰ ৰহন সলনি কৰি আহিছে আৰু ইয়াতে ন ন বিজ্ঞান আৰু কলাৰ সৃষ্টি হৈছে । শৰীৰ এটা ওতঃপ্ৰোতভাৱে সংহতি সম্পন্ন গোট । শৰীৰ বৃত্তই এই ক্ৰিয়া-প্ৰক্ৰিয়াৰ বিষয়ে সন্ধান দিয়ে । জুইয়ে পুৰিলে আমি সেই অঙ্গটো আঁতৰাই নিওঁ । বহিৰ্জগতৰ সংবেদন কেনেকৈ শৰীৰত প্ৰবেশ কৰি স্নায়ুতন্ত্ৰ মাধ্যমত মস্তিষ্কলৈ চালিত হয় আৰু তাৰ প্ৰতিক্ৰিয়াত পোৱা অঙ্গটো কেনেকৈ আঁতৰাই নিয়া হয় এই সকলো কাৰ্য সহজ-সৰল, প্ৰাঞ্জল ভাষাত বিবৰি ক'লেই শৰীৰ বৃত্ত এটা সাহিত্য পৰ্যায়ৰ ৰচনাত পৰিণত হৈ উঠে ; ই আমাক কলা-কৌশলীৰ যোগেৰে বিজ্ঞানৰ কথা কয় ; আমাৰ জ্ঞান উপাৰ্জনত মন শিহৰিত

হৈ উঠে । অজৈৱ পদাৰ্থবিলাক ক্ৰমে জৈৱ স্তৰলৈ বিৱৰ্তন হয় আৰু বিৱৰ্তনৰ মাজেদি মনৰ উদ্ভৱ হয় আৰু এই মনেই শেষৰ মন চালিত পৰ্যায়ক চালনা কৰে । বিৱৰ্তনৰ এই বিকাশৰ বিৱৰণীত মন-প্ৰাণ উৎফুল্লিত হৈ উঠে আৰু বিৱৰ্তনৰ দিশ সমন্ধে আমাক সজাগ কৰি দিয়ে । বিজ্ঞানৰ কৰ্মক্ষেত্ৰক ডাঃ জগদীশ চন্দ্ৰ বসুৱে মন্দিৰ নামেৰে অভিহিত কৰিছে ; ইয়াত বিজ্ঞানৰ বিভিন্ন দিশ সমন্বিতে এটা জীৱন্ত গোট হিচাপে বিবেচনা কৰা হৈছে ; বিজ্ঞানৰ বিভিন্ন দিশৰ একত্ৰে ক্ৰিয়া-প্ৰক্ৰিয়াৰপৰা বিজ্ঞান সভ্যতা আৰু লগতে বিজ্ঞান সাহিত্যৰ ভেটি গঠন কৰা হৈছে । ইতিহাস, ৰূপ, মাধুৰ্য, আনন্দদান, প্ৰাঞ্জল উপস্থাপন আদি বিভিন্ন উপাদানে কৃষ্টি-সভ্যতা সৃষ্টি কৰি সাহিত্যৰ সমল যোগায় । মানুহে এটা সমাজৰ গোট হিচাপে সমাজৰ পাৰিপাৰ্শ্বিকতাক ধৰি নানা-ভাৱে সমাজৰ সুস্থতা ৰক্ষা কৰিবলৈ অৱদান জগাইছে । এই সামাজিক আৰু নিবাৰক আয়ুৰ্বিজ্ঞানৰ বিচাৰ পাঠ্যপুথিৰ অন্তৰ্গত হ'লেও বিজ্ঞান সাহিত্য চৰ্চাৰ এটা অৱদান হিচাপে ইয়াৰ প্ৰমূল্য স্বীকাৰ্য ।

## বৈজ্ঞানিক ভাষাঃ

বৈজ্ঞানিক তথ্যসমূহ জনসাধাৰণৰ মাজত বুজাই দিবলৈ হ'লে ব্যাখ্যা-মূলক ভাষা সকলোৱে বুজি পোৱা হ'ব লাগে । জনসংযোগৰ মাধ্যমৰ সহায়ত বৈজ্ঞানিক তথ্যসমূহ বিস্তাৰ কৰিবলৈ হ'লে জনসাধাৰণৰ শিক্ষাৰ স্তৰৰ বিষয়ে মন কৰিব লাগিব । এনে ভাষা সহজ-সৰল, সহজতে বোধগম্য আৰু অলঙ্কাৰ বিহীন হোৱা উচিত । বাক্যবোৰ চুটি হ'ব লাগে । যিমান সম্ভৱ থলুৱা ভাষা প্ৰয়োগ কৰা উচিত । পাঠ্যপুথিত ব্যৱহাৰ কৰা ভাষা ছাত্ৰৰ মানসিক স্তৰৰ পৰ্যায়ৰ সহজ হোৱা উচিত । আলোচনী, বাতৰি কাকতত ব্যৱহৃত ভাষা পাঠকৰ মান অনুসৰি হ'ব লাগে । অৰ্ধশিক্ষিত আৰু অশিক্ষিত লোকৰ কাৰণে লিখা বিজ্ঞানৰ বাতৰি এই পৰ্যায়ৰ ভাষাত লিখিত হোৱা উচিত । গৱেষণা-গ্ৰন্থ আৰু গৱেষণা-পত্ৰবোৰ গৱেষণাৰ স্তৰৰ ওপৰত নিৰ্ভৰশীল । এনে লেখা সংক্ষিপ্ত আৰু গধুৰ হ'লে তথ্যৰ বিষয়বস্তুৰ লগত এটা সামঞ্জস্য থাকে ।

বৈজ্ঞানিক পৰিভাষা বাছোঁতে কেইটামান কথালৈ মন কৰা উচিত ।



উন্নত দেশসমূহৰ গৱেষণাৰ ফলস্বৰূপে আমাৰ উন্নয়নশীল দেশতো সেই ভাবধাৰাৰ সূচনা হৈছে । ইংৰাজী ভাষা মাধ্যমৰ এই ভাবধাৰা আৰু তাৰ গৱেষণাৰ যন্ত্ৰপাতি ইংৰাজী নাম-ভাবেৰেই আমাৰ দেশত প্ৰবেশ কৰিছে । আমাৰ দেশত তেনে গৱেষণা কৰিবলৈ হ'লে ইংৰাজী ভাষাৰ প্ৰতি এটা অনুৰাগ পৰিলক্ষিত হোৱা স্বাভাৱিক, **সেয়েহে পাৰিভাষিক অৰ্থানুবাদ সম্ভৱ নহ'লে সহজবোধ্য সৰল ভাবানুবাদ ব্যৱহাৰ কৰা উচিত** লগতে ইংৰাজী শব্দটোৰো ব্যৱহাৰ কৰণীয় । যিবোৰ ক্ষেত্ৰত অনুবাদ সম্ভৱ নহয়, যেনে উচ্চতৰ গৱেষণা আদিত, সেইবোৰত ইংৰাজী শব্দকেইটা ব্যৱহাৰ কৰা উচিত । অসমীয়া ভাষাত লিখিত ইংৰাজী একে শব্দসমূহৰ বানান লিখোঁতে এটা সামঞ্জস্য থকা প্ৰয়োজন ।

জনসাধাৰণৰ সুবিধাৰ্থে কঠিন দুৰ্বোধ্য শব্দ ব্যৱহাৰ নকৰি সহজ, আৰু সম্ভৱ হ'লে থলুৱা ভাষা ব্যৱহাৰ কৰা উচিত ।

পাৰিভাষিক শব্দ কঠিন আৰু দুৰ্বোধ্য হ'লে ইংৰাজী শব্দ ব্যৱহাৰ কৰি লগতে মাজত পাৰিভাষিক শব্দ দিব লাগে ।

পাৰিভাষিক শব্দৰ কেইটামান আউলীয়া কথা মন কৰিবলগীয়া । একেটা শব্দক বেলেগ পৰিস্থিতিত বেলেগ অৰ্থত ব্যৱহাৰ কৰিব-লগীয়া হ'লে তেনে ভাষা ব্যৱহাৰ নকৰাই ভাল । চিৰাম (Serum) বোলোঁতে তেজৰ পানীয় অংশ বুজোৱা হয়, আনহাতে চিৰাম শব্দই প্ৰতিপিণ্ড বিশিষ্ট ডিফ্‌থেৰিয়া চিৰাম আদি বুজায় । তেজ গোটমৰা কাৰ্য clotting আৰু thrombus এই দুই শব্দত বুজোৱা হয় । কিন্তু দুয়োটাৰ কাৰ্যক্ৰম বেলেগ । সমাৰ্থবাচক হ'লেও এনেবোৰ শব্দ ব্যৱহাৰ কৰা উচিত নহয় ।

অস্পষ্ট অৰ্থজ্ঞাপক শব্দ ব্যৱহাৰ কৰা অনুচিত । Corbohydrate শব্দটোৱে starch, sugar, cellulose অন্তৰ্ভুক্ত কৰে ; গতিকে carbohydrate শব্দটোৰ ইংৰাজী শব্দটো লিখাই যুক্তিযুক্ত । protein শব্দটোৰ পাৰিভাষিক শব্দ নাই ; ই মাংসসাৰ বা অন্নসাৰ নহয় ।

বহুমূত্ৰ ৰোগীৰ পেচাবত glucose ওলায় ; সাধাৰণতে চেনি ওলোৱা বুলিহে কোৱা হয় । ই canesugar জ্ঞাপক আৰু ভ্ৰান্তিমূলক ।

Vaccine নামৰ শব্দটোৱে সেই পদাৰ্থটোক বুজায় ; ই ছিটা শব্দ জ্ঞাপক নহয়, ই ভাইৰাচ, বীজাণু আৰু ইয়াৰ পৰা প্ৰাপ্ত পদাৰ্থক বুজায়। পেনিচিলিন বেজী বা ইনজেকচন দিওঁতে বেজীটো ভাঙিল ; ইয়াত বেজীৰ পাৰিভাষিক ত্ৰুটি হৈ গ'ল।

Surgeon ৰ পৰিভাষা দিয়া হৈছে শল্য চিকিৎসক, অস্ত্ৰ-চিকিৎসক আৰু Civil **Surgeon** ৰ পৰিভাষা দিয়া হৈছে অসামৰিক শল্য-চিকিৎসক ; **Civil Surgean** কথাই অকল অসামৰিক শল্য বা অস্ত্ৰ-চিকিৎসককেই নুবুজায়। ইয়াতে ভাবানুবাদ আৰু স্পষ্টতাৰ প্ৰয়োজন। **arteriole** শব্দই এবিধ সৰু ধমনি বা ধমনিকা বুজায়। কিন্তু ধমনিকা শব্দটো পূৰ্ণ **arteriole** জ্ঞাপক নহয় ; ভাবানুবাদৰ প্ৰয়োজন।

কিছুমান ইংৰাজী বা আন্তৰ্জাতিক শব্দ আমাৰ ভাষাত সোমাইছে ; এইবোৰ শব্দৰ অৰ্থ সহজতে বুজি পাওঁ আৰু এইবোৰক ঘনাই ব্যৱহাৰ কৰোঁ। এনেবোৰ শব্দ আমাৰ অসমীয়া পৰিভাষাত অন্তৰ্ভুক্ত কৰা প্ৰয়োজন। গজ, ফৰচেপ্চ, পেথোলজি, চিৰিঞ্জ, স্পিৰিট, মাস্ক, পিল মিকচাৰ, ষ্টেথোস্কোপ, বীজাণু, ভাইৰাচ, তেজৰ গ্ৰুপ, থাৰ্মোমিটাৰ ইত্যাদি। ইংৰাজী শব্দৰ প্ৰয়োজন হ'লে লগতে দিয়া উচিত।

বহুতো আন্তৰ্জাতীয় ইংৰাজী শব্দ, প্ৰাঞ্জল, স্পষ্ট, সৰল যথাৰ্থ অৰ্থসূচক ; সিহঁতৰ পাৰিভাষিক শব্দ লোৱা সুকঠিন ; এনেবোৰ শব্দ ইংৰাজীতেই আমাৰ ভাষাত অন্তৰ্ভুক্ত কৰা উচিত ; যেনে—glomerulus, fascia, tendon, ulna, radius, meninges, plamater, anaesthesia, screening toxoid, B. C. G, E. C. G. Peritonites, heart failure, bronchiectasis, histology, medulla oblangata, diathermy. ইত্যাদি।

আন্তৰ্জাতীয় ইংৰাজী শব্দৰ বহুতেই আমাৰ পাঠ্যক্ৰমত বাৰুকৈয়ে সোমাইছে আৰু ছাত্ৰ-ছাত্ৰী আৰু বিজ্ঞানীয়ে ইহঁতক সৰল আৰু যথাৰ্থ অৰ্থ জ্ঞাপক বুলি বিবেচনা কৰিছে। এনেস্থলত সংস্কৃতজ পাৰিভাষিক শব্দই ইবোৰৰ স্থান পোৱা উচিত নহয় ; বিশেষ সংস্কৃত ভাষাই আমাৰ ছাত্ৰ ছাত্ৰীৰ পাঠ্যক্ৰমত সুদৃঢ় স্থান পোৱা নাই। যেনে vomer, prostate, arachnoid mater, sinuses, meningitis ইত্যাদি।



সামৰণিত পৰিভাষাৰ ক্ষেত্ৰত কেইটামান কথা মনলৈ আহে।

১। উচ্চ পৰ্যায়ৰ বিজ্ঞান প্ৰবন্ধ বা পত্ৰত উচ্চ পৰ্যায়ৰ পাৰিভাষিক শব্দ আৰু ইংৰাজী শব্দৰ স্থান সুদৃঢ় হোৱা।

২। যিবোৰ ইংৰাজী শব্দ ব্যৱহাৰিক আৰু বিজ্ঞান সাহিত্যত সোমাইছে আৰু যিবোৰ সৰল, প্ৰাঞ্জল আৰু যথাৰ্থ অৰ্থসূচক আৰু ভাব প্ৰকাশক সেইবোৰ ৰক্ষণ।

৩। যিমান সম্ভৱ সহজ, সৰল আৰু থলুৱা শব্দৰ ব্যৱহাৰ।

৪। দ্ব্যৰ্থক শব্দ বৰ্জন।

৫। পৰিভাষাৰ বৈজ্ঞানিক শব্দৰ ক্ষেত্ৰত আন্তৰ্জাতিক ইংৰাজী শব্দৰ ব্যৱহাৰ ; ইয়াতো কঠিন শব্দ বৰ্জনীয়, লগতে ইংৰাজী শব্দৰ ব্যৱহাৰ। একে অসমীয়া শব্দৰ বানানৰ মাজত সামঞ্জস্য থকা প্ৰয়োজন।

**সমস্যা আৰু সমাধান ঃ**

জীৱন্ত বস্তুৱে বহিৰ্জগতৰপৰা নিজৰ প্ৰয়োজনৰ পৰিপ্ৰেক্ষিতত সমল আহৰণ কৰি নিজস্ব নিয়ামিত গঢ়-পিত দি অবশোষণ কৰে আৰু স্বকীয় বৰ্দ্ধন সমাপন কৰে। ই এটা জীয়াই থকাৰ লক্ষণ। ভাষা-সাহিত্যৰ ক্ষেত্ৰতো এনে কথাই কব পৰা যায়। কোনো ভাষা-সাহিত্য জীয়াই থাকি সময়ৰ বাবিত খোজ মিলাই অগ্ৰসৰ হ'বলৈ হ'লে ই দেশী, বিদেশী, থলুৱা, প্ৰাচীন আৰু নব্য সকলো ধৰণৰ ভাষা-সাহিত্যৰ প্ৰয়োজন ভিত্তিক শব্দ গাঁথনি আৰু ভাবধাৰা গ্ৰহণ কৰি নিজৰ ব্যাকৰণ অভিধানৰ নিয়ামিত গঢ়-পিত দি নিজস্ব ছাপ অঙ্কিত কৰি জীৱন্ত হোৱাই হৈছে জীৱন্ত ভাষা-সাহিত্যৰ লক্ষণ। ইয়াৰ অবিহনে ই পঙ্গু হৈ যায়। যিবোৰৰ শব্দ এনে কাৰ্যপ্ৰণালীত যথাৰ্থ ভাব জ্ঞাপক বা বোধগম্য নহয় আৰু প্ৰাঞ্জলতা-হীন হয় সিবোৰৰ ক্ষেত্ৰত আন ভাষাৰ শব্দকেই ব্যৱহাৰ কৰি বৰ্দ্ধনীৰ ভিতৰত তেনে শব্দ দিয়া উচিত। কষ্টকল্পিত অস্বাভাৱিক শব্দ ব্যৱহাৰ কৰিলে এই শব্দবোৰ বেছি দিন জীয়াই থাকিব নোৱাৰে ; তাৰ সলনি আন ভাষাৰ শব্দইহে স্থান পায় ; যেনে বহিঃপ্ৰকোষ্ঠিকাস্থি শব্দৰ ঠাইত ইংৰাজী শব্দ Radius শব্দইহে সহজতে বহুলভাৱে প্ৰচাৰ লাভ কৰাৰ

সম্ভাৱনা। এনে এটা ক্ৰিয়া-কৰ্ম কাৰ্যকৰী হ'বলৈ হ'লে নিৰপেক্ষ মানসিক দৃষ্টিকোণৰ প্ৰয়োজন হয়; আকোঁৰ-গোজালি মনোভাব হৈছে সকলো উন্নতিৰ পথতেই অন্তৰায়।

গুৱাহাটী আৰু ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ কলা আৰু বিজ্ঞান বিভাগ অসম সাহিত্য সভা আৰু অসম বিজ্ঞান সমিতি, ৰাজ্যৰ মহাবিদ্যালয়-সমূহ আৰু প্ৰযুক্তিবিদ্যাৰ বিজ্ঞসকলৰ মাজৰ পৰা নিৰ্বাচিত সভ্যসকলৰ দ্বাৰা সুগঠিত সমিতিয়ে মুকলিভাৱে আলোচনা-বিলোচনা কৰি পাৰিভাষিক ক্ষেত্ৰত এটা সমাধান উলিয়ালে ই সকলোৰে দ্বাৰা গৃহীত আৰু সমাদৃত হ'ব ল আমাৰ বিশ্বাস। ইয়াত কোনো ভাষাৰ প্ৰতি পক্ষপাতিত্ব থাকিব বুলি আমি নাভাবোঁ।

---

*(অসম সাহিত্য সভাই দুলীয়াজানত ১৬, ১৭, ১৮ অক্টোবৰ, ১৯৮৭ চনত অসমীয়া বিজ্ঞান সাহিত্য সম্পৰ্কে আলোচনা কৰিবলৈ আয়োজন কৰা আলোচনা চক্ৰৰ সঞ্চালকৰ ভাষণ)*

# অসমীয়া বিজ্ঞান সাহিত্য

ডঃ প্ৰতুল চন্দ্ৰ গোস্বামী

সাহিত্যৰ সংজ্ঞা বিশাল আৰু অতি বিস্তীৰ্ণ। বিজ্ঞজনে নানা ৰূপে সাহিত্যৰ সংজ্ঞা দিছে, ব্যাখ্যা কৰিছে। নিজে সাহিত্যিক নহওঁ, গতিকে সাহিত্যৰ ব্যাখ্যা কৰাৰ বৃথা প্ৰয়াস ধৃষ্টতা মাথোন বুলি জানো; তথাপিও জীৱনৰ ঘাত-প্ৰতিঘাতৰ সৰস বৰ্ণনাই সাহিত্য বুলি ক'লে বোধহয় ভুল নহ'ব। জীৱনৰ যি কোনো ঘটনাই অৱশ্যে সাহিত্য হ'ব নোৱাৰে, গুৱাহাটীৰ-পৰা দুলীয়াজানলৈ অহা এটি ঘটনা—কিন্তু ইয়াৰ স্থূল বৰ্ণনাই সাহিত্য নহয়। চীনা পৰিব্ৰাজক হিউৱেন চাং ফাহিয়ান আৰু গ্ৰীক পৰিব্ৰাজক মেগাষ্টানিছে ভাৰতবৰ্ষলৈ আহি কি দেখিলে, কি শুনিলে তাৰেই অনুপম বৰ্ণনা দি উৎকৃষ্ট সাহিত্য সৃষ্টি কৰিছিল, শ্ৰীমেদিনী চৌধুৰীয়ে গুৱাহাটীৰপৰা অসমৰ অইন ঠাইলৈ আহোঁতে পথত দেখা-শুনাৰ বৰ্ণনা কৰিয়েই জনপ্ৰিয় সাহিত্যৰ সৃষ্টি কৰিছে। সাহিত্য বুলি আখ্যা পাবলৈ হ'লে তাত এটি অন্তৰ্নিহিত উদ্দেশ্য থাকিব লাগিব। এই উদ্দেশ্য যি কোনো ব্যক্তি বিশেষ অথবা যি কোনো সমাজ বিশেষক কেন্দ্ৰ কৰি হ'ব পাৰে। পৃথিৱীৰ যি কোনো মহান সাহিত্য ৰচনাৰ পিচত সেয়ে আমি বিচাৰি পাওঁ এক উদ্দেশ্য। এই উদ্দেশ্য কেতিয়াবা বাৰিষাৰ ভৰপূৰ ব্ৰহ্মপুত্ৰৰ দৰে দুকূল উপচি পৰা হ'ব পাৰে আৰু কেতিয়াবা হয়তো ফল্গু নদীৰ সোঁতৰ দৰে এই উদ্দেশ্য লোক চকুৰ অন্তৰালত থাকি যায়। ৰামায়ণ মহাভাৰত, শকুন্তলা, কুমাৰ সম্ভৱ, ইলিয়াড, কিংলিয়েৰ আদি সকলো চিৰন্তন বিশ্ব সাহিত্যতে একোটি উদ্দেশ্য আছে; কীট্‌চ, বায়ৰন, ওৱাৰ্ডচ-ওৱাৰ্থ, ৰবীন্দ্ৰনাথ, শৰৎচন্দ্ৰ, প্ৰেমচাঁদ, মুলকৰাজ, ৰঘুনাথ চৌধাৰী, অম্বিকাগিৰি ৰায় চৌধুৰী, যতীন্দ্ৰনাথ দুৱৰা, নলিনী বালা দেৱী, বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য, হোমেন বৰগোহাঞি, পাৰ্বতীপ্ৰসাদ বৰুৱা, লক্ষ্মীনাথ বেজবৰুৱা, শৰৎ গোস্বামী, যোগেশ দাস, লক্ষ্মীনন্দন বৰা আদি সকলো

যশস্বী সাহিত্যিকৰ ৰচনাত এটি উদ্দেশ্য সদায়ে পোৱা যায়; সাহিত্যিক-সমালোচকসকলে এই অন্তর্নিহিত উদ্দেশ্য ভিন্ ভিন্ সময়ত ভিন্ ভিন্ ৰূপে দাঙি ধৰিছে; অন্তর্নিহিত উদ্দেশ্য যিমানেই ফঁহিয়াই ব্যাখ্যা কৰা হয় সিমানেই সাহিত্যৰ মূল্য বৃদ্ধি হয়। অকল উদ্দেশ্যহীন স্থূল বর্ণনা যেনেদৰে সাহিত্য নহয় তেনেদৰে অলঙ্কাৰ লগাই বর্ণনা কৰিলেও সাহিত্য নহয় আৰু সেয়ে "শুস্কং কাষ্ঠং তিষ্ঠতি অগ্রে" যি কাৰণত আমি সাহিত্য বুলি গণ্য নকৰোঁ সেইদৰে "নিৰস তৰুবৰ পুৰতঃ ভাতি" ও সাহিত্যৰ শ্রেণীত নপৰে, আলঙ্কাৰিক দিশৰপৰা যিমানেই উন্নত নহওক লাগে।

বিজ্ঞানেই জীৱন অথবা জীৱনেই বিজ্ঞান। এই কথা সর্বকালৰ সকলো লোকে স্বীকাৰ কৰি আহিছে, সেয়ে যদি হয়, তেনেহলে বিজ্ঞান আৰু সাহিত্যৰ মাজত কোনো দ্বন্দ্ব বা বৈৰীভাৱ থাকিব নোৱাৰে। এই দ্বন্দ্বৰ স্থানেই বা ক'ত, কাৰণেই বা ক'ত? যিপাকে নলওঁ সত্যৰ অন্বেষণ আৰু সত্যত উপনীত, এয়ে হ'ল সাহিত্য আৰু বিজ্ঞানৰ সর্বশেষ লক্ষ্য। প্রকৃতার্থে মধ্যযুগীয় সাহিত্যিক-দার্শনিকসকলেই বিজ্ঞানৰ প্রগতিত মূল অৰিহণা যোগাইছিল। মানৱ সভ্যতাৰ আৰম্ভণিৰেপৰা বিজ্ঞান আৰু সাহিত্যই সমানে পদক্ষেপ দি আহিছে আৰু সেয়ে বিজ্ঞান আৰু সাহিত্যত মানৱ সভ্যতাৰ অগ্রগতিত বহুতো সময়ত এটি আইনটিৰ পৰিপূৰক মাথোন। এই কথা পাহৰি যোৱাৰ কাৰণেই হওক অথবা উপলব্ধিৰ অভাৱৰ বাবেই হওক আমাৰ মনত শঙ্কা উপজিল বিজ্ঞান বিষয়লৈ অথবা বিজ্ঞানক ভিত্তি কৰি সাহিত্য হ'ব পাৰে জানো! বিশ্ব-বিশ্রুত লিখক বার্টাণ্ড ৰাছেলৰ বিশ্ব-বিখ্যাত গ্রন্থ প্রিন্সিপিয়া ম্যাথেমেটিকা (Principle Mathematica)ৰ সহলিখক আলফ্রেড নর্থ হোৱাইটহেডে সেয়ে পাঠকৰ চিন্তা আৰু ভাবধাৰা, ভাষাৰ অভিবিন্যাসৰ পৰিবর্তন বিচাৰিছিল; আমাৰ সৌন্দর্য-বোধ আৰু নৈতিক অভিজ্ঞতাৰপৰা হোৱা বিজ্ঞানক পৃথককৰণত তেওঁ আক্ষেপ কৰিছিল আৰু জীৱন-সাহিত্যত বিজ্ঞানৰ সমন্বয় নঘটালৈ প্রকৃত সম্পূর্ণতা কেতিয়াও নাপাওঁ বুলি তেওঁ দৃঢ়তাৰে ঘোষণা কৰিছিল।

মহাকবি বাল্মীকিক "আদিকবি" বুলি আমি গণ্য কৰোঁ, কিন্তু বিশ্বৰ কোন অখ্যাত অঞ্চলৰ, আমাৰ কোন অখ্যাত পূর্বপুৰুষে জুইৰ আৱিষ্কাৰ



আৰু জুইৰ ব্যৱহাৰৰ প্রচলন কৰিলে আমি কোনোৱে নাজানো, আমাৰ কোন পূর্বপুৰুষে সঙ্কেত ধ্বনিৰে বার্তা প্রেৰণ প্রথা আৱিষ্কাৰ কৰিলে আমি নেজানো। খৃষ্টপূর্ব দ্বিতীয় শতিকাত পলিবাছে যে পোহৰৰ বিভিন্ন সংযোগৰ সহায়েৰে সংবাদ প্রেৰণৰ উপায় উদ্ভাৱন কৰিছিল সেই কথাও সৰহসংখ্যক লোকৰ বাবেই অজ্ঞাত; যদিও টমাছ এলভা এডিচন বা গ্রাহাম বেলৰ বিষয়ে কিছু জানো। বিজ্ঞানৰ এই ভিন্ ভিন্ আৱিষ্কাৰৰ বিষয়ে আমাৰ সাধাৰণ জ্ঞানৰো অভাৱৰ মূল কাৰণ হ'ল কিছুমান আৱিষ্কাৰৰ কোনো লিপিবদ্ধ বর্ণনা নাই। অইন কিছুমান আৱিষ্কাৰৰ বর্ণনাও অতি সীমিত আছিল আৰু এনে এটি দৃঢ় ধাৰণা জন্মিছিল যে বিজ্ঞানৰ বিষয়ে জানিবলৈ অধিকাৰ অকল বিজ্ঞানীৰহে, সর্বসাধাৰণৰ সেই অধিকাৰ নাই—তাত প্রবেশ নাই। ফলত মানৱতা আৰু মানৱ সভ্যতাৰ উন্নতিৰ অর্থে বিজ্ঞানৰ ব্যৱহাৰ নহৈছিল, অগোচৰত আছিল আৰু বিজ্ঞানীসকলেও জনসাধাৰণৰ চকুৰ আঁৰত লুকাই আছিল। সৌভাগ্যক্রমে এই মনোভাৱৰ পৰিবর্তনৰ বাবে আগবাঢ়ি আহিল এদল বিজ্ঞানী আৰু সাহিত্যিক আৰু সৃষ্টি হ'ল বিজ্ঞান বিষয়ক আৰু বিজ্ঞান ভিত্তিক সাহিত্যৰ। ফ্রান্সিচ বেকন, দেকার্ট, গেলিলিও, ডাৰউইন লক, কান্ট, লেইবনিৎজ, হেগেল, ৰাচেল আদিয়ে এইদৰে বিজ্ঞান বিষয়ক আৰু বিজ্ঞানভিত্তিক যুগমীয়া সাহিত্যৰ সৃষ্টি কৰিলে। সেইদৰে এইচ, জি, ওৱেলচ, চি, পি স্নো আদিয়ে বৈজ্ঞানিক ঘটনা অৱলম্বন কৰি উপন্যাস, গল্প লিখি জনসাধাৰণৰ বাবে অবোধ্য বিজ্ঞান জনপ্রিয় কৰি তুলিলে; বিজ্ঞান বিষয় জানিবলৈ সর্বসাধাৰণ অধিক আগ্রহী হৈ উঠিল। বিজ্ঞান সাহিত্য যদিওবা ষোড়শ আৰু সপ্তদশ শতাব্দীৰ পৰবর্তী কালৰপৰাহে জনপ্রিয় হৈ উঠে তথাপি এৰিষ্টটল, লুক্রেটিয়াছ আদিৰ ৰচনাসমূহ সাহিত্যৰ ক্ষেত্রত অমূল্য অৱদান।

সকলো দেশৰ বিজ্ঞান বিষয়ক সমূহ লিখনীৰ এক বৃহৎ অংশ হ'ল পাঠ্য-পুথি, কিন্তু পাঠ্য-পুথিসমূহ বিজ্ঞান সাহিত্যৰ ভিতৰত অন্তর্ভুক্ত কৰাত যথেষ্ট সংকোচ হয় কিয়নো তাৰ বিষয়বস্তু পাঠ্যক্রমৰ চাৰিও সীমাৰ মাজতে আবদ্ধ আৰু পাঠ্য-পুথিৰ ৰচনা পদ্ধতিও সম্পূর্ণ

পৃথক । সেইদৰে জনপ্ৰিয় ভৌতিক আৰু ৰহস্য সাহিত্যকো আমি বিজ্ঞান সাহিত্য বুলি আখ্যা দিব নোৱাৰোঁ । বিজ্ঞান সাহিত্যৰ ৰচনা পদ্ধতি আৰু ভাষাৰ প্ৰতি মহা সচেতন থকা একান্ত প্ৰয়োজন ; আৰু সেয়ে সৰ্বসাধাৰণে বুজি পোৱা, ব্যৱহাৰ কৰা ভাষাহে বিজ্ঞানৰ ভাষা হোৱা প্ৰয়োজন আৰু এই ভাষা হ'ব লাগে স্পষ্টকাৰক, নহ'লে অৰ্থহীন বাক্য বা দুৰ্বোধ্য শব্দ ব্যৱহাৰ কৰিলে আৰম্ভণিতে পঢ়ুৱৈ সমাজে উজুটি খাব আৰু তেনে বিজ্ঞান সাহিত্য নিৰৰ্থক হ'ব। শিশুৰ বাবে লিখা বিজ্ঞান সাহিত্যৰ ক্ষেত্ৰত ই অধিক প্ৰযোজ্য ; পঢ়িবলৈ লৈ বাৰেপাতি অভিধান বা পৰিভাষা চাবলৈ প্ৰয়োজন হোৱা বিজ্ঞান সাহিত্যই আকৰ্ষণ কৰিব নোৱাৰে । পাঠক শিশুৱে হওক অথবা প্ৰাপ্তবয়স্কই হওক, বিজ্ঞানৰ যি কোনো বিষয় এটা উপস্থাপিত কৰোঁতে তেওঁৰ লিখনী পঢ়ি বিষয়ৰ প্ৰতি বিতৃষ্ণা নজন্মে. বৰং সেই বিষয়ে জানিবলৈ অধিক আগ্ৰহী আৰু অধিক উৎসুক হৈ হে উঠে । লিখিব লোৱা বিষয়বস্তুৰ ওপৰত লিখকৰ সম্যকজ্ঞান থাকিলেও উত্থাপিত বিষয় সহজ, সৰল আৰু প্ৰাঞ্জল কৰি লিখিব পাৰে ।

অসমীয়া সাহিত্য গদ্য-সাহিত্য, ইতিহাস সাহিত্য লৈ গৌৰবান্বিত হোৱাৰ দৰে বিজ্ঞান সাহিত্য লৈও একেৰূপে গৌৰব কৰিব পাৰে । পঞ্চদশ শতিকাতে অসমীয়া ভাষাত "কিতাপত মঞ্জৰী" "লীলাৱতী কথা" "জ্যোতিষ চূড়ামণি" ইত্যাদি বিজ্ঞান বিষয়ক ৰচনা হৈছিল, পৰবৰ্তীকালত "খণ্ডসাধ্য", "ভাস্বতী শাস্ত্ৰৰ কথা", "আৰ্য্যা কথা", প্ৰসিদ্ধ "হস্তি বিদ্যাৰ্ণৱ", "ঘোঁৰা নিদান" আদি কিতাপ ৰাজ-পৃষ্ঠপোষকতাত লিখা হৈছিল ; কিন্তু ১৮১৫ খৃষ্টাব্দলৈ বঙালী ভাষাত বিজ্ঞান বিষয়ক তেনে কোনো উল্লেখযোগ্য ৰচনা লিখা হোৱা নাছিল ।

বৃটিছৰ শাসনকালত অসমীয়া ভাষাত বিজ্ঞান বিষয়ক যি কিতাপ লিখা হৈছিল তাৰ সৰহভাগেই পাঠ্য-পুথি জাতীয় আছিল, কিন্তু আমেৰিকান বেপ্তিষ্ট মিছনেৰীসকলৰ প্ৰচেষ্টাত বিজ্ঞান বিষয়ক পাঠ্য-পুথিৰ উপৰিও অইন কিছু কিতাপ প্ৰকাশ হৈছিল । উক্ত কিতাপসমূহৰ গ্ৰন্থপঞ্জী বা বিৱৰণীৰে আপোনালোকক আমনি দিয়াৰ মোৰ সমুলি



ইচ্ছা নাই, ধৃষ্টতাও নাই—কিয়নো এই আলোচনা-চক্ৰত অধিক জ্ঞানী আৰু গুণী অংশগ্ৰহণকাৰীয়ে এই বিষয়ৰ ওপৰত বিশেষৰূপে আলোচনা কৰিব ।

বিজ্ঞান বিষয়ক কিতাপৰ উপৰিও "অৰুণোদই"ৰ দিনৰপৰা বিভিন্ন অসমীয়া আলোচনীত বিজ্ঞান বিষয়ক উচ্চ স্তৰৰ ৰচনা প্ৰকাশ হৈছিল ।

স্বাধীনতা লাভ কৰাৰ পূৰ্বোত্তৰ কালত অসমীয়া ভাষাৰ বিজ্ঞান বিষয়ক যি প্ৰবন্ধ প্ৰকাশ হৈছিল স্বাধীনতাৰ পৰবৰ্তী কালছোৱাৰ বহু দিনলৈ বিজ্ঞান বিষয়ক তেনে উচ্চ স্তৰৰ কিতাপ বা প্ৰবন্ধ আদিও প্ৰকাশ হোৱা নাছিল আৰু তাৰ মাই কাৰণ খুব সম্ভৱ স্বাধীনতাৰ পূৰ্বোত্তৰ প্ৰচেষ্টা আছিল মূলতঃ ব্যক্তিগত আৰু একক, দ্বিতীয় মহাসমৰৰ সময়তে সেই বহুতো একক প্ৰচেষ্টা আৰু আৰ্থিক অৱস্থা শোচনীয় হৈ পৰিল, বহুতৰে কোনো ৰকমে জীয়াই থকা অৱস্থা হ'ল । স্বাধীনতাৰ পৰবৰ্তী কালত সেয়ে বিজ্ঞান সাহিত্য প্ৰকাশ আৰু প্ৰচাৰৰ বাবে আনুষ্ঠানিক সমূহীয়া প্ৰচেষ্টাৰ প্ৰয়োজনীয়তা বহুজনে উপলব্ধি কৰিলে আৰু স্থাপিত হ'ল অসম বিজ্ঞান সমিতি । বিজ্ঞান সাহিত্যত অসম বিজ্ঞান সমিতিয়ে আৰম্ভণিৰেপৰা এক বলিষ্ঠ পদক্ষেপ গ্ৰহণ কৰি আহিছে আৰু বিজ্ঞান বিষয়ক কেবাখনো উৎকৃষ্ট পুথি প্ৰকাশ কৰাৰ উপৰিও "বিজ্ঞান জেউতি" নামৰ অসমীয়া আলোচনী প্ৰৱৰ্তন কৰে । বৰ্তমান "বিজ্ঞান জেউতি" দ্বিমহীয়া হিচাপে প্ৰকাশ হৈ আছে কিন্তু জনপ্ৰিয়তাৰ প্ৰসাৰতাৰ প্ৰতি লক্ষ্য কৰি কব পাৰি যে "বিজ্ঞান জেউতি" মাহেকীয়া কৰা সময় কেতিয়াবাই হ'ল ; অৱশ্যে আলোচনী এখন মাহেকীয়া কৰিবৰ বাবে প্ৰয়োজনীয় ধন-জন আদি চৰকাৰৰ আৰু অইন বিভিন্ন অনুষ্ঠানৰপৰা পালেহে সেইটো সম্ভৱ । অসম বিজ্ঞান সমিতিৰ কেবাখনো শাখা সমিতিয়ে স্বতন্ত্ৰভাৱে বিজ্ঞান বিষয়ক আলোচনী প্ৰকাশ কৰিছে ; অৱশ্যে এই সকলোবোৰ আলোচনীয়ে যে সমানে সমাদৰ লাভ কৰিছে এনে নহয় । যোৰহাট আঞ্চলিক গৱেষণা-

গাৰৰ ডঃ দীনেশ গোস্বামীয়ে একান্ত ব্যক্তিগত প্ৰচেষ্টাত "দৃষ্টি" নামৰ বিজ্ঞান বিষয়ক এখন উচ্চস্তৰৰ আলোচনী প্ৰকাশ কৰি আছে ।

অসম প্ৰকাশন পৰিষদৰপৰা বিজ্ঞান বিষয়ক সাহিত্য পৰিকল্পিত ৰূপে প্ৰকাশ হোৱা নাই । চেগা-চোৰোকাকৈ দুই চাৰিখন কিতাপ প্ৰকাশ পৰিষদে নিজাববীয়াকৈ প্ৰকাশ কৰিছে আৰু দুই চাৰিখন কিতাপ প্ৰকাশত অৰ্থ সাহায্য আগবঢ়াইছে । অসম প্ৰকাশন পৰিষদে বিজ্ঞান বিষয়ক কিতাপ প্ৰকাশন পৰিকল্পনা সদ্যহতে কৰা বুলি জনা গৈছে আৰু অহা জানুৱাৰী মাহৰপৰা এই পৰিকল্পনা কাৰ্যত ৰূপায়িত হ'ব বুলি আশা কৰিব পাৰোঁ ; তেতিয়া হ'লে অসম বিজ্ঞান সমিতিৰ উপৰিও প্ৰকাশন পৰিষদৰপৰা নিয়মীয়াকৈ বিজ্ঞান বিষয়ক কিতাপ অসমীয়াত ওলাব বুলি ভাবিবৰ স্থল আছে ।

বিজ্ঞান সাহিত্য প্ৰকাশত অসম সাহিত্য সভাৰ ভূমিকা নগণ্য আৰু সেয়ে এই আলোচনা-চক্ৰ অতি তাৎপৰ্যপূৰ্ণ আৰু অতি গুৰুত্বশীল। আলোচনা-চক্ৰৰ অনুমোদনসমূহে অসমত বিজ্ঞান সাহিত্য প্ৰকাশৰ ক্ষেত্ৰত সৃষ্টিমূলক নিৰ্দেশনা দিব বুলি সহজে ধাৰণা আৰু আশা কৰিব পাৰি । (১) বিজ্ঞানৰ ইতিহাস, (২) বিজ্ঞানৰ আৱিস্কাৰ, (৩) বিজ্ঞানৰ সূত্ৰ আৰু সূত্ৰৰ ব্যাখ্যা, (৪) বিজ্ঞানীৰ জীৱনী, আৰু (৫) বিজ্ঞান কাৰিকৰী আৰু প্ৰযুক্তি বিদ্যাৰ প্ৰয়োগ—মুখ্যতঃ এই পাঁচটা শিতানত বিজ্ঞান সাহিত্য প্ৰকাশৰ বাবে হ্ৰস্বম্যাদী আৰু দীৰ্ঘম্যাদী পৰিকল্পনা গ্ৰহণ কৰা উচিত আৰু উপযুক্ত আৰু উচ্চ স্তৰৰ বিজ্ঞান সাহিত্যৰ বাবে অসম সাহিত্য সভা, অসম প্ৰকাশন পৰিষদ, অসম বিজ্ঞান সমিতি আৰু অসম চৰকাৰে বিজ্ঞান লেখক শ্ৰেণীৰ সৃষ্টিৰ বাবে পৰিকল্পনা হাতত লোৱা উচিত ।

অসম সাহিত্য সভাই আয়োজিত এই আলোচনা-চক্ৰই সম্পূৰ্ণ সফলতা লাভ কৰক, ফলপ্ৰসূ হওক এয়ে কামনা কৰিলোঁ ।

---

*(অসম সাহিত্য সভাই দুলীয়াজানত ১৬, ১৭, ১৮ অক্টোবৰ, ১৯৮৭ চনত অসমীয়া বিজ্ঞান সাহিত্য সম্পৰ্কে আলোচনা কৰিবলৈ আয়োজন কৰা আলোচনা-চক্ৰৰ সঞ্চালকৰ ভাষণ ।)*

# বিজ্ঞান আৰু সাহিত্য

ডঃ কালীনাথ শৰ্ম্মা

শিক্ষক জীৱনৰ ডেৰ কুৰি বছৰৰ পহিলা দহোটিমান বছৰ মোৰ শিক্ষণীয় বিষয়টোক জনপ্ৰিয় কৰিবলৈ আৰু তাত্বিক বিজ্ঞানৰ মৰ্যাদা দিবলৈ তেতিয়াৰ সীমিত সংখ্যক আলোচনী আৰু বাতৰিকাকত কেইখনত বহু প্ৰবন্ধ-পাতি লিখিছিলোঁ । আকাশবাণীয়ে তেতিয়ালৈকে অসমৰ আকাশ ছানি ধৰা নাই । যেতিয়া অসমীয়া মাত কথাৰ শব্দতৰঙ্গ বায়ুৰ বোকোচাত উঠিল, তেতিয়া প্ৰাণী-বিজ্ঞানৰ বহু প্ৰবন্ধ আকাশবাণীৰ কোঠালিত পাঠ কৰিছিলোঁ । এই প্ৰয়াস সাহিত্য-চৰ্চাৰ বাবে আছিল নে নাই সেই কথা মই ভবা নাছিলো, প্ৰাণী-বিজ্ঞানযে এটি পঠনীয় বিষয় সেই কথাটো জনমানসত জগাই তুলিবলৈ আৰু এই বিষয়লৈ ছাত্ৰক আকৰ্ষণ কৰিবলৈকেই মই কলম হাতত লৈছিলোঁ । বিজ্ঞানৰ সৰু-সুৰা কিতাপো দুই চাৰিখন লিখিলোঁ । অসম সাহিত্য সভাৰ ডিব্ৰুগড় অধিবেশনৰ বিজ্ঞান শাখাত অভিভাষণ পাঠ কৰিলোঁ । এইবিলাক সকলোৱেই হ'ল । কিন্তু আজিও মোৰ মনত এটা প্ৰশ্নই ভুমুকি মাৰি আছে আৰু সেই প্ৰশ্নটো হৈছে—বিজ্ঞান সাহিত্য বস্তুটোনো কি ? ই বিজ্ঞান ভিত্তিক প্ৰবন্ধ. গৱেষণা-পত্ৰ, গ্ৰন্থ, গল্প, কবিতা, উপন্যাস, নে এই আটাইবোৰকেই বিজ্ঞান সাহিত্যই সামৰি লয় ? আলোচ্য বিষয়টো হৈছে বিজ্ঞান আৰু সাহিত্য । হোলগোজ অসমীয়া মানুহৰ বাবে ইয়াত একো ৰং-ৰহন নাই । কিন্তু মোৰ অকৰা মনটোৱে বাৰে বাৰে প্ৰশ্ন কৰিছে যে বিষয়টো অলপ-মান উদঙাই চাবলৈ চেষ্টা কৰিলে ই অসমীয়াৰ বিজ্ঞান সাহিত্য হ'ব নে অসমীয়া বিজ্ঞানৰ সাহিত্য হ'ব ?

পিছে সাহিত্যৰো এবিধ বিজ্ঞান আছে । মানুহৰ অনুসন্ধিৎসু মনে সকলোতে বিজ্ঞান বা দৰ্শনৰ যিকোনো এবিধ বা দুয়োবিধকে বিচাৰে । শিল্পকলা, উদ্যোগ, শিক্ষা সমাজসেৱা, অৰ্থনীতি ইত্যাদি সকলো বিষয়তে

বিজ্ঞানৰ আঁহফলা নিৰীক্ষণ বা দৰ্শনৰ তাত্ত্বিক বিচাৰ কৰাটো চিন্তা- শীলতাৰ পৰিচায়ক বুলি পৰিগণিত হৈছে। সাহিত্য-বিজ্ঞানবিধ অৱশ্যে পৰীক্ষাগাৰৰ বিজ্ঞান নহয়, ই বিশিষ্ট জ্ঞানৰ-বিজ্ঞান। এই বিজ্ঞানৰ মতে সাহিত্য সাহিত্যই আৰু বিজ্ঞান বিজ্ঞানেই। অৱশ্যে দুয়োটা মিহলাই পেলাব পাৰি। সেই মিশ্ৰণৰ পৰা ৰাজহাঁহে "ক্ষীৰমিবাবু মধ্যাং" কৰাৰ দৰে কিমানে এবিধক আনবিধৰপৰা চিনাক্ত কৰিব পাৰে কোৱা টান। সাহিত্যই পাঠকৰ মনত ৰসৰ সৃষ্টি কৰে আৰু বৰ্তমানে আমি যাক বিজ্ঞান বুলি কওঁ ই মনলৈ ৰসৰ প্ৰবাহ কঢ়িয়াই আনে নে নাই কব নোৱাৰোঁ, কিন্তু আলোড়ন যে তোলে তাত সন্দেহ নাই। আলোড়ন বোলা অনুভূতি- টোক সাহিত্য শাস্ত্ৰত স্পষ্টভাৱে ৰস বোলা নাই যদিও ব্যাখ্যা আৰু তৰ্কজালেৰে বহুবিধ ৰসৰ ভিতৰত হয়তো ইয়াকো কোনোবা এবিধৰ অন্তৰ্ভুক্ত কৰিব পাৰি। এই অন্তৰ্ভুক্তিৰ বাবে কৰা প্ৰয়াসৰ মাৰ্গদৰ্শক ৰূপে বোধকৰো জুলে ভাৰ্ণি, হাক্সলি আদি পণ্ডিতসকললৈকে আঙুলিয়াব পাৰি। এজন বন্ধুৱে 'হস্তী বিদ্যাৰ্ণৱ'ৰ ৰচয়িতা জনকো বিজ্ঞান সাহিত্যিক বুলি ইঙ্গিত কৰিছিল। মই এই ইঙ্গিত সৰ্বান্তঃকৰণে হৃদয়ঙ্গম কৰিব নোৱাৰিলোঁ। সদ্যহতে এগৰাকী বঙালী সাহিত্যিকে ৰামায়ণ ইতিহাস- কাব্যখনত থকা কেতবোৰ অলৌকিক ঘটনাক আধুনিক বিজ্ঞানৰ ব্যাখ্যা প্ৰদান কৰি 'প্ৰথম সূৰ্য' নামেৰে এখন নতুন ৰামায়ণ লিখিছে। শিল হৈ যোৱা অহল্যাক চৰণ পৰশেৰে উদ্ধাৰ কৰা ৰামায়ণৰ কাহিনীটো বিজ্ঞানসন্মত হ'ব নোৱাৰে। সাহিত্যিকগৰাকীয়ে অহল্যাক প্ৰাণহীন শিল হৈ যোৱা বুলি কোৱা নাই। অপমান আৰু আত্মগ্লানিত লোকচক্ষুৰপৰা নিজকে লুকাই ৰাখি এটি মৃতকল্প জীৱন ধাৰণ কৰি শিলামূৰ্তিৰ দৰে ঘৰৰ চুকত ৰহি থকা এগৰাকী নাৰী বুলি বৰ্ণনা কৰিছে। শ্ৰীৰামচন্দ্ৰই তেওঁক জননী বুলি সম্ভাষণ কৰি, তেওঁ প্ৰস্তুত কৰি দিয়া খাদ্য গ্ৰহণ কৰি:, অনুশোচনাৰ অগ্নিত সম্পূৰ্ণভাৱে পৰিশুদ্ধ হৈ অসন্মানৰপৰা সন্মানৰ পদলৈ উত্তীৰ্ণ হোৱা এগৰাকী প্ৰাতঃস্মৰণীয় ৰমণী ৰূপে স্বামী গৌতম ঋষিৰ লগত মিলন ঘটাই দিছে। এই পুথিখনে জনসমাজৰ সমাদৰ লাভ কৰিছে। আপোনালোকৰ এই



নিঃকিন লিখকজনেও মহাভাৰতৰ দ্ৰৌপদী আদি কেবাটাও অযোনিসম্ভৱ চৰিত্ৰক পৰীক্ষানলীত কৰা ভ্ৰূণসৃষ্টিৰ বৈজ্ঞানিক নিদৰ্শন, দৈৱকীৰ সপ্তম গৰ্ভৰ কথাটো ভ্ৰূণৰ স্থানান্তৰণ আৰু পাণ্ডুক এলবিনিজম অথবা ডিপিগ্‌মেণ্টেচনৰ উদাহৰণ ৰূপে ব্যাখ্যা কৰি আলোচনামূলক প্ৰবন্ধ ইতিমধ্যে প্ৰকাশ কৰিছে। (এলবিনিজম আৰু ডিপিগ্‌মেণ্টেচন শব্দ দুটাৰ অসমীয়া পৰিভাষা দিবৰ চেষ্টা নকৰা বাবে মাৰ্জনা বিচাৰিছোঁ)।

ভাৰতবৰ্ষৰ প্ৰাচীন আৰু প্ৰাগৈতিহাসিক সাহিত্য বৰ উন্নত। ব্যাসদেৱৰপৰা আৰম্ভ কৰি কালিদাস, ভৱভূতিৰ ৰচনাবিলাক এই যুগৰ। এইবোৰ সাহিত্যত ট্ৰেন্‌জিষ্টৰ, কম্পিউটৰ, আনবিক শক্তি বা ডি. এন. এ. আৰ. এন. এ, ইত্যাদিৰ কথা নাই। কিন্তু কোনোবাই যদি কয় যে—অন্ধ ধৃতৰাষ্ট্ৰক কুৰুক্ষেত্ৰৰ যুদ্ধখনৰ বাতৰি দি থকা সঞ্জয়ে দূৰবীক্ষন বা তাতোকৈ উন্নত কিবা বৈজ্ঞানিক যন্ত্ৰৰ সহায় লৈছিল, তেন্তে চকু টেৰা কৰি চাব পৰা যাব, কিন্তু বুকুত চপৰিয়াই মিছা বুলি উলাই কৰাও হয়তো টান হ'ব। হংসযানত উঠি ফুৰা ব্ৰহ্মাৰ কথা বা পুষ্পক ৰথত উঠি আকাশী পথেৰে সীতাহৰণ কৰা ৰাৱণৰ কথাও তেনে ধৰণৰ। প্ৰথম সূৰ্যৰ ৰচয়িতা সাহিত্যিক গৰাকীয়ে এই বিমানবোৰ সূৰ্যশক্তিৰ দ্বাৰা চালিত বুলি লিখিছে। ঘৰত বহি ৰণক্ষেত্ৰৰ বতৰা দিব পৰা শক্তিটো সঞ্জয়ে দিব্য দৃষ্টি ৰূপে ব্যাসৰপৰা পোৱা বুলি মহাভাৰতে কৈছে এই দিব্য দৃষ্টি শ্ৰীকৃষ্ণয়ো নিজৰ বিশ্বৰূপ চাবলৈ অৰ্জুনক দিছিল। মহাভাৰতত কোৱা এই কথাবোৰ শাস্ত্ৰীয় সাহিত্য নে বিজ্ঞান সাহিত্য ?

কিন্তু এই পুৰণি কথাবোৰে আজিৰ জগতখনত আমাক বিজ্ঞান চৰ্চাৰ বিষয়ত সহায় কৰিব নে ? পৃথিৱীখন বৰ বেগাই এটা বিশেষ দিশৰ ফালে আগুৱাই যাবলৈ ধৰিছে। এই দিশৰ শেষ সীমা ক'ত আমি নাজানিও সেইফালে গৈ আছোঁ। ৰহস্যবাদক মষিমূৰ কৰিবলৈ আমি যুক্তিবাদক সক্ষম কৰিবৰ বাবে বদ্ধপৰিকৰ হৈছোঁ। আমি এটি আত্মাভিমানৰ বাবে পাহৰি গৈছোঁ যে ৰহস্যবাদৰ অন্ধকূপটোৰ খিৰিকী- বোৰ এখন দুখনকৈ খুলিবলৈ ল'লেহে তাত যুক্তিবাদৰ প্ৰবেশ সম্ভৱ হ'ব পাৰে।

আজি বিজ্ঞান আৰু প্ৰযুক্তিৰ বাহিৰে আন কথা কোৱাটো বুদ্ধিজীৱীৰ বাবে প্ৰায়ে লজ্জাকৰ হৈ পৰিছে। পাৰিপাৰ্শ্বিকতা আৰু বুদ্ধি বিকাশৰ নিয়মৰ কথা চিন্তা কৰিলে এই লাজ যথাৰ্থ বুলি কবই লাগিব। পৃথিৱীখন সৰু হ'ল, মাটিৰ উৰ্বৰা শক্তি কমি আহিল; শক্তিৰ উৎসবিলাকৰ ব্যৱহাৰ ব্যাপক হ'ল, আকাশৰ স্বাভাৱিকতাৰ পৰিবৰ্তন হ'ল আৰু তাত এতিয়া কৃত্ৰিম উপগ্ৰহই বিচৰণ কৰে; জীৱৰ প্ৰজনন শক্তিয়ে ৰূপ সলালে; মৰুভূমিত ফুল ফুলিল; বন্যভূমি শুকাই গ'ল, ঘৰৰ ভেটীত উঁই পৰুৱাই গাত খন্দাৰ দৰে বসুন্ধৰাৰ বুকু খনিজ তেল আৰু কয়লাৰ কূপবোৰে ঘুণীয়া কৰিলে; মেঘ-বৰষা পানীলৈ মানুহে অপেক্ষা কৰিব নোৱাৰা হ'ল আৰু ধৰিত্ৰীয়ে ধাৰণ কৰা পানী শুহি আনি মানুহে বিলাসী জীৱন যাপনৰ হেপাহ পূৰাবলৈ আৰম্ভ কৰিলে। এইবোৰ হ'ল পাৰিপাৰ্শ্বিকতাৰ মাত্ৰ কেইটামান উদাহৰণ। তাৰে ভিতৰত মুখ্য কথা এটি উল্লেখ নকৰিলে বিষয়টো বেয়া ৰকমে আধৰুৱা হৈ থাকিব। সেইটো হ'ল জনস্ফীতিৰ কথা। জনস্ফীতিটো প্ৰত্যক্ষ আৰু পৰোক্ষভাৱে এটি পাৰিপাৰ্শ্বিকতাৰ সমস্যা। ইয়াৰ সমাধানৰ উপায় মাত্ৰ এটা। ইয়াক বোধ কৰিব লাগিব। পৰিয়াল-পৰিকল্পনাৰ দ্বাৰা জনস্ফীতি ৰোধৰ কাৰ্যকৰী সফলতাৰ সম্ভাৱনা শতকৰা পঞ্চাছ বা ষাঠি বুলি কোৱাই উচিত। কেতিয়াবা যদি শতকৰা এশ ভাগ হয়গৈ, তেতিয়াও এই শতিকাৰ বৰ্তমানৰ দশকটোত যি জনসংখ্যা আছে, তাৰ হীন-ডেঢ়ি হোৱা সম্ভৱ নহয়। জনসংখ্যাৰ বৃদ্ধি আৰু হ্ৰাসৰ স্বাভাৱিক অনুপাত বৰ্তমান অৱস্থাত সংৰক্ষিত হ'লেও জনস্ফীতিৰ সমস্যা বহু পৰিমাণে থাকি যাব। পঞ্চদশ বা সপ্তদশ শতিকাৰ সমাজ কেতিয়াও উভতি নাহে। জনস্ফীতিৰ সমস্যাটো বৰ্তমানৰ অৱস্থাত ৰক্ষা কৰিব পৰাটো কম ডাঙৰ কৃতিত্ব নহয় বুলিয়ে মোৰ ধাৰণা। জনসংখ্যা বলপূৰ্বক হ্ৰাস কৰি সমস্যাটোৰ সমাধান কৰাটো বৈজ্ঞানিক উপায়েৰে সহজ হ'লেও সেই উপায়ৰ কথা ভাবিবলৈ কোনে উপদেশ দিব পাৰে?

ইফালে বুদ্ধি বিকাশৰো এটা নিয়ম আছে। বিকাশ কথাটোৱেই বিশিষ্টৰূপে উজ্জ্বল হোৱা বুজায়। কোটি বছৰ পূৰ্বৰ নিয়েণ্ডাৰঠাল



মানুহৰ দিনৰপৰা আজিৰ হোমোছেপিয়েন্স মানুহৰ যুগলৈ বুদ্ধিৰ বিকাশ হৈয়েই আছে। মাজতে কেইটামান শতিকাক যে পশ্চিমীয়া ঐতিহাসিকে অন্ধকাৰ যুগ বুলি কয় সেই কথা আপেক্ষিকভাৱেহে সত্য। প্ৰাচ্য দেশত এই কথা নাখাটে। বুদ্ধিৰ এই অগ্ৰগতিয়ে হয়তো এদিন সূৰ্যক নিষ্প্ৰভ কৰি শক্তিৰ উৎস ৰূপে দেশে দেশে একোটা কৃত্ৰিম সূৰ্যৰ সৃষ্টি কৰিবও পাৰে। মানুহৰ মগজুৰ চৰিত্ৰ নাশ কৰাটো বিজ্ঞানৰ আয়ত্তৰ ভিতৰত আছে। কিন্তু উন্নত হোৱাৰ শক্তি ইয়াৰ প্ৰকৃতিতে নিহিত হৈ থকা বস্তু। হয়তো এগৰাকী পশ্চিমীয়া বিজ্ঞান সাহিত্যিকে কোৱা বছৰ আগতে কোৱাৰ দৰে মানুহ মানে মগজু হ'বগৈ পাৰে।

এতিয়ালৈকে আলোচ্য বিষয় অসমীয়া বিজ্ঞান সাহিত্যৰ কথা একোকে কোৱা হোৱা নাই। অসমত বিজ্ঞান সাহিত্যৰ উন্নতি আৰু বিস্তাৰ সকলোৰে বাবে কল্যাণকাৰক। বৰ্তমানে ই এই কল্যাণকাৰক ৰূপটো ধাৰণ কৰিব পাৰিছে নে নাই সেই কথা খৰচি মাৰি আলোচনা কৰিব লাগিব।

ভাৰতীয় মানুহৰ মনোবৃত্তি মূলতঃ দাৰ্শনিক ধৰণৰ। কোনো এটা বৈজ্ঞানিক পৰীক্ষা দহবাৰ বা কুৰিবাৰ বিফল হ'লে কিছুমান পৰীক্ষকে ভাগ্যই বেয়া বুলি ভাবিবলৈ ধৰে। এই মনোবৃত্তিৰ পৰিবৰ্তন সাধন কৰা বৰ সহজ নহয়। আমি ইয়াক যুগৰ উত্তৰাধিকাৰ ৰূপে লাভ কৰিছোঁ যেন লাগে। কিন্তু পৈত্ৰিক সম্পত্তি ৰূপে লাভ কৰা পুখুৰীত পদুম ফুল ফুলাব পাৰি, অথবা ইয়াৰ বুকুত সুদৃশ্য অট্টালিকাও সাজিব পাৰি। ৰুচ, চীন আৰু জাপানে তাকেই কৰিছে। ভাৰতবৰ্ষতো এই কাম হবলৈ উপক্ৰম হৈছে। কিন্তু অসমৰ কথা সুকীয়া। ইয়াত বিজ্ঞান সাধনাই লাভ কৰা উৎসাহ গতানুগতিকতাৰ উৰ্দ্ধলৈ যাব পৰা নাই। বিজ্ঞান সাহিত্যৰ অৱস্থাও তেনেকুৱাই। প্ৰায় চল্লিচ বছৰ আগতে এডিনবৰা বিশ্ববিদ্যালয়ৰ উপাচাৰ্য গৰাকী আগতে বিজ্ঞানৰ অধ্যাপক আছিল। তেওঁৰ বৈজ্ঞানিক অৱদান কোনো নতুন আৱিষ্কাৰ বা কিবা তথ্য প্ৰতিষ্ঠাৰ দিশত নাছিল। কিন্তু বিজ্ঞানক জনপ্ৰিয় কৰা কামত দেশখনক বহু আগুৱাই দিছিল বাবেই ব্ৰিটিছ চৰকাৰে তেওঁক এখন

ডাঙৰ আৰু বিখ্যাত বিশ্ববিদ্যালয়ৰ উপাচাৰ্য পদৰ দ্বাৰা সন্মানিত কৰিছিল। আমাৰ দেশৰ উদাহৰণ এটা দিওঁ। এই উদাহৰণৰ লগত বিজ্ঞানৰ সম্বন্ধ নাই যদিও সাহিত্যৰ প্ৰতি থকা আমাৰ সম্পৰ্কৰ কথা জড়িত হৈ আছে। দূৰদৰ্শনৰ দিল্লীৰ কাৰ্যকৰ্তাসকলক আমি দোষ দিলোঁ যে ৰামায়ণৰ চিত্ৰৰূপ দেখুওৱাৰ আগতে মূল বাল্মীকি ৰামায়ণৰ উপৰিও কেবাখনো প্ৰান্তীয় ৰামায়ণৰ নাম উল্লেখ কৰা হৈছিল কিন্তু মাধৱ কন্দলীৰ ৰামায়ণৰ উল্লেখ বহুদিনলৈকে দূৰদৰ্শনে প্ৰচাৰ কৰা নাছিল। পাছত অৱশ্যে মাধৱ কন্দলীৰ ৰামায়ণৰ নাম দূৰদৰ্শনে পৰ্দাত দেখুৱালে। পতিলতে যে দেখুওৱা নাছিল তাৰ বাবে দিল্লী যিমান দোষৰ ভাগী, অসমৰ মানুহ তাতকৈ কম দোষৰ ভাগী নহয়। মাধৱ কন্দলীৰ ৰামায়ণৰ কথা অসমৰ বাহিৰে আন প্ৰান্তত জনা মানুহ নাই বুলিয়ে কব পাৰি। আমি আমাৰ কন্দলীক অসমৰ বাহিৰলৈ নিয়াৰ কোনো ব্যৱস্থা লোৱাই নাই। ঠিক সেইদৰে আমাৰ বিজ্ঞান সাহিত্যিকে আত্মপ্ৰকাশ কৰিলেও তেওঁ প্ৰায় অজ্ঞান হৈ থাকে।

অসমীয়া বিজ্ঞান সাহিত্যিকৰ নামৰ তালিকা এখন আছে বুলি জনা নাযায়। অসমীয়া ভাষাৰ ওজা স্বৰ্গীয় হেমচন্দ্ৰ বৰুৱা সৰ্বপ্ৰথম বিজ্ঞান সাহিত্যিক আছিল বুলি এগৰাকী অসমীয়া পণ্ডিতে কোৱা মনত পৰে। তেওঁ ভাং আৰু স্বাস্থ্য বিষয়ক সৰু পুথি এখন লিখিছিল। স্বৰ্গীয় ৰোহিনীকান্ত হাতীবৰুৱাৰ নামো সেই একে গৰাকী পণ্ডিতে বিজ্ঞান সাহিত্যৰ লগত সাঙুৰিছিল। আমি স্কুলীয়া ছাত্ৰ থকা সময়তে স্বৰ্গীয় হাতীবৰুৱাৰ কথা শুনিছিলোঁ আৰু তেওঁ বিজ্ঞানৰ লগত সম্বন্ধযুক্ত আছিল বুলি আমি শুনা নাছিলোঁ। তেতিয়া স্বাস্থ্য আৰু প্ৰকৃতিবিজ্ঞান সম্বন্ধীয় কথা কিছুমান স্কুলত সাধাৰণভাৱে শিকোৱা হৈছিল আৰু প্ৰকৃতিপাঠ বুলি অঙ্কৰ বিবিধ প্ৰশ্নৰ লেখীয়া পুথি এখন স্কুলৰ শিক্ষকসকলৰ হাতত দেখা মনত পৰে। অসমত প্ৰকৃত বিজ্ঞান শিক্ষাই ভুমুকি মৰাৰ আগতে দুই এজনে অনা-অসমীয়া সাহিত্যিকৰ আদৰ্শৰে উদ্বুদ্ধ হৈ কিবা লিখিছিল যদিও তেওঁলোক বিস্মৃতিৰ গৰ্ভত লুপ্ত হ'বলগীয়া অৱস্থা।



ইয়াত লেখত লব পৰা বিজ্ঞান সাহিত্যিকসকলৰ নাম উল্লেখ কৰিবলৈ মই ইচ্ছা কৰা নাই। অসম সাহিত্য সভাৰ তৰফৰপৰাই এই নাম আৰু লগতে প্ৰকাশিত প্ৰবন্ধ বা কিতাপ আদি সংগ্ৰহৰ ব্যৱস্থা কৰাটো যুক্তিযুক্ত কথা হ'ব।

বিজ্ঞানৰ শিক্ষক-গৱেষকসকলে যিকোনো প্ৰকাৰে বিজ্ঞান সাহিত্যৰ লগত সম্বন্ধ ৰাখে। এই সাহিত্য যি ভাষাতেই নহওক, তেওঁলোকৰ বাবে নিয়ম মতে এই সম্বন্ধ ৰক্ষা কৰাটো তেওঁলোকৰ কৰ্তব্য। ইংৰাজী ভাষা জনা লোকসকলৰ বাবে এই কৰ্তব্য পালন কৰাটো সহজ, কাৰণ ইংৰাজী সাহিত্য প্ৰায় বিশ্ব-সাহিত্যৰ নিচিনা হৈ পৰিছে। এতিয়া সমস্যা হৈছে স্কুলৰ ছাত্ৰ আৰু তেওঁলোকৰ শিক্ষকসকলৰ সম্বন্ধে। ইংৰাজী সাহিত্যৰ লগত এওঁলোকৰ সম্বন্ধ বৰ গভীৰ নহয়। প্ৰাথমিক আৰু মাধ্যমিক স্তৰত শিক্ষক আৰু ছাত্ৰৰ বাবে ইংৰাজী বাধ্যতামূলক নহয় বিশেষকৈ অসমীয়া মাধ্যমৰ স্কুলবিলাকত। বিজ্ঞান বিষয়টো স্কুলৰ সকলো পৰ্যায়তে বাধ্যতামূলক বা ঐচ্ছিকভাৱে পাঠ্য বিষয় ৰূপে প্ৰবৰ্তিত হৈছে আৰু শিক্ষা বিভাগে বিজ্ঞানৰ পাঠ্যপুথিৰ ব্যৱস্থাও কৰিছে। কিন্তু কাৰিকুলামৰ বিজ্ঞানে বিষয়টোক বৰ্তমান শিক্ষা-নীতি মতে কেৱল পৰীক্ষা পাচ কৰাৰ বাবেহে শিক্ষাৰ্থীক সহায় কৰে; তেওঁলোকক বিজ্ঞানৰ প্ৰতি আগ্ৰহী বা শ্ৰদ্ধাবান কৰাৰ বাবে এই কিতাপবোৰ কিমান উপযুক্ত সেইটো এতিয়াও বিচাৰ্য। এই উদ্দেশ্য সাধনৰ বাবে যি অসমীয়া সাহিত্যৰ প্ৰয়োজন তাক পূৰণ কৰা কিতাপ-পত্ৰ এতিয়াও দুৰ্লভ বুলি কলে অত্যুক্তি কৰা নহয়।

বিজ্ঞান এতিয়ালৈ পশ্চিমৰ ইউৰোপ, আমেৰিকা আৰু সদ্যহতে পূবৰ জাপান দেশৰ সম্পদ হৈ আছে। আমি বিজ্ঞানৰ বতৰা পাওঁ ইংৰাজী সাহিত্যৰ মাধ্যমত। আমাৰ বিজ্ঞান সাহিত্যও ইংৰাজী বিজ্ঞানৰ অনুবাদ হয়। কলেজত অধ্যাপনা কৰাৰ সময়ৰ কথা মনত পৰিছে। আকাশবাণীত কৰলগীয়া বিজ্ঞান-বিষয়ক ৰচনাৰ বাবে আমাৰ শিক্ষক-অধ্যাপকসকলক নিযুক্ত কৰা হৈছিল। এওঁলোকৰ মাজৰ দুই এজনে ইংৰাজীতে এই ৰচনা লিখি অসমীয়ালৈ অনুবাদ কৰিবলৈ আনক অনুৰোধ কৰা কথাটো মই জানো। ইয়াত আচাৰত হ'বলগীয়া একো নাই। 'পাব্লিক ট্ৰেন্সপোৰ্ট'ক

'ৰাইজৰ পৰিবহন' বা 'ফাইনেনচিয়েল কৰ্পোৰেচন'ক 'বিত্তীয় নিগম' ৰূপে অনুবাদ কৰাত কাক দোষ দিব? 'ৰাইজৰ পৰিবহন' কথাষাৰত "শৰ পোৰণ, সৰাদাহন"ৰ দৰে শব্দ প্ৰয়োগ-দোষ আছে আৰু 'বিত্তীয় নিগম' বোলোঁতে আমি পাহৰি যাওঁ যে অসমীয়াত সমাস বুলি ব্যাকৰণ-সিদ্ধ নিয়ম আছে। ফাইনেন্স ইংৰাজী শব্দটোৰ বিশেষণ ৰূপটো ফাইনেন্চিয়েল বাবে বিত্তকো বিশেষণ ৰূপ দি "বিত্তীয়" কৰিবই লাগিব বুলি পৰিভাষাৰ পণ্ডিতসকলে স্থিৰ কৰিছিল। ভাষান্তৰ কৰাত এনেকুৱা হোৱাটো ইংৰাজী ভাষাৰ প্ৰতি থকা শ্ৰদ্ধাৰেই ফল। 'ৰাইজৰ গাড়ী' বা 'বিত্ত নিগম' বুলিলে শব্দ দুটাৰ ব্যৱহাৰ অসমীয়াত অধিক গ্ৰহণযোগ্য হ'ব বুলি মোৰ ব্যক্তিগত ধাৰণা। সেইদৰেই বিজ্ঞান বিষয়ক ৰচনা লিখোঁতে পাৰিভাষিক বিভ্ৰাট যিমানে কমাব পাৰি সিমানে ভাল। ইয়াকে কৰোঁতে অসমীয়া পৰিভাষাৰ শব্দবোৰৰ বিশেষণ, ক্ৰিয়া-বিশেষণ আদি ৰূপবিলাক সহজে, ব্যাকৰণসন্মত আৰু উচ্চাৰণৰ সুবিধাজনকভাৱে কৰিব পৰা কথাটো মনত ৰাখিব লাগিব। সদায় স্বাভাৱিকভাৱে কোৱা কথাবোৰ আমাৰ নিচেই আপোন হয়। বিজ্ঞানৰ ভাষা সকলোবোৰকে যে আমি ঘৰুৱাভাৱে কোৱা কথাৰ দ্বাৰা সদায় প্ৰকাশ কৰিব নোৱাৰোঁ, ইয়াত সন্দেহ নাই। কওঁতে কওঁতে কিছুমান কঠিন শব্দ নিজে নিজে সহজ আৰু আপোন হৈ পৰে। ইংৰাজ ল'ৰা-ছোৱালীয়েও শিক্ষাৰ ফলতহে বহু বিজ্ঞানৰ শব্দ আয়ত্ত কৰে। পিছে তেওঁলোকে এই কাম আমাৰ ল'ৰা-ছোৱালীতকৈ সহজে কৰে। যেনে - অপাৰেচন, ট্ৰেন্সফুছন, চাৰ্কুলেচন, কণ্ডাকচন, ইত্যাদি। অসমীয়া পৰিভাষাত ব্যৱচ্ছেদ, সংচৰণ, পৰিসঞ্চৰণ বা সংবহন, পৰিবহন এইবোৰ শব্দ স্কুলীয়া ল'ৰাই আয়ত্ত কৰিবলৈ বহু দিন অভ্যাস কৰিবলগীয়া হয়। আমাৰ ন-শিকাৰুসকলে বিজ্ঞানৰ ভাষা আয়ত্ত কৰিবলৈ যাওঁতে যাতে প্ৰতিটো শব্দতে উজুটি খাব নালাগে তালৈ মন কৰিলে আমাৰ বিজ্ঞান সাহিত্য আমাৰ ঘৰৰ মজিয়ালৈ আহিব; বহা কোঠালিৰ চকী-মেজত বহি থাকিবলগীয়া অৱস্থাটো আঁতৰিব।

---

*(অসম সাহিত্য সভাই ডুলীয়াজানত ১৬, ১৭, ১৮ অক্টোবৰ, ১৯৮৭ চনত অসমীয়া বিজ্ঞান সাহিত্য সম্পৰ্কে আলোচনা কৰিবলৈ আয়োজন কৰা আলোচনা চক্ৰৰ মুখ্য অতিথিৰ ভাষণ।)*

# শিশু-বিজ্ঞান সাহিত্য—সমস্যা আৰু সমাধান

ডঃ বিজয় কৃষ্ণ দেৱ শৰ্মা

## ১। বিজ্ঞান সাহিত্য কি?

শিশু-বিজ্ঞানসাহিত্য বা বিজ্ঞানভিত্তিক শিশু সাহিত্যৰ কথা আলোচনা কৰাৰ আগেয়ে আমি বিজ্ঞান সাহিত্য বুলিলে নো কি বুজোঁ— তাক জানি লোৱা উচিত হ'ব। দেখা যায়, যি কোনো সাহিত্য সৃষ্টিৰ আঁৰত বিষয়গত (objective) আৰু বিষয়ীগত (subjective) কথা দুটা সাঙুৰ খাই থাকে। সাহিত্যিকে সাহিত্যৰ বিষয়বস্তু আহৰণ কৰে— দেখি থকা বাস্তৱ জগতখনৰ পৰা, অভিজ্ঞতা পুষ্ট প্ৰেৰণাৰে। সেই প্ৰেৰণাৰে নিজৰ মনৰ জগতখনত উঠা ভাৱৰ হেন্দোলনিসমূহক নিজ অভিৰুচিৰে প্ৰকাশ কৰে সাহিত্যৰ ৰূপত। এই দৃষ্টিকোণেৰে চালে, বিজ্ঞানৰ বিষয়-বস্তু আৰু সাহিত্যৰ ৰসৰ মিলনতেই সৃষ্টি হয় বিজ্ঞান সাহিত্য। গতিকে, বিজ্ঞান সাহিত্যত বিজ্ঞানৰ বস্তুনিষ্ঠ আলোচনা, সাহিত্যৰ ৰস-সঞ্চাৰিত হৈ থকাটো বাঞ্চনীয়। নহ'লে এনে আলোচনা বিজ্ঞানৰ সাধাৰণ আলোচনা বা বৰ্ণনাহে হয়। বিজ্ঞানৰ বিষয়গত বিৱৰণ বা আলোচনাক বিজ্ঞান সাহিত্য আখ্যা দিব নোৱাৰি। (এই বাবেই বিজ্ঞানৰ পাঠ্যপুথিক বিজ্ঞান সাহিত্যৰ বেষ্টনিত ৰখা নহয়)।

## ২। শিশু বিজ্ঞান সাহিত্য

যি কোনো সাহিত্য সৃষ্টি কৰাৰ বেলিকা সাহিত্যিকে ব্যক্তি, সমাজ আৰু সময়ৰ প্ৰতি সচেতন হ'ব লাগে। অৰ্থাৎ দেশ, কাল, পাত্ৰ বিচাৰ কৰিহে সাৰ্থক সাহিত্যৰ সৃষ্টি সম্ভৱ। সমাজৰ ৰুচি আৰু সময়ৰ প্ৰভাৱৰ (অৱশ্যে এই দুয়োটা কথা ওতঃপ্ৰোতঃভাৱে জড়িত) ওপৰত সাহিত্যিকৰ ৰচনা প্ৰতিষ্ঠিত নহ'লে, সেই সাহিত্যই পাঠকক আকৃষ্ট কৰিব নোৱাৰে।

বিজ্ঞান সাহিত্য, বিশেষকৈ শিশু-বিজ্ঞান সাহিত্যৰ ক্ষেত্ৰত ই বিশেষভাৱে প্ৰণিধানযোগ্য। শিশু মন স্বভাৱতেই কৌতূহলী অনুসন্ধান স্পৃহা-পুষ্ট। শিশুৰ এই কৌতূহল ইমান প্ৰবল যে— তেওঁলোকৰ হাতত আমি যিহকেই তুলি দিওঁ, তাকেই পৰম আগ্ৰহেৰে গ্ৰহণ কৰে। এই বাবেই তেওঁলোকক দিয়া সাহিত্য বা বিজ্ঞান-সাহিত্যৰ ক্ষেত্ৰত আমি সতৰ্কতা, সচেতনতা আৰু চিন্তা-প্ৰৱণতা প্ৰদৰ্শন কৰা উচিত। বিজ্ঞান-চৰ্চাৰ প্ৰতি আকৰ্ষিত কৰিবলৈ বা জীৱন-ৰীতিত বৈজ্ঞানিক পদ্ধতি অনুধাৱন কৰিবলৈ যি প্ৰেৰণাৰ প্ৰয়োজন, তাক প্ৰদান কৰাটো বিজ্ঞান সাহিত্যৰ এক প্ৰধান উদ্দেশ্য। গতিকে, শিশুৰ বাবে বিজ্ঞান সাহিত্য ৰচনা কৰোঁতে আমি চাব লাগিব যাতে ৰচনাসমূহে বিজ্ঞানৰ ধাৰা—পৰীক্ষা, প্ৰমাণ যুক্তিনিৰ্ভৰতা প্ৰৱৰ্তিত কৰি শিশু পাঠকক সত্য অনুধাৱন কৰাত সহায় কৰে।

## ৩। শিশু-বিজ্ঞান সাহিত্যৰ বিষয়বস্তু

শিশু-বিজ্ঞান সাহিত্যৰ সংজ্ঞা বা ধাৰণা ওপৰত দিয়া ধৰণে গ্ৰহণ কৰাৰ পাছত, স্বভাৱতে এটা প্ৰশ্নৰ উদয় হয় এইদৰেঃ এই শিশু-বিজ্ঞান সাহিত্যৰ বিষয়বস্তুনো কেনেকুৱা হোৱা উচিত? প্ৰশ্নটিৰ সমিধান পাবলৈ হ'লে আমি আদিতে বিজ্ঞান সাহিত্যৰ বিষয়বস্তু সম্পৰ্কে বিচাৰ কৰি চাব লাগিব। বিজ্ঞান সাহিত্যৰ ধাৰা বিষয়বস্তুৰ আধাৰত ভগালে তিনি ভাগে ভগাব পাৰি। সেয়া হ'ল, (১) বৰ্ণনাত্মক, (২) তত্ত্বাত্মক আৰু (৩) ৰসসিক্ত বিজ্ঞান-ভিত্তিক কাহিনী আদি।

প্ৰথম ভাগত বিজ্ঞানৰ 'জনপ্ৰিয়' শাখাটোৱেই ঘাইকৈ পৰে। সাম্প্ৰতিক যুগটোক আমি বিজ্ঞান আৰু প্ৰযুক্তিবিদ্যাৰ যুগ বুলি আখ্যা দিছোঁ। সেয়ে সমাজৰ প্ৰতিটো ঘটনা, প্ৰতিটো চিন্তাই বিজ্ঞানগন্ধী হ'বলৈ বাধ্য। কলা-সাহিত্য আৰু বিজ্ঞানৰ মহামিলনত গঢ় লোৱা আধুনিক-সংস্কৃতিত আমাৰ বৌদ্ধিক পৰিবেশ পৰিপুষ্ট হৈছে (বা হ'বলগীয়া হৈছে) বিজ্ঞান, বিজ্ঞান-চিন্তা আৰু বৈজ্ঞানিক মনোবৃত্তিৰ সহায়তহে। পুৱাৰপৰা ৰাতি শুবলৈ যোৱা পৰলৈ প্ৰতিটো মুহূৰ্ততে বিজ্ঞানৰ অৱদানেৰে পৰিবৃত্ত হৈ থাকি বিজ্ঞানক আজি আমি জীৱনৰ এক অংগ বুলি গ্ৰহণ কৰিছোঁ।



সেয়েহে বিজ্ঞানৰ আঁৰত থকা বিজ্ঞান-চিন্তা আৰু বিজ্ঞানৰ প্ৰজাত সামগ্ৰী আদিৰ ৰসাল, সাৱলীল বৰ্ণনাই জনসমাজক আনন্দ দিয়াৰ উপৰিও বিজ্ঞান চেতনা গঢ়াত সহায় কৰে। জনপ্ৰিয় বিজ্ঞানৰ প্ৰয়োজন ইয়াতেই। সৰু-সৰু ঘটনাৰ আঁৰত থকা বৈজ্ঞানিক তথ্যৰ বৰ্ণনাই জনসাধাৰণক সুখ-পাঠ্য সাহিত্যৰ খোৰাক দিব পাৰে। তদুপৰি, বিজ্ঞানৰ যুগত বাস কৰিও আমাৰ মানুহৰ মন বিজ্ঞানসন্মত হৈ উঠা নাই। সেয়ে অস্বাস্থ্যবিধি, অন্ধবিশ্বাস, আৰু অবিজ্ঞানভৰা কুহক কুঁহক লগা চিন্তাশ্ৰয়ী ৰীতি-নীতি সমাজৰ বিভিন্ন স্তৰত বিভিন্ন প্ৰকাৰে প্ৰবাহিত হৈ আছে। এনে 'দোষদুষ্ট' বা অবৈজ্ঞানিক ধাৰা সমাজৰপৰা দূৰ কৰিবলৈ হ'লে অতি প্ৰয়োজন বিজ্ঞান চেতনাৰ আৰু বিজ্ঞান চেতনা সৃষ্টি কৰিবলৈ হ'লে প্ৰথমতেই প্ৰয়োজন বৰ্ণনাত্মক বিজ্ঞান সাহিত্যৰ। কি, ক'ত, কেনেকৈ —মানুহ মাত্ৰেই জানিবলৈ উদ্‌গ্ৰীৱ। বিজ্ঞানৰ জ্ঞান আৰু প্ৰজাত সামগ্ৰী কোনো যাদুকৰৰ যাদুখেল নহয়, মায়াবীৰ মায়া নহয়। ইয়াত কাৰ্য আৰু কাৰণৰ গূঢ়াৰ্থ নিহিত আছে। পদাৰ্থৰ ৰূপান্তৰ, ৰাসায়নিক বিক্ৰিয়াত পোৱা ভিন ভিন বস্তু বা প্ৰজাত সামগ্ৰী, বিশ্বজগতৰ সৃষ্টি স্থিতি আৰু গতিৰ আঁৰত থকা গাণিতিক সূত্ৰাৱলী জনসাধাৰণৰ বাবে ৰহস্যময় ঘটনাৰ দৰেই প্ৰশ্নগৰ্ভ। গতিকে এইবোৰ প্ৰশ্নৰ উত্তৰ থকা বিজ্ঞানৰ বৰ্ণনাই পাঠকৰ মনৰ মাজত থকা অবৈজ্ঞানিক চিন্তাবোৰ আঁতৰ কৰিবলৈ সহায় কৰে।

এই শ্ৰেণীৰ বিজ্ঞান সাহিত্যই শিশু-মনক অতি প্ৰয়োজনীয় ইন্ধন যোগায়। বিজ্ঞানৰ সাধু বা সাধুৰে বিজ্ঞান, বিজ্ঞানৰ খেল, বিজ্ঞানৰ ইতিহাস, কৰি চোৱা পৰীক্ষামূলক বিজ্ঞানৰ 'মেজিক' আদিক আমি বৰ্ণনাত্মক শিশু-বিজ্ঞান সাহিত্য বুলি কব পাৰোঁ।

শিশু-মন সদায় ৰূপকথা বা সাধুকথাৰ প্ৰতি বিশেষ আগ্ৰহী। ইয়াৰ কাৰণ হ'ল—শিশু-মনৰ কৌতূহলী প্ৰকৃতি। সেয়ে ৰূপকথাৰ বিষয়বস্তু শিশুৰ বাবে যদি বিজ্ঞানপুষ্ট কৰা হয়, তেনেহলে ই অধিক সময়োপযোগী নহ'বনে? উদাহৰণ স্বৰূপে, পাতালপুৰীৰ কথা কওঁতে আমি যদি সাগৰ তলিত থকা বুলি কওঁ, তাত থকা ৰাজকন্যাক বিচাৰি যাওঁতে যদি ৰাজকুমাৰে সাগৰ তলিলৈ

যোৱা বিশেষ পোছাক পিন্ধি, পিঠিত অক্সিজেনৰ চিলিণ্ডাৰ বান্ধি লয়, দৈত্যসদৃশ চাৰ্ক বা হোৱেলৰ সৈতে যুদ্ধ কৰে বুলি বিজ্ঞানপুষ্ট কথাবোৰ কওঁ তেনেহ'লে ৰূপকথাৰ চলতে আমি এক বাস্তৱ পৰিবেশ বা বিজ্ঞানসন্মত এক চেতনাৰ সৃষ্টি কৰিব পাৰোঁ। এনেকুৱা বৰ্ণনাধৰ্মী বিজ্ঞান সাহিত্য শিশুৰ বাবে চিত্তাকৰ্ষক আৰু অৰ্থবহ হয়।

তৃতীয় ভাগৰ ৰসসিক্ত বিজ্ঞান ভিত্তিক কাহিনী (ইয়াৰ ভিতৰত গল্প, উপন্যাস দুয়োবিধ পৰে) আদিতো এনেকুৱা আঙ্গিক প্ৰয়োগৰ দ্বাৰা ৰসোত্তীৰ্ণ সাহিত্য সৃষ্টি কৰাৰ লগতে বিজ্ঞানৰ যুক্তি, তত্ত্ব আৰু প্ৰমাণ সঠিকভাৱে উপস্থাপিত কৰিব পাৰি। বিজ্ঞানভিত্তিক গল্প বা উপন্যাসৰ জৰিয়তে সাহিত্যিকে পাঠকক এনে এক কল্প-চিত্ৰ থকা জগতলৈ লৈ যাব পাৰে য'ত আছে বিজ্ঞানৰ সকলো সম্ভাৱ, বাস্তৱ জীৱনৰ সত্য-ছবি, অনাগত সময়ৰ বৈজ্ঞানিক প্ৰতিশ্ৰুতি আৰু বিজ্ঞান সাধনাৰ এক আদৰ্শ নমুনা। এনেকুৱা সাহিত্যই পাঠকক সহজে আকৃষ্ট কৰি তেওঁৰ মনত এক গভীৰ সাঁচ বহুৱায়। শিশুৰ ক্ষেত্ৰত ই অধিক কাৰ্যকৰী হ'ব পাৰে, যিহেতু এনেকুৱা কাহিনীৰ আঁৰত থকা কল্প-চিত্ৰই তেওঁলোকৰ মনৰ উম্মাপূৰ্ণ, দুঃসাহসিক, দূৰন্ত অভিযান-বিলাস আৰু নজনাক জনাৰ বা নেদেখাক দেখাৰ কৌতূহলপ্ৰীতি পূৰণ কৰিবলৈ সহায়ক হয়। এইখিনিতে অৱশ্যে উপস্থাপনৰ বিশিষ্টতাই বিশেষ ভূমিকা গ্ৰহণ কৰিব। শিশুৰ বাবে ৰচনা কৰা বিজ্ঞান-কাহিনীত শিশুমনক তুষ্ট কৰিব পৰা নহ'লে, সেই ৰচনা বিফল হ'ব। কিয়নো বিজ্ঞান কাহিনী জাতীয় ৰচনাত বিজ্ঞান আৰু বিজ্ঞানৰ বিষয়বস্তু হ'ল প্ৰাণ বা আত্মা; সাহিত্য তাৰ দেহশ্ৰী। দেহশ্ৰীৰ সৌষ্ঠৱতা আৰু আত্মাৰ অস্তিত্ব - দুয়োটা কথা সমানে ৰক্ষা কৰি লিখা লিখনীতহে এক ভাৰসাম্য ৰক্ষিত হয় আৰু তেতিয়াহে সাৰ্থক বিজ্ঞান কাহিনী ৰচিত হয়। সমাজৰ গ্ৰাহিতা, পাঠকৰ অভিৰুচি, বিজ্ঞানৰ প্ৰভাৱ কথাকেইটাৰ সামঞ্জস্য আৰু সংহতি, সাহিত্যৰ প্ৰকাশভঙ্গীৰ মাজেৰে উপস্থাপন কৰা বিজ্ঞান-কাহিনী কালজয়ী আৰু মনোগ্ৰাহী হয়। পশ্চিমৰ দেশত ৰচনা কৰা ভাৰ্ণ, ওৱেলচ্, ক্লাৰ্ক, অ'ৰওৱেল এচিম'ভ আদিৰ ৰচনাই তাৰ সাক্ষ্য বহন কৰিছে।



আমাৰ দুয়োখন মহাকাব্যৰ ৰচনাত এনেকুৱা বিজ্ঞান-কাহিনীৰ চিত্ৰ বহুতো আছে। আমি কেৱল তাক বিশ্লেষণ কৰি সঠিকৰূপত উপস্থাপিত কৰিলেই হ'ল।

বিজ্ঞান সাহিত্যৰ আন এটি ধাৰা হ'ল আমি দ্বিতীয় পৰ্যায়ত ৰখা তাত্ত্বিক-আলোচনা। বিজ্ঞান আৰু দৰ্শনৰ সম্বন্ধ, বিজ্ঞান আৰু সমাজৰ ওতঃপ্ৰোতঃ সম্বন্ধ বা কোনো এটি বিজ্ঞানৰ তত্ত্ব বিশেষ আলোচনা আদি এই শ্ৰেণীৰ বিজ্ঞান সাহিত্যৰ সমল। বিজ্ঞানৰ প্ৰশস্তি; বিজ্ঞান-সাহিত্যৰ প্ৰয়োজনীয়তা আৰু সমালোচনা আদিও এই শ্ৰেণীৰ সাহিত্যৰ ভিতৰত পৰে। সময়ৰ গতিত যেতিয়া কোনো এজন বিজ্ঞানীয়ে নতুন মতবাদ এটি থিয় কৰে, তেতিয়া বিজ্ঞানীজনাক বা তেওঁৰ মতবাদক সমৰ্থন দিবলৈও বিজ্ঞান সাহিত্যৰ এই ধাৰাটোৰ বিশেষভাৱে প্ৰয়োজন হয়। বিজ্ঞানৰ ইতিহাসত এনে নজিৰ বহুতো আছে; যিয়ে আমাক স্পষ্টভাৱে দেখুৱায় যে এনেকুৱা সমৰ্থনসূচক সাহিত্যৰ অভাৱে কালজয়ী বিজ্ঞানী ৰাজৰোষ আৰু ধৰ্মগুৰুৰ ৰোষত পৰি আত্ম বলিদান দিছে।

বিষয়বস্তুৰ গধুৰতা আৰু উপস্থাপনৰ জটিলতালৈ চাই এই শ্ৰেণীৰ বিজ্ঞান সাহিত্যক শিশু-বিজ্ঞান সাহিত্যৰ ক্ষেত্ৰত অন্তৰ্ভুক্ত নকৰাই শ্ৰেয়। সেয়ে শিশুৰ বাবে ৰচনা কৰিব পৰা বিজ্ঞান-সাহিত্যৰ ধাৰা দুটা বুলিহে কব পাৰি।

২৪৮ (সা)

## ৪। শিশু-বিজ্ঞান সাহিত্য—ৰচকৰ দায়িত্ব ঃ

এতিয়া আন এটি প্ৰশ্নৰ সম্মুখীন হওঁ ঃ সেয়া হ'ল শিশুৰ বাবে ৰচনা কৰা সাহিত্যিকৰ দায়িত্ব সম্পৰ্কে। শিশু-বিজ্ঞান সাহিত্য ৰচনা কৰোঁতে লেখকৰ ভূমিকা কেনে হোৱা উচিত বুলি প্ৰশ্ন কৰিলে থোৰতে কব পাৰি যে শিশুৰ বাবে ৰচনা কৰা সাহিত্য (তেহেলৈ ই যি প্ৰকাৰৰ সাহিত্যই নহওক কিয়!) শিশুতোষ হ'ব লাগিব। শিশুক তুষ্ট কৰিবলৈ হলে প্ৰথমতেই মন কৰিব লাগে — শিশু-মনৰ গতি; অৰ্থাৎ মনোবিজ্ঞানৰ দৃষ্টিকোণৰপৰা বিচাৰ কৰিহে শিশুৰ বাবে সাহিত্য বা বিজ্ঞান-সাহিত্য

ৰচনা কৰাটো উচিত । আগতেই কোৱা হৈছে যে শিশু-মন স্বভাৱতে অনুসন্ধিৎসু আৰু উদ্‌গ্ৰীৱ প্ৰকৃতিৰ । কৌতূহল শিশু-মনৰ এক প্ৰধান বৈশিষ্ট্য । গতিকে, শিশুৰ বাবে প্ৰদান কৰা যি কোনো ৰচনাই তেওঁলোকৰ মনৰ এই জিজ্ঞাসা পূৰণ কৰিব পাৰিব লাগিব, নহলে তেওঁলোকে তাক গ্ৰহণ নকৰিব। এইখিনিতে আওপকীয়াভাৱে নজৰ কৰিবৰ প্ৰয়োজন হয় — পাৰিপাৰ্শ্বিকতা । পৰিবেশে শিশুৰ বৰ্দ্ধিষ্ণুমনৰ গতি নিয়ন্ত্ৰণ কৰে । সমাজভেদে, সময়ভেদে এই সামাজিক পৰিবেশ পৃথক পৃথক হয় আৰু সেইমতে নতুন পুৰুষৰ চিন্তা-ভাবনা গঢ় লয়। বিজ্ঞানৰ ক্ষেত্ৰত এই কথাটো আৰু বেছি গুৰুত্বপূৰ্ণ যেন লাগে । আমি যদি সম্প্ৰতি উন্নত এখন দেশৰ বৈজ্ঞানিক পৰিবেশৰ সৈতে উন্নতশীল বা অনুন্নত দেশৰ বৈজ্ঞানিক পৰিবেশ তুলনা কৰোঁ, তেনেহ'লে এক বৃহৎ তফাৎ চকুত পৰে। আৰু এই বাবেই দেশ দুখনৰ জনগণৰ বিজ্ঞান-চেতনাৰ ক্ষেত্ৰতো এক বৃহৎ পৰিমানৰ অন্তৰফল ওলায় । বিজ্ঞান চেতনা গঢ় লোৱাৰ ক্ষেত্ৰত বিজ্ঞান, প্ৰযুক্তিবিদ্যা আৰু প্ৰজাত সামগ্ৰীৰ পয়োভৰৰ ত্ৰিভুজীয় সম্বন্ধটোৱে বিশেষ ভূমিকা গ্ৰহণ কৰে । বিজ্ঞানৰ তাত্বিক আবিষ্কাৰে প্ৰযুক্তিবিদ্যা প্ৰতিষ্ঠা কৰে আৰু প্ৰযুক্তি বিদ্যাই সমাজক দিয়ে প্ৰজাত সামগ্ৰী । এই প্ৰজাত-সামগ্ৰী প্ৰয়োগ কৰি সমাজে বিজ্ঞানক দাবী কৰে আৰু অধিক উন্নত মানৰ সামগ্ৰী পাবলৈ । এইখিনিতে সমাজৰ বিজ্ঞান চেতনা আহি পৰে । এইদৰে জন-মানসত দ্ৰুতি আৰু সৰণ নিয়ন্ত্ৰণ কৰি বিজ্ঞানে বিজ্ঞান-চেতনা প্ৰস্তুত কৰিব পাৰে । এই প্ৰস্তুতিত বিজ্ঞান সাহিত্য হয় এক সবল মাধ্যম । সেয়ে শিশু-বিজ্ঞান সাহিত্য ৰচনা কৰোঁতে, ৰচকে এনে বলিষ্ঠ ভাব, ভাষা আৰু চিত্ৰ প্ৰয়োগ কৰিব লাগিব, যিয়ে শিশু পাঠক শ্ৰেণীক আকৃষ্ট কৰিব পাৰে । অৰ্থাৎ উপস্থাপন ৰীতি হ'ল শিশু-সাহিত্য ৰচনাৰ ক্ষেত্ৰত প্ৰধান কথা ।

ভাষাৰ কথাটো আৰু অলপ খোলোচাকৈ আলোচনা কৰাৰ আৱশ্যক। ভাষাৰ সীমাবদ্ধতা বা শব্দচয়নৰ প্ৰতি শিশুৰ বাবে ৰচনা কৰা বিজ্ঞান সাহিত্যিক বিশেষভাৱে সচেতন হোৱা উচিত । শিশু-বিজ্ঞান



সাহিত্যৰ ভাষা হ'ব লাগিব সহজ, সৰল আৰু শিশুৰ বাবে উপযোগী। সেয়ে এনে ৰচনা কৰোঁতে, 'কাৰ বাবে লিখা হৈছে' বা কি বয়স-মানৰ ভিতৰৰ পাঠক বিচৰা হৈছে কথাটো আগত ৰাখিহে ৰচনা কৰা প্ৰয়োজন । বিজ্ঞান সাহিত্য লেখকৰ ক্ষেত্ৰত মাজে মাজে পৰিভাষাৰ হেঙাৰে আমনি কৰা দেখা যায় । অসমীয়াত প্ৰকাশ কৰা পৰিভাষা-সমূহ প্ৰায়েই সংস্কৃতসম্ভূত । এই শব্দবোৰ সাধাৰণ জীৱন যাত্ৰাত প্ৰয়োগ কৰা বিধৰ নহয় বা হোৱা নাই বাবেই বহুতো বিজ্ঞান সাহিত্য বিষয়ক ৰচনা শিশুৰ বাবে উচৰ্গিত হলেও শিশুতোষ হোৱা নাই । এনে ক্ষেত্ৰত আমাৰ বোধেৰে, শিশু-বিজ্ঞান সাহিত্য ৰচনা কৰোঁতে পাৰিভাষিক-শৃঙ্খললৈ বৰ আনুগত্য প্ৰদান নকৰি, বিজ্ঞানৰ কথাখিনি বুজিব পৰাকৈ ৰসসিক্ত কৰটোৱে উচিত বুলি ভাবোঁ । অৱশ্যে তাকে কৰিবলৈ যাওঁতে বিজ্ঞানৰ মূল বিষয়বস্তুখিনি যাতে দোষদুষ্ট বা বিভ্ৰান্ত নহয়, তাৰ প্ৰতিও লক্ষ্য ৰাখিব লাগিব । আমাৰ সাম্প্ৰতিক বহুতো শিশু-বিজ্ঞান সাহিত্যত এই দোষ পৰিলক্ষিত হয় । বাহিক ভূষণ-পেৰণৰ আঁৰত বিজ্ঞান-সত্বা যেন হেৰাই যায় ! এনেকুৱা লিখনীয়ে শিশু-মনৰ ওপৰত বিশেষ প্ৰভাৱতো পেলাব নোৱাৰেই, বৰং বিৰূপ ক্ৰিয়াহে কৰে ।

নিঃসন্দেহে কব পাৰি যে চিত্ৰই শিশুক সহজে আকৃষ্ট কৰে । বিজ্ঞান সাহিত্যৰ বেলিকা চিত্ৰই বিষয়বস্তু অনুধাবনতো সহায়ক হয় । এটি সুন্দৰভাৱে ৰূপায়িত চিত্ৰ কেবাপাত লিখনৰ সমতুল্য আৰু ফলপ্ৰসূ; সেয়ে শিশু বিজ্ঞান সাহিত্য যতদূৰ সম্ভৱ চিত্ৰিত কৰা উচিত । এই চিত্ৰ যদি ৰঙীন কৰিব পৰা যায়, তেনেহলে আৰু ভাল ।

শিশু মাত্ৰেই কৰ্মচঞ্চল আৰু পৰীক্ষাপ্ৰৱণ । তেওঁলোকে যি দেখে বা শুনে, তাক কৰি চাবলৈ প্ৰয়াসী হয় । এইখিনিতে বিজ্ঞান সাহিত্য ৰচকৰ ওপৰন্তু সুবিধাও । য'ত পৰা যায়, তাত শিশুক হাতে-কামে কৰি চাবলৈ সুবিধা প্ৰদান কৰা কথা শিশু-বিজ্ঞান সাহিত্যত সন্নিবিষ্ট হোৱা উচিত । এনে ধৰনৰ সাহিত্যই শিশুক বিজ্ঞানৰ প্ৰক্ৰম, পদ্ধতি আৰু চিন্তা বুটলিবলৈ খোৰাক দিয়াৰ লগতে শিশু-মনক বিজ্ঞানমুখী কৰি তোলাত সহায় কৰে । আমাৰ অসমীয়া শিশু-বিজ্ঞান সাহিত্যত এনে

ধৰণৰ ৰচনাৰ বৰ অভাব। খেলৰ ছলতে বিজ্ঞানৰ পদ্ধতি বা পৰীক্ষা উপলব্ধি কৰোৱা সাহিত্যৰ প্ৰয়োজন সৰ্বত্ৰ, সৰ্বকালত আছে। এই ধৰণৰ সাহিত্যই শিশুক পৰিৱেশ বুজিবলৈ আৰু বিজ্ঞানৰ কৰ্মপদ্ধতি হৃদয়ঙ্গম কৰিবলৈ সমল যোগাব পাৰে। এনেকুৱা সাহিত্য ৰচনাৰ ক্ষেত্ৰতো বিশেষভাৱে সাবধান হ'ব লাগে, যাতে ই পাঠ্যপুথিৰ পুনৰুক্তি যেন নহয়। পাঠ্যপুথি আৰু সাহিত্যধৰ্মী লেখনৰীতিৰ মাজত প্ৰভেদ (বিভেদ নহয় কিন্তু) যাতে শিশু-বিজ্ঞান সাহিত্যিকে পাহৰি নাযায়, তাৰ প্ৰতি সচেতন হোৱাৰ আৱশ্যক।

এইখিনিতে আৰু কিছু কথা উল্লেখ কৰি থোৱা ভাল হ'ব। আমাৰ সাম্প্ৰতিক স্কুল, কলেজৰ বিজ্ঞানৰ পাঠ্যপুথিত বিজ্ঞানৰ ইতিহাস, বিজ্ঞানৰ স্বৰূপ, বিজ্ঞানৰ বৈশিষ্ট, বিজ্ঞান আৰু অবিজ্ঞানৰ মাজত তফাৎ, বিজ্ঞান শিক্ষাৰ উদ্দেশ্য, বৈজ্ঞানিক দৃষ্টিভঙ্গী বুলিলে নো কি বুজা হয়, বিজ্ঞান সাধনাৰ ধাৰাবোৰ কেনেকুৱা — ইত্যাদি অতি প্ৰয়োজনীয় কথাবোৰৰ প্ৰতিফলন বা উপস্থাপন কোনোটোৱেই নাই। সেয়ে আমাৰ শিশু-বিজ্ঞান সাহিত্যিক-সকলে এই দিশবোৰ প্ৰকট হোৱা ৰচনাত ব্ৰতী হোৱাৰ সময় হৈছে। বিজ্ঞান আৰু প্ৰযুক্তিবিদ্যাৰ সৈতে সাঙুৰ খাই থকা বৰ্তমানৰ আধুনিক জীৱন যাত্ৰাত বৈজ্ঞানিক তথ্যৰ আৰু বাস্তৱধৰ্মী ব্যাখ্যা, প্ৰয়োজনীয় প্ৰযুক্তিৰ আঁৰত থকা বিজ্ঞানধৰ্মী, বিজ্ঞান চিন্তাশ্ৰয়ী সৰল ভাৱচিন্তাৰ সম্বন্ধ, বৈজ্ঞানিক বিপ্লৱৰ ইতিহাস আৰু অভ্যুত্থান আদিৰ ৰসগ্ৰাহী অথচ প্ৰামাণ্য ৰচনা আমাৰ অসমীয়া শিশু-সাহিত্যত বৰ কম বুলি কব পাৰি। শিশু-মনক বিজ্ঞানমুখী কৰিবলৈ হ'লে এনে ৰচনাৰ প্ৰয়োজন পূৰাব লাগিব। এই সন্দৰ্ভত প্ৰখ্যাত বিজ্ঞানী জে, বি, এচ, হেল্ডেনৰ উক্তি এটি মন কৰিব লগীয়া। তেওঁ কৈছে ঃ "Every boy/girl is intrinsically something of a scientist and something of an artist too. We adults try to knock such nonsense out of their head!" গতিকে, শিশু-বিজ্ঞান সাহিত্য ৰচয়িতাৰ ৰচনা এনে হ'ব লাগিব যাতে বিজ্ঞানৰ দৃষ্টি দিবলৈ গৈ প্ৰকাশভঙ্গীৰ বিফলতা হেতু ই এক 'অবিজ্ঞান' হৈ নপৰে। শিশু-বিজ্ঞান সাহিত্য কাৰয়ত্ৰীৰ দায়িত্ব সেয়ে সাধাৰণ শিশু-



সাহিত্য ৰচকৰ তুলনাত অধিক গুৰু-ভাৰী, অধিক চেতনাশীল।

## ৫। শিশু-বিজ্ঞান সাহিত্যৰ প্ৰয়োজনীয়তা ঃ

ওপৰৰ আলোচনাখিনিৰপৰা স্পষ্টকৈ প্ৰকাশ পাইছে যে আধুনিক যুগৰ বিজ্ঞান আশ্ৰয়ী জীৱন যাত্ৰাত বিজ্ঞানসাহিত্যৰ প্ৰয়োজন যি কোনো এটা জাতিৰ বাবে অকল সৌষ্ঠৱেই নহয়, নিতান্ত আৱশ্যক আহিলাও। সাহিত্যৰ প্ৰয়োজন যিদৰে জাতিৰ দাপোন ৰূপে পৰিগণিত, সেইদৰে বিজ্ঞান সাহিত্যও আধুনিক যুগত জাতিৰ প্ৰগতিৰ স্বাক্ষৰ ৰূপে এক অপৰিহাৰ্য অংগ ৰূপে স্বীকৃতি পাইছে। এই স্বীকৃতিৰ উপৰিও আমাৰ আন কিছুমান অভাৱ সৃষ্টি হৈছে, যাৰ বাবে শিশু-বিজ্ঞান সাহিত্য তথা বিজ্ঞান সাহিত্যৰ প্ৰয়োজন বাৰুকৈয়ে অনুভূত হয় বা হৈছে।

প্ৰথমতে আমি কব পাৰোঁ আমাৰ বিজ্ঞান পঢ়া বা বিজ্ঞানব্ৰতী— সকলৰ কথা। তেওঁলোকৰ অধিকাংশৰেই বিজ্ঞানৰ লব্ধজ্ঞান পোছাকী। তেওঁলোকে বিজ্ঞানৰ জ্ঞান কেৱল পৰীক্ষাগাৰত কেইটামান পৰীক্ষা-নিৰীক্ষাৰ বাবে বা স্কুল-কলেজ-বিশ্ববিদ্যালয়ৰ শ্ৰেণীৰ ভিতৰত আবদ্ধ বুলি গ্ৰহণ কৰি আহিছে। পৰীক্ষাগাৰত বিজ্ঞানৰ 'এক্সপেৰিমেণ্ট' এটা সমাপ্ত কৰি তাতেই তেওঁ, তেওঁৰ বিজ্ঞানৰ ধ্যান ধাৰণাবোৰ যেন এৰি আহে। সেয়ে ব্যক্তিগত জীৱনত সেই একেজন বিজ্ঞানৰ ছাত্ৰ (বা বিজ্ঞানী) হৈ পৰে 'অবিজ্ঞানী' বিজ্ঞান-চিন্তা, বিজ্ঞান পদ্ধতি বিহীন সৰ্বসাধাৰণ ব্যক্তি। এই বাবেই আমাৰ বিজ্ঞানীয়ে অন্ধবিশ্বাস, কুসংস্কাৰ আদিৰ উৰ্দ্ধত উঠি জনসাধাৰণক মুক্ত বাতাবৰণ দিব পৰা নাই। বিজ্ঞানী বা বিজ্ঞানৰ ছাত্ৰৰ এই দ্বৈতৰূপ (dichotomy of nature) লজ্জাকৰ আৰু ক্ষতিকাৰক।

ইয়াৰ প্ৰতিষেধক হিচাপে আমি ব্যৱহাৰ কৰিব পাৰোঁ বিজ্ঞান সাহিত্য। আমাৰ অসমত (বা সমগ্ৰ ভাৰততে) বিজ্ঞানৰ পাঠ্য-পুথি-খিনিৰ বাহিৰে তাক আনুষঙ্গিকভাৱে প্ৰচলন কৰিব পৰা বিজ্ঞানৰ ৰচনা তেনেই নগণ্য। সেয়ে আমাৰ ছাত্ৰই বিজ্ঞানৰ পাঠ্যপুথিক কেৱল ডিগ্ৰীৰ খাতিৰত পঢ়িছে বা পঢ়িবলগীয়া হৈছে। তেওঁলোকৰ মনৰ

হুৱাৰ খিৰিকী মুকলি কৰি দিবলৈ একোৱেই নাই । শিশু-বিজ্ঞান সাহিত্যই এই ক্ষেত্ৰত বহুখিনি প্ৰকাৰে সহায় কৰিব পাৰে ।

দ্বিতীয়তে সমাজৰ অভিৰুচিৰ কথা কব পাৰি । আমাৰ অসমত সামাজিক বাতাবৰণ এতিয়াও বিজ্ঞানগন্ধী হৈ উঠিব পৰা নাই । সেয়ে বিজ্ঞানৰ পৰীক্ষাগাৰৰপৰা আহি আমাৰ বিজ্ঞানী বা বিজ্ঞান সেৱীয়ে বিজ্ঞান পাহৰি যায় । অভিৰুচি সম্পন্ন পাঠকশ্ৰেণী নহ'লে সাহিত্য ৰচিত নহয় । আনহাতে, সাহিত্য ৰচিত নহ'লেও পাঠক গোষ্ঠী এটি তৈয়াৰ নহয় । এতিয়া কথা হ'ল— কোনটো আগৰ বা কোনটো পিছৰ সমস্যা নিৰ্ণয় কৰাটোহে । এই সমস্যাটো দূৰ হ'ব শিশু-বিজ্ঞান সাহিত্য ৰচনাৰ দ্বাৰা । যথেষ্ট পৰিমানৰ মনোমুগ্ধকৰ শিশুৰ বাবে বিজ্ঞান-সাহিত্য ৰচিত হলে, অন্ততঃ এটা সময়ত আমি একশ্ৰেণী পাঠকগোষ্ঠী পাব পাৰিম, যিয়ে পুনৰ দাবী জনাব, অধিক বিজ্ঞান-সাহিত্যৰ বাবে । সমাজত বিজ্ঞানৰ জনপ্ৰিয় কৰণৰ প্ৰয়োজনীয়তাও এইখিনিতেই আহি পৰে । ইপিনে বিজ্ঞান জন-প্ৰিয়কৰণৰ বাবে প্ৰয়োজন হয় বিজ্ঞান-সাহিত্যৰ । ইও আগৰটোৰ দৰে দ্ব্যৰ্থবোধক সমস্যা । মুঠতে দেখা যায়, আমি যদি শিশু-বিজ্ঞান সাহিত্য ৰচনা কৰিবলৈ লওঁ, তেনেহলে আজি নহ'লেও কাইলৈ আমৰ নতুন পুৰুষ বিজ্ঞানমুখী হ'ব পাৰিব । আমাৰ প্ৰথম পদক্ষেপ হব শিশুৰ মনত এক বিজ্ঞানগন্ধী মানসিকতাৰ সৃষ্টি কৰা ।

**৬। প্ৰকাশৰ সমস্যা ঃ**

অসমীয়া শিশু-বিজ্ঞান সাহিত্যৰ সৈতে বিশেষভাৱে সাঙুৰ খাই থকা বৰ্তমানৰ সমস্যাটো হ'ল— প্ৰকাশৰ সমস্যা । আমি জনাত, আমাৰ বহুটো ৰচনা ( শিশু-বিজ্ঞান সাহিত্য বিষয়ক ) ৰচয়িতাৰ ঘৰত পৰি আছে প্ৰকাশৰ অভাৱত । আমাৰ অধিক সংখ্যক বৃত্তিধাৰী প্ৰকাশকে এনে কিতাপ প্ৰকাশ কৰিবলৈ অনিচ্ছুক । কাৰণ, বিজ্ঞান-সাহিত্য বা শিশু-বিজ্ঞান সাহিত্যৰ কিতাপৰ বিক্ৰী তেনেই সামান্য ( তুলনামূলক ভাৱে) । কিন্তু কিয় ? ইয়াৰ উত্তৰ হিচাপে আকৌ আগৰ আলোচনালৈ উভটি



যাব লাগিব । আমাৰ পাঠকৰ অভিৰুচি বিজ্ঞান সাহিত্যৰ কিতাপ পঢ়িবলৈ গঢ় লোৱা নাই । তেনেহলে আমি কৰিম কি ? হাত সাবটি বহি থাকিলে আমি য'তে আছোঁ, তাতে থাকিব লাগিব ।

গতিকে প্ৰথম পৰ্যায়ত জনজাগৰণৰ বাবে সামাজিক চেতনা গঢ়িবলৈ আৰু এটি পাঠকগোষ্ঠী তৈয়াৰ কৰিবলৈ বিজ্ঞান-সমিতি, সাহিত্য-সভা, প্ৰকাশন পৰিষদ আদিৰ দৰে অনুষ্ঠানসমূহে আগভাগ লৈ শিশু-বিজ্ঞান সাহিত্য প্ৰকাশৰ বাবে আগবাঢ়ি আহিব লাগিব । চৰকাৰীভাৱেও এনে প্ৰচেষ্টাত অৰিহণা যোগোৱাৰ পৰিকল্পনা হাতত লব লাগিব । দ্বিতীয় পৰ্যায়ত, আমাৰ বিজ্ঞান-লেখকসকল একগোট হৈ এটি 'গিল' যদি গঠন কৰে, তেনেহলে সেই গিলৰ সহায়ত অন্ততঃ কিছুমান কিতাপ প্ৰকাশ কৰিব পৰা যায় ।

তৃতীয়তে, আমাৰ প্ৰকাশকসমূহক উদ্‌গনি বা প্ৰেৰণা দিয়াৰ ব্যৱস্থা কৰিব লাগে, যাতে তেওঁলোকে (শিশু) বিজ্ঞান সাহিত্যৰ কিতাপ প্ৰকাশৰ বাবে আগবাঢ়ি আহে ।

মূলকথা হ'ল চাহিদা । এই চাহিদা আহিব সমাজৰ ফালৰপৰা । গতিকে, সমাজৰ অভিৰুচি যেতিয়া বিজ্ঞানগন্ধী হ'ব, তেতিয়া শিশু-বিজ্ঞান সাহিত্যৰ প্ৰয়োজন আপোন-আপুনি অনুভূত হ'ব ।

**৮। অসমীয়া শিশু-বিজ্ঞান সাহিত্যৰ অতীত আৰু বৰ্তমান ঃ**

আমাৰ বিজ্ঞান সাহিত্যৰ জন্ম আলোচনীৰ পাতত । ১৮৪৬ চনত অৰ্থাৎ অৰুণোদই যুগৰেপৰা অসমীয়া ভাষাত বিজ্ঞানবিষয়ক লেখনীৰ প্ৰকাশ পৰিলক্ষিত হয় । তেতিয়াৰেপৰা প্ৰায় যোল বছৰ ধৰি 'অৰুণোদই' কাকতে পদাৰ্থ-বিদ্যা, জীৱ-বিদ্যা, উদ্ভিদ-বিদ্যা, ভূগোল, জ্যোতিৰ্বিদ্যা আদিৰ ওপৰত বিভিন্ন ৰচনা প্ৰকাশ কৰা দেখা যায় । যিহেতু কাকতখন সৰ্বসাধাৰণৰ বাবে প্ৰচলিত হৈছিল, সেয়ে ৰচনাৰ ধাৰাও সৰ্বসাধাৰণৰ বাবে ( বিজ্ঞানৰ বাৰ্তাবাহক ৰূপে ) ৰচিত হোৱা যেন লাগে । নিঃসন্দেহে সেইবোৰ ৰচনা শিশুৰ উপযোগীকৈ বা শিশুৰ উদ্দেশ্য কৰি লেখা হোৱা নাছিল । ইয়াৰ পাছত উনৈছ শতিকাৰ

শেষ দশকত প্ৰকাশ পোৱা জোনাকী আৰু বিজুলী কাকতৰ আগলৈকে কেইখনমান পাঠ্যপুথিহে ৰচিত হয় শিশুৰ বাবে। জোনাকী আৰু বিজুলীত প্ৰকাশ পোৱা বিজ্ঞান বিষয়ক ৰচনাবোৰৰ বেছি ভাগেই আছিল সংবাদধৰ্মী। সেইখিনি বাদ দিলে মাত্ৰ কেইটামান বৈজ্ঞানিক প্ৰবন্ধ থাকি যায়, যাক আমি বিজ্ঞান সাহিত্যৰ ভিতৰত ধৰিব পাৰোঁ। এই আলোচনী দুখনেও শিশুক উদ্দেশ্য কৰি বিশেষভাৱে কোনো বিজ্ঞানৰ ৰচনা প্ৰকাশ কৰা নাছিল।

কুৰি শতিকাৰ প্ৰথম ভাগৰপৰা প্ৰকাশ পোৱা 'বাঁহী', 'মিলন', 'আসাম হিতৈষী', আবাহন আদি আলোচনীবোৰতো সময়ে সময়ে বিজ্ঞানৰ তাত্ত্বিক আলোচনা বা বিজ্ঞানৰ আৱিষ্কাৰমূলক ৰচনা কিছুমান প্ৰকাশ পায় যদিও, শিশুৰ মনঃপুত বিজ্ঞান সাহিত্যৰ সৃষ্টি এই শতিকাৰ মাজভাগলৈ নোহোৱা বুলিয়েই কব পাৰি। প্ৰাক্‌স্বাধীনতা যুগত ৰচিত শিশু-বিজ্ঞান সাহিত্যৰ ভিতৰত মিছনেৰীসকলৰ প্ৰকাশিত 'বিজ্ঞানৰ বাৰেম-তৰা' (১৮৫৫'; ৺আহমেদ হুছেইন অনূদিত 'বিজ্ঞানৰ বিচিত্ৰ কাহিনী (১১৩৯),' ৺ৰঘুনাথ চৌধুৰীৰ প্ৰকৃতিদৰ্শন (১৯৩৯) ৺ডিম্বেশ্বৰ নেওগৰ 'বিজ্ঞানৰ আগকথা '(? , ৰোহিনী বৰুৱাৰ 'বিজ্ঞানৰ সাধু' (১৯৪৩), শান্তিৰাম দাসৰ 'বিজ্ঞানৰ কথা' (১৯০১), শ্ৰীদ্বীপেন্দ্ৰ নাথ শৰ্মাৰ 'বিজ্ঞানৰ বিষ্ময় কাহিনী' (১৯৫৬), ৺দণ্ডীৰাম দত্তৰ 'কৌতুক আৰু কাইথেলী অঙ্ক' (১৯২৭) সত্যনাথ বৰাৰ 'আকাশ ৰহস্য' (১৯১৬), যোগেন্দ্ৰ নাথ বৰুৱাৰ 'পৰমানু শক্তি' (১৯৫৩), মহেন্দ্ৰ বৰঠাকুৰৰ 'পনীয়া সোণৰ দেশ' (১৯২৯), কুমুদ চন্দ্ৰ বৰুৱাৰ 'অদ্ভুত গছ' (১৯৫৩), পদ্ম বৰকটকী অনূদিত 'চিকিৎসা বিজ্ঞানৰ আধুনিক আৱিষ্কাৰৰ কাহিনী '(১৯৫৮) আদি পুথিসমূহৰ নাম উল্লেখ কৰিব পাৰি। ষাঠিৰ দশকৰপৰা আমাৰ অসমীয়া শিশু-বিজ্ঞান সাহিত্যত এক দ্ৰুতি পৰিলক্ষিত হয়। বিভিন্ন আলোচনীৰ শিতানত আৰু বিজ্ঞান সমিতিৰ বিজ্ঞান জেউতিত শিশুৰ বাবে বিভিন্ন ৰচনা প্ৰকাশ পায়। অৱশ্যে, তাৰে অধিক, অংশই জনপ্ৰিয় বিজ্ঞান শাৰীৰ ৰচনা। ষাঠিৰপৰা এতিয়ালৈ প্ৰকাশ পোৱা শিশু-বিজ্ঞান গ্ৰন্থৰ সংখ্যা কিন্তু এশৰ অধিক নহয়। মাতৃভাষাৰ জৰিয়াতে কলেজীয়া শিক্ষা আৰম্ভ কৰাৰ পাছতো



আমাৰ এনে অৱস্থা হৈ থকাটো বৰ পৰিতাপৰ কথা। এইদিশত আমাৰ লেখকসকলেও বৃত্তিগতভাৱে দূৰৰ কথা, একেধাৰে এক নিষ্ঠভাৱে বিজ্ঞান সাহিত্য চৰ্চা কৰিব পৰা নাই বা পৰা অৱস্থাৰ পৰিবেশ সৃষ্টি হোৱা নাই। কেৱল শিশুৰ বাবে বিজ্ঞানভিত্তিক আলোচনীও লগাৰ জোখাৰে প্ৰকাশ পোৱা নাই। বিজ্ঞান-জেউতিক বাদ দিলে সদ্যপ্ৰকাশিত বিজ্ঞান সঁফুৰাৰ আগে-পাছে আৰু জানো বিজ্ঞান-আলোচনী আছে? অথচ ৰহস্যধৰ্মী আলোচনী কেবাখনো জন্ম পাইছে ষাঠি বা সত্তৰৰ দশকত আৰু এনে আলোচনীয়ে শিশু পাঠকক গ্ৰাস কৰি পেলাইছে।

গতিকে আমাৰ বিশ্বাস সম্প্ৰতি আমাৰ এনে এচাম শিশু-বিজ্ঞান সাহিত্যিকৰ প্ৰয়োজন হৈছে যিয়ে কোনো একোটা বিশেষ শাখাক ভিত্তি কৰি তাৰ ওপৰতেই বিভিন্ন পুথি, গল্প, উপন্যাস ৰচনা কৰে। একেজন সাহিত্যিকে বিক্ষিপ্তভাৱে ইটো-সিটো ৰচনা কৰি নিজৰ শক্তি অপচয় কৰাৰ কোনো অৰ্থ নাই। আজিৰ এই বিশেষজ্ঞতাৰ যুগত সকলো দিশতে নিজৰ দক্ষতাৰ প্ৰদৰ্শন কৰিব লাগে বিশেষভাৱে। অসমীয়া শিশু-বিজ্ঞান সাহিত্য এতিয়াও চাপৰুকীয়া আৰু নিশকটীয়া অৱস্থাতে আছে। এক বিশেষ শ্ৰেণীৰ সাহিত্যিক আগবাঢ়ি আহি বিজ্ঞান আৰু সাহিত্যৰ সমন্বয়ত গ্ৰন্থৰাজি ৰচনা কৰি আমি আমাৰ নতুন পুৰুষক উদ্বুদ্ধ সত্যসন্ধানী বিজ্ঞানৰ প্ৰভাব আমি আমাৰ উত্তৰ পুৰুষসকলক বিলাও আহাক।

**৯। বৰ্তমান অভাৱঃ আমাৰ কৰ্তব্য ঃ**

এতিয়ালৈ প্ৰকাশ পোৱা অসমীয়াত ৰচিত ৩০০ খনমান শিশু-বিজ্ঞান সাহিত্যৰ পুথিসমূহ পৰ্যালোচনা কৰিলে দেখা যায় যে প্ৰথম ভাগতে ৰৰ্ণোৱা সাধাৰণ বিজ্ঞানজাতীয় বৰ্ণনামূলক কিতাপৰ সংখ্যা হ'ল প্ৰায় ৩০ খনমান, জ্যোতিৰ্বিদ্যা আৰু মহাকাশ অভিযান সম্পৰ্কীয় পুথিৰ সংখ্যা হ'ল প্ৰায় ১২ খন; পদাৰ্থ-বিদ্যা বিষয়ক পুথিৰ সংখ্যা হ'ল ৬ খন; সাগৰ-বতৰ-ভূ-বিজ্ঞান বিষয়ক পুথিৰ সংখ্যা প্ৰায় ১৫ খন; জীৱ-বিদ্যা

বিষয়ক পুথিৰ সংখ্যা কুৰিখন; চিকিৎসা-বিজ্ঞান বিষয়ক পুথিৰ সংখ্যা ১৫ খনমান; অভিযান্ত্ৰিক বিষয়ক পুথিৰ সংখ্যা ১০ খনমান; স্বাস্থ্য বিষয়ক পুথি ৬ খনমান; বাণিজ্যিক দিশত (প্ৰযুক্তি বিদ্যাকে ধৰি) ৫ খনমান আৰু নৃতত্বৰ ওপৰত ৭ খন; গণিতৰ ওপৰত এতিয়ালৈ মাত্ৰ দুখন আৰু ৰসায়ন বিষয়ক পুথি প্ৰকাশ পাইছে মাত্ৰ তিনিখন। বিজ্ঞান ভিত্তিক গল্প-উপন্যাসৰ সংখ্যা মাত্ৰ চাৰিখন। এই তালিকাৰপৰাই বুজিব পাৰি আমাৰ সমুখত কিমান আয়তনৰ কাম পৰি আছে। আমি যদি এদল লিখকক সংঘবদ্ধ কৰি, আৰু প্ৰকাশনৰ ব্যৱস্থা কৰি শিশু-বিজ্ঞান সাহিত্যৰ পুথিৰ সংখ্যা নবঢ়াওঁ, ক'ৰ পৰানো পঢ়ুৱৈগোষ্ঠী এটা ওলাব? আজিৰ শিশু-শ্ৰেণীটো পঢ়াৰ ক্ষেত্ৰত যোৱা দশকৰ তুলনাত বহুত বেছি পৰিমানে আগবঢ়া। দূৰদৰ্শনৰ প্ৰভাৱে আমাৰ শিশুসকলক অন্ততঃ জিজ্ঞাসু কৰি তুলিছে বুলি নিঃসন্দেহে কব পাৰি। তেওঁলোকৰ হাতত আমি কেৱল খাদ্য সম্ভাৰ তুলি দিয়াৰ দায়িত্বহে আহি পৰিছে। এই দিশত অসম সাহিত্য সভা, অসম বিজ্ঞান সমিতি, অসম প্ৰকাশন পৰিষদ আৰু ৰাজ্যিক পাঠ্যপুথি প্ৰণয়ন নিগমৰ দায়িত আৰু কৰ্তব্য সুস্পষ্ট। কিন্তু এইখিনিতে এটা বিশেষ ভূমিকাৰ আৱশ্যক—সেয়া হ'ল নেতৃত্ব বহনৰ বা সূত্ৰধাৰীকৰণৰ। আমাৰ প্ৰায়বোৰ দিশতে দেখা যায় মূৰ-পোলোকা দিয়া স্বভাৱ বা পৰোজীৱী প্ৰকৃতিৰ বাবে দায়িত্ব বহনৰ ক্ষেত্ৰত বিজ্ঞান-সন্মত পদ্ধতিৰে অনুধাবন কৰা নহয়। ইটো অনুষ্ঠানে ভাবে— অমুকে এই কামটো কৰিব বা কৰা উচিত; আৰু অইনটোৱে ভাবে তমুকাইহে এই কামটো কৰিব। ফলত কোনোৱেই কামটো নকৰিলে। বিজ্ঞান সাহিত্যৰ ক্ষেত্ৰত এই কথা বাৰুকৈয়ে মন কৰা যায়। সেয়ে আমাৰ মতে, আটাইকেইটা প্ৰকাশক কেন্দ্ৰক একত্ৰে এই দিশত ব্ৰতী কৰিবলৈ এটি যোগসূত্ৰকাৰী কমিটি বা অনুষ্ঠান থকা উচিত, যাৰ নেতৃত্বত এই কামখিনি খৰ গতিত হৈ উঠিব।

আনহাতে, আমি এনে ব্যৱস্থা কিছুমান কৰিব লাগে, যাৰ অনুপ্ৰেৰণাত ব্যক্তিগত প্ৰকাশক সকলো উদ্বুদ্ধ হয়, শিশু-বিজ্ঞান সাহিত্য (বা বিজ্ঞান সাহিত্য) বিষয়ক কিতাপ প্ৰকাশ কৰিবলৈ।



এই ক্ষেত্ৰত প্ৰসঙ্গক্ৰমে কব পাৰি যে অসমত থকা উদ্যোগপতি বা ধনী ব্যৱসায়ী শ্ৰেণী এতিয়াও বিজ্ঞানৰ উত্তৰোত্তৰ শ্ৰীবৃদ্ধিৰ বাবে আগবাঢ়ি অহা নাই বা সচেতনতা প্ৰদৰ্শন কৰা নাই। অৱশ্যে, তেনে এটা চাহিদাৰো সৃষ্টি কৰা হোৱা নাই। আমি হয়তো এই দিশটোত অলপ কাম কৰিলে, বিজ্ঞান সাহিত্য সৃষ্টিত এক উল্লেখনীয় আৰিহণা পাব পাৰোঁ। ড° হোমি জাহাঙ্গীৰ ভাবাৰ অনুৰোধ আৰু অনুধাৱনে টাটা গোষ্ঠীক সন্মত কৰিব পাৰিছিল বোম্বাইৰ "টাটা ইনষ্টিটিউট অৱ ফাণ্ডামেণ্টেল ৰিচাৰ্ছ' অনুষ্ঠানটি গঠন কৰাবলৈ। গতিকে এনেকুৱা পৰিকল্পনা বা আঁচনি আমিও সৰুকৈ হলেও হাতত লব নোৱাৰোঁনে বাৰু?

প্ৰথমতে আমি আমাৰ প্ৰয়োজনসমূহ সুনিৰ্দিষ্ট আৰু সুস্পষ্ট কৰিলৈ কোন কোন দিশত কি ধৰণে কাম কৰা হ'ব তাক সুপৰিকল্পিতভাৱে ঠিক কৰি এখন আঁচনি প্ৰস্তুত কৰিব লাগে। তাত কোনে কি ধৰণে সহায় আগবঢ়াব পাৰে সূচিত হ'ব লাগে আৰু সেইমতে, আমি এখন পাঁচ বছৰীয়া আঁচনি (এই আলোচনা শিবিৰত) গ্ৰহণ কৰিবলৈ আমি আশা প্ৰকাশ কৰিলোঁ। আমাৰ মুখ্য উদ্দেশ্য হ'ল শিশু-বিজ্ঞান সাহিত্যৰ জৰিয়তে আমাৰ শিশুশ্ৰেণীক দেখি থকা জগতখনৰ প্ৰতিটো কথাৰ প্ৰতি সচেতন কৰি কৌতূহলী কৰা, পৰীক্ষা আৰু প্ৰমাণৰ দ্বাৰা নিৰীক্ষণ কৰিবলৈ সক্ষম কৰা, আৰু প্ৰযুক্তিবিদ্যাৰ ভূয়সী প্ৰজাত সামগ্ৰীসমূহ পাওঁতে প্ৰয়োগ কৰা বিজ্ঞান-চিন্তা আৰু যুক্তিভিত্তিক অধ্যয়নৰ প্ৰয়োজনীতাৰ কথা উপলব্ধি কৰোৱা। আজিৰ আধুনিক সমাজৰ সুষ্ঠ পৰিবেশ পাবলৈ হ'লে আমাৰ শিশুশ্ৰেণীয়ে বিজ্ঞানসন্মত, বিজ্ঞানগৰ্ভ উদ্দেশ্যধৰ্মী, মানৱমূল্যবোধ সন্নিবিষ্ট শিক্ষা পাব লাগিব। শিশু-বিজ্ঞান সাহিত্যই এনেকুৱা অৰ্থবহ (বিজ্ঞান) শিক্ষা প্ৰচাৰ আৰু প্ৰসাৰত এক অৱশ্যম্ভাৱী আহিলা।

---

# বিজ্ঞান ভিত্তিক শিশু-সাহিত্য

শান্তনু তামুলী

## বিজ্ঞান আৰু জনসাধাৰণৰ ওচৰ সম্পৰ্ক ঃ

বিজ্ঞান ভিত্তিক শিশু-সাহিত্যৰ এক নিজস্ব চৰিত্ৰ আছে। শিশুৰ বয়সৰ স্তৰ অনুসৰি শিশু উপযোগী বিজ্ঞানৰ ৰচনা বা গ্ৰন্থসমূহৰ অৱতাৰণা হয় প্ৰকৃতিত থকা, আমাৰ পৰিবেশৰ চিনাকি আৰু চকুৰে দেখা বস্তুৰ আঁত ধৰি লাহে লাহে বিজ্ঞানৰ ৰহস্যময় জগতখনলৈ সোমাই যোৱাত। বিজ্ঞানৰ নিজস্ব ভাষা আছে— যি ভাষা, বিজ্ঞানৰ ছাত্ৰ বা গৱেষকসকলে ব্যৱহাৰ কৰা সূক্ষ্ম, সাংকেতিক আৰু বৈজ্ঞানিক শব্দ ব্যৱহৃত ভাষা। বিজ্ঞানৰ ভাষা হ'ল— গাণিতিক ভাষা। ক্ৰমে জটিলৰপৰা জটিলতৰ হোৱা গাণিতিক ভাষা, পদাৰ্থ আৰু ৰসায়ন বিজ্ঞানৰ সূত্ৰ, জীৱ-বিদ্যা ভূ-তত্ত্ব আদি বিজ্ঞান, সেইদৰে কাৰিকৰী বিজ্ঞানৰ ভাষা, শৰীৰ-তত্ত্ব আৰু চিকিৎসা-বিজ্ঞান, প্ৰযুক্তিবিদ্যা, কম্পিউটাৰৰ ভাষা আদি— সৰ্বসাধাৰণ আৰু শিশুৰ বাবে দুৰ্বোধ্য। বিজ্ঞানৰ এই জ্ঞান ভাণ্ডাৰৰ আভাস সৰ্বসাধাৰণক দিব নোৱাৰিলে বিজ্ঞান আৰু প্ৰযুক্তি বিজ্ঞানৰ সফল প্ৰয়োগ ঘটিব নোৱাৰে আৰু মানৱ জাতিয়ে গ্ৰহণ কৰাত পলম হয়। দুৰ্বাৰ গতিত অগ্ৰসৰ হোৱা বিজ্ঞান আৰু প্ৰযুক্তি বিদ্যাৰ সৈতে খোজত খোজ মিলাই আগুৱাবলৈ হ'লে— বিজ্ঞানৰ তত্ত্বগধুৰ সূত্ৰ আৰু আৱিষ্কাৰসমূহ সৰ্বসাধাৰণৰ বোধগম্য ভাষাত প্ৰকাশ হোৱাৰ মাধ্যম থাকিব লাগিব। নহলে বিজ্ঞান জনসাধাৰণৰ বাবে অস্পৃশ্য হৈ পৰিব। এই অস্পৃশ্যতা দূৰ কৰি বিজ্ঞান আৰু জনসাধাৰণৰ মাজত এক নিবিড় একাত্মবোধ জগাই তোলৰ বাবে প্ৰয়োজন বিজ্ঞান সাহিত্যৰ।

শিশুসকল এই সমজৰে একো একোজন সম্পূৰ্ণ ব্যক্তি। শিশুৰ মানসিকতা, শিশুৰ পঠন আৰু গ্ৰহণ ক্ষমতালৈ লক্ষ্য ৰাখি প্ৰকৃতি



আৰু বিজ্ঞান-জগতখনৰ এটা শুদ্ধ ৰূপ দাঙি ধৰাৰ বাবেই সৃষ্টি বিজ্ঞানভিত্তিক শিশু সাহিত্যৰ। উন্নতশীল দেশসমূহত বিজ্ঞানভিত্তিক শিশু সাহিত্যৰ ওপৰত নানা পৰীক্ষা-নিৰীক্ষা চলিছে আৰু বিজ্ঞানৰ সমস্ত দিশৰ ওপৰত বিভিন্ন প্ৰকাশ ভংগীৰ মাধ্যমেৰে, আকৰ্ষণীয় ৰূপত গ্ৰন্থ ৰচনা হৈছে। বিজ্ঞানৰ কঠিনতম জ্ঞানকো সজাই-পৰাই জুটিলগাকৈ বিজ্ঞান-সাহিত্য ৰচনা হৈছে।

আমাৰ ভাষাত বিজ্ঞান সাহিত্য অন্যান্য ভাৰতীয় ভাষাসমূহৰ দৰে এতিয়ালৈকে বহুখিনি অনুকৰণৰ স্তৰতে আছে। মৌলিক বিজ্ঞান সাহিত্য সৃষ্টিৰ বাবে প্ৰয়োজন বিজ্ঞানৰ গৱেষণাৰ সৈতে প্ৰত্যক্ষ সম্পৰ্ক।

## অসমীয়া ভাষাত পোন প্ৰথম বিজ্ঞানৰ প্ৰথম পুথি প্ৰকাশ ঃ

অসমীয়া ভাষাত বিজ্ঞান সাহিত্য চৰ্চাৰ এক ঐতিহ্যমণ্ডিত ইতিহাস আছে। অসমীয়া জনশ্ৰুতিত চতুৰ্থ শতিকাৰ ডাকৰ-বচনসমূহত অসমৰ জাতীয় জীৱনত ব্যৱহাৰিক বিজ্ঞান-চৰ্চাৰ আভাস সুস্পষ্ট। নৰনাৰায়ণৰ পৃষ্ঠপোষকতাত ১৪৩৪ খৃষ্টাব্দত বকুল কায়স্থই ভাঙনি কৰা গণিতৰ পুথি 'কিতাপত মঞ্জৰী'খন আছিল প্ৰথম গণিত পুথি আৰু ৰচিত হৈছিল পদ্যত! বিজ্ঞান সাহিত্যৰেই আৰম্ভ হৈছিল অসমীয়া ভাষাত বিজ্ঞান চৰ্চা! লীলাৱতীৰ কথা, জ্যোতিষ চূড়ামনি, খণ্ডসাধ্য, ভাস্বতী শাস্ত্ৰৰ কথা, আৰ্যা কথা, হস্তীবিদ্যাৰ্ণৱ, ঘোঁৰা নিদান, গজেন্দ্ৰ চিন্তামনি আদি উত্তৰ বৈষ্ণৱ যুগৰ বিজ্ঞানৰ পুথি।

ইংৰাজৰ অধীনলৈ অহাৰ পিছত ১৮৩৬ খৃষ্টাব্দত নেথান ব্ৰাউনে, অলিভাৰ টি কুট্টাৰৰ সহযোগত পোন প্ৰথমে অসমত ছপাখনা পাতে। ১৮৪৫ চনত ডাক্তৰ নেথান ব্ৰাউনে বকুল কায়স্থৰ 'গণিতৰ পুথি', মিছেছ ব্ৰাউনৰ গণনাৰ পুথি 'প্ৰথম গণনা' (১৮৪৫) আৰু এলিজা ব্ৰাউন আৰু নেথান ব্ৰাউনৰ গণনাৰ পুথি 'দ্বিতিয় গণনা', মূৰেৰ বিশ্বকোষৰ আধাৰত ১৭৭ পৃষ্ঠাৰ 'ভূগোল-শিক্ষক,' (১৮৪৯), 'সমাচাৰ চন্দ্ৰিকা', পিটাৰ পাৰ্লীৰ অনুকৰণত এলিজা ব্ৰাউনৰ 'ভূগোল বিৱৰণ প্ৰথম ভাগ,' (১৮৫১) নিৰিবাৰ্ম কেওট ওৰফে নিধি লিবাই ফাৰোৱেলে, ই ডব্লিউ ক্লৰ্কৰদ্বাৰা

সংশোধিত Natural Science in familiar dialogue ৰ আহিত 'পদাৰ্থ বিদ্যাসাৰ' অৰ্থাৎ ঈশ্বৰে স্ৰজা বস্তুৰ কথাত শিক্ষক-ছাত্ৰৰ কথোপ-কথন,' (১৮৫৫)প্ৰকাশ পাইছিল। এই পুথিসমূহ জনসাধাৰণ আৰু শিশুৰ বাবে অনানুষ্ঠানিক শিক্ষাৰ অংগৰূপেহে প্ৰকাশ কৰা হৈছিল। ১৮৭৩ চনৰপৰাহে কামৰূপ, দৰং, নগাওঁ, শিৱসাগৰ আৰু লক্ষীমপুৰ জিলাৰ পৰাশালি আদালতত অসমীয়া ভাষা পুনঃ প্ৰচলন আৰম্ভ হয়।

হেমচন্দ্ৰ বৰুৱাৰ Way to health ৰ অসমীয়া ভাঙনি "স্বাস্থ্য ৰক্ষা বা গা ভালে ৰাখিবৰ উপায়" (১৮৮৮) আৰু 'বিজ্ঞানৰ বাৰেমতৰা,' নামৰ দুখন বিজ্ঞানৰ পাঠ্যপুথি প্ৰকাশ পায়। ১৮৯৩ খৃষ্টাব্দত প্ৰকাশিত পানীন্দ্ৰ নাথ গগৈৰ ল'ৰাশিক্ষাৰ শেষ চোৱাৰ পাতনিত লিখিছে, "........ ...... গা ভালে ৰখাৰ নিয়মবিলাক সৰুকালৰেপৰা শিকা উচিত; সেই কাৰণে শিয়াল, কুকুৰ, মেকুৰী আদিৰ কথা নিদি গা ভালে ৰাখিবৰ নিয়মবিলাক সহজ কথাৰে লিখা হৈছে।" শ্ৰদ্ধাচৰণ চৌধুৰীৰ 'ল'ৰাৰ নিজা পুথি' (১৯০১) পদ্য-গদ্যত জোন, বেলি বৰষুণ, উদ্ভিদ, বায়ু, পদাৰ্থ, ধাতু, চৰাই আদিৰ বৈজ্ঞানিক বৰ্ণনা দিছে। সত্যনাথ বৰাৰ 'আকাশ ৰহস্য'ই (১৯১৬) পাঠ্যপুথিৰ গণ্ডীৰপৰা বিজ্ঞান সাহিত্যৰ গণ্ডীলৈ অসমীয়া বিজ্ঞান পুথিক চাল খুৱায়। মুখ-পৃষ্ঠাত লেখকে লিখিছে, "......... ইয়াৰ কথাবোৰ বিজ্ঞানৰ কথা হ'লেও ল'ৰা-মতীয়া শিকাৰুৰ মনখোৱা কৰিবলৈ বিজ্ঞনৰ গহীন সাজ এৰি দি তাক সাহিত্যৰ সাজ দিয়া হৈছে; আৰু কথাবোৰ উজু ভাষাত মোৰ ভাঙি বুজাবলৈ চেষ্টা কম হৈছে"

## অসমীয়া ভাষাত বিজ্ঞান-গ্ৰন্থৰ সংখ্যা:

বিজ্ঞানভিত্তিক শিশু-সাহিত্যক দুটা ভাগত ভগাব পাৰি—

১। বিজ্ঞান বিষয়ক ৰচনা

২। বিজ্ঞানভিত্তিক সাহিত্য

এই বিভাজন যিকোনো ভাষাৰ শিশু উপযোগী বিজ্ঞান সাহিত্যৰ ক্ষেত্ৰত কৰিব পৰা হয়। শিশু-সাহিত্যৰ এই বিশেষ শাখাৰ সিংহভাগ



অধিকাৰ কৰি আছে— বিজ্ঞানবিষয়ক ৰচনাসমূহে।

অসমীয়া ভাষাত বিজ্ঞান সাহিত্যৰ চৰ্চা বিশেষকৈ বাতৰিকাগজ আৰু আলোচনীসমূহৰ পাতত হোৱা দেখা যায়। বিজ্ঞান সাহিত্যৰ পয়োভৰ অসমীয়া ভাষাত যি পৰিমানত হ'ব লাগিছিল সেয়া হোৱা নাই। বৰ্তমান অসমীয়া ভাষাত প্ৰকাশিত বিজ্ঞান কাৰিকৰী গ্ৰন্থৰ সংখ্যা ৪০০ খনমান হৈছেগৈ। তাৰে প্ৰায় যথেষ্ঠ সংখ্যক বিজ্ঞান-গ্ৰন্থৰ বিষয়বস্তুৰ তথ্য-পাতি বৰ্তমান সময়ত অপ্ৰচলিত হৈ পৰিছে।

আলোচনী আৰু গ্ৰন্থ— এই দুটা প্ৰধান মাধ্যমক আশ্ৰয় কৰি অসমীয়া ভাষাত বিজ্ঞান চৰ্চা আৰু চিন্তা চলি আহিছে। এই ক্ষেত্ৰত অন্য এটা মুখ্যমাধ্যম হ'ল— অনাতাঁৰ।

## বিজ্ঞানভিত্তিক শিশু সাহিত্য : গ্ৰন্থ

অসমীয়া ভাষাত প্ৰকাশিত বিজ্ঞান সাহিত্যৰ বেছি ভাগেই শিশুৰ উপযোগীকৈ ৰচনা কৰা। কাৰিকৰী বিষয়ৰ গ্ৰন্থসমূহ নধৰিলে বিজ্ঞান সাহিত্যৰ সংখ্যা মুঠতে বৰ্তমানলৈকে ২০০ খনমানহে হ'ব। তাৰে প্ৰায় ১৬০-১৭০ খনেই হ'ল শিশু-উপযোগী। এই সংখ্যা লেখকে চলোৱা তথ্য সংগ্ৰহৰ ভিত্তিত যুগুতোৱা হৈছে। গ্ৰন্থসমূহে বিজ্ঞানৰ বিভিন্ন ধাৰাত আলোকপাত কৰাৰ উপৰিও প্ৰযুক্তি বিদ্যাৰ অগ্ৰগতি, যন্ত্ৰ-পাতি কল-কাৰখানা, মহাকাশ অভিযান, আধুনিক যোগাযোগ আৰু যান-বাহন ইত্যাদি বিষয়ক সামৰিছে। বিষয় অনুসৰি বিজ্ঞান সাহিত্যসমূহক পৰ্য্যা-লোচনা কৰা হ'ল :

### ১। সাধাৰণ বিজ্ঞান:

বিজ্ঞানৰ বিভিন্ন বিষয় একত্ৰে আলোচনা কৰাৰ প্ৰথম প্ৰয়াস অসমীয়া ভাষাত ৺ ৰঘুনাথ চৌধাৰীয়ে 'প্ৰকৃতি দৰ্পন'ৰ (১৯৩৮ খ্ৰী) মাজেৰে কৰিছিল। 'প্ৰকৃতি দৰ্পন'ত পৃথিৱীৰ উৎপত্তি, বিভিন্ন যুগ, প্ৰাণীৰ জন্ম, লোপ, মানুহ, মানুহৰ বিকাশ, প্ৰাচীন চিকিৎসা, যান-বাহন, ভাপ, বিজুলী, গ্ৰামোফোন, বিমান, বিনাতাঁৰ, ভূগৰ্ভ বিজয়, সুমেৰু-কুমেৰু ইত্যাদিৰ বৰ্ণনা দিছিল।

### আলোচনীৰ পাতত শিশু উপযোগী বিজ্ঞান সাহিত্যঃ

**অৰুনোদই**

অসমীয়া ভাষাত বিজ্ঞানৰ বিভিন্ন কথা ছপা হৰফত পোন প্ৰথমে প্ৰকাশ পাইছিল অৰুনোদইৰ পাতত। অজ্ঞানতা আৰু কুসংস্কাৰ আঁতৰাবৰ অৰ্থে জ্ঞান-বিজ্ঞানৰ ৰচনাসমূহ অৰুনোদইত যত্ন সহকাৰে আৰু আন্তৰিকতাৰে সৰ্বসাধাৰণ আৰু শিশুৰ উপযোগীকৈ প্ৰকাশ কৰা হৈছিল। অৰুনোদইৰ ৰচনাসমূহ যে শিশুৰ বাবেও প্ৰকাশ হৈছিল সেই বিষয়ে (অৰুনোদইৰ প্ৰথম চোআ, ৯ নম্বৰ, চেপ্তেম্বৰ ১৮৪৬ খ্ৰীঃপৃষ্ঠা ৬৭) এখন চিঠি ওলাইছিল এইবুলি—"অৰুনোদই পঢ়া সৰু ল'ৰাবিলাকৰ প্ৰতি প্ৰথম প্ৰনই পত্ৰ" (First Letter to the little Readers of the Orunodoi)। শিশুসকলেও ডাঙৰৰ লগতে অৰুনোদইত প্ৰকাশিত বিজ্ঞান সম্ভাৰৰ মাজেৰে প্ৰকৃতি আৰু বিজ্ঞানৰ ন ন আৱিষ্কাৰ আৰু শিল্পোদ্যোগৰ আভাস পাইছিল। অৰুনোদইৰ ভাষা আছিল পোনপতীয়া আৰু সহজ-সৰল। কঠিন শব্দৰ প্ৰয়োগ প্ৰায়ে এৰাই চলিছিল।

অৰুনোদইত দেশ-বিদেশৰ ভৌগোলিক বিৱৰণ, ন ন আৱিষ্কাৰৰ বিৱৰণ, প্ৰাণীজগত, নৃতত্ত্ব, ভূতত্ত্ব. পশু-পক্ষীৰ বিৱৰণ, জ্যোতিৰ্বিজ্ঞান, পদাৰ্থ বিজ্ঞান, শৰীৰ তত্ব, যন্ত্ৰ আৰু যান্ত্ৰিক প্ৰগতি, যানবাহন, বেলুন, আকাশীযান ইত্যাদি বিভিন্ন বিষয়ৰ ওপৰত প্ৰবন্ধ প্ৰকাশ হৈছিল। প্ৰবন্ধসমূহৰ মাজেৰে বিজ্ঞানৰ ক্ৰমবিকাশৰ ইতিহাসো প্ৰতিফলিত হৈছিল।

**বিজ্ঞান জেউতিঃ**

১৯৬১ চনৰ ছেপ্তেম্বৰ মাহৰপৰা অসম বিজ্ঞান সামিতিৰ বিজ্ঞান আলোচনী বিজ্ঞান-জেউতি প্ৰকাশ পায়। বিজ্ঞান-জেউতিৰ জন্ম লগ্নৰ-পৰাই অসমীয়া ভাষাত বিজ্ঞান চৰ্চাৰ ধাৰাবাহিকতা আৰম্ভ হোৱা পৰিলক্ষিত হয়। বিজ্ঞান-জেউতিৰ প্ৰথম সম্পাদক আছিল অধ্যাপক মিনধৰ বৰঠাকুৰ আৰু সম্পাদনা সমিতিত আছিল অধ্যাপক মৃগেন্দ্ৰ নাৰায়ণ মহন্ত, অধ্যাপক সুৰেন্দ্ৰ মেধি আৰু অধ্যাপক মহম্মদ তাহেৰ। বিজ্ঞান-জেউতিৰ প্ৰথম বছৰ ২য় সংখ্যাত (মাৰ্চ ১৯৬২) প্ৰকাশিত সৌৰভ কুমাৰ চলিহাৰ "কুন্তীৰ কথা মুখম" (বা ৰাডাৰ ফৰ্ডৰ পৰমাণু-গঠন আৱিষ্কাৰ) নামৰ লেখাটিত বিজ্ঞান সাহিত্যৰ সোৱাদ আমাৰ পঢ়ুৱৈৰ বাবে নতুন আছিল।



সেইদৰে যজ্ঞেশ্বৰ হাতীবৰুৱাৰ "বতৰৰ আগলি বতৰা" (২য় বছৰ, ৩য় সংখ্যা) নামৰ প্ৰবন্ধটি এটা সাৰ্থক গল্পৰ দৰেই আনন্দদায়ক।

বিজ্ঞান-জেউতিৰ তৃতীয় বছৰ প্ৰথম সংখ্যাৰপৰা শিশু বৈজ্ঞানিক চ'ৰা (পিচলৈ সি হয়গৈ চেমনীয়া বিজ্ঞানীৰ চ'ৰা) নামেৰে ছাত্ৰ-ছাত্ৰী আৰু শিশুৰ বাবে লিখা বয়স্কসকলৰ লিখনি প্ৰকাশৰ বাবে এটা অচুতীয়া শিতান আৰম্ভ কৰে। বিজ্ঞান জেউতিত তাৰ আগলৈকে প্ৰকাশিত সংখ্যা সমূহৰ লিখনীবোৰ মুখ্যতঃ ছাত্ৰ-ছাত্ৰী আৰু সৰ্বসাধাৰণৰ বোধগম্য হোৱাকৈ সৰল ভাষাত ৰচনা কৰা হৈছিল। বিজ্ঞানৰ লেখক আৰু সম্পাদনাৰ মাজত এক নিবিড় যোগসূত্ৰ আৰু সম্মিলিত প্ৰচেষ্টা পৰিলক্ষিত হৈছিল। তৃতীয় বছৰ ১ম সংখ্যাৰপৰা ক্ৰমে বিজ্ঞান জেউতিৰ প্ৰবন্ধ—সমূহৰ সম্পাদনা আৰু পৰিবেশনত পৰিবৰ্তন লক্ষ্য কৰা হয় আৰু বিজ্ঞান-জেউতি ক্ৰমে গধুৰ তত্বসম্বলিত বিজ্ঞান আলোচনী পৰ্য্যায়লৈ উন্নীত হয়। বিজ্ঞান-জেউতিৰ এই উত্তৰণৰ ফলত আমি এখন মান-বিশিষ্ট 'বিজ্ঞান আলোচনী' পালোঁ আৰু জনপ্ৰিয় বিজ্ঞান সাহিত্যৰ পৰিবৰ্তে আলোচনী খনত বিজ্ঞানৰ ছাত্ৰ-ছাত্ৰীৰ বাবে বিজ্ঞান বিষয়ৰ তত্ব গধুৰ প্ৰবন্ধৰ পয়োভৰ ঘটিবলৈ ধৰে। তুমহীয়া বিজ্ঞান আলোচনী দৃষ্টিৰ বিষয়বস্তু উচ্চশ্ৰেণীৰ ছাত্ৰ-ছাত্ৰী আৰু সৰ্বসাধাৰণৰ বোধগম্য হোৱাকৈ সম্পাদিত। বিজ্ঞান-সফুঁৰা নামৰ এখন বিজ্ঞান আলোচনী শিশুসকলৰ বাবে ৰাজ্যিক বিজ্ঞান শিক্ষা বিভাগে প্ৰকাশ কৰিছে। যি দুটা সংখ্যা ইতিমধ্যে ওলাইছে তাৰ প্ৰভাৱ অকণিহঁতৰ মাজত ক্ষীণ।

**কবিতাৰ মাজেৰে বিজ্ঞানঃ**

"Nature and Nature's laws lay hid in night;
God said, 'Let Newton be !' and all was hight"
—Alexander Pope

ইংৰাজ কবি পোপে মূৰ্খ কবিসকলক ব্যংগ কৰি Dunciad কাব্য ৰচনা কৰিছিল। তাত তেওঁ অভিযোগ কৰি কৈছিল, "ৰজাৰ বেকনৰপৰা আৰম্ভ কৰি নিউটনলৈকে যিসকল বিজ্ঞানীয়ে ইংলেণ্ডত যি জ্ঞানৰ প্ৰদীপ জলাইছিল, এওঁলোকে তাক নুমুৱাই এক তমসাৰ পৃথিৱীৰ সৃষ্টি কৰিছে

আৰু তাৰ ফলত আজি কবিতাত এক তামসিকতাৰ সৃষ্টি হৈছে।”

কবিগুৰু ৰবীন্দ্ৰনাথ ঠাকুৰ আছিল বিজ্ঞানত অতল বিশ্বাসী আৰু বিজ্ঞানুৰাগী। তেওঁ ‘বিশ্ব পৰিচয়’ গ্ৰন্থত বিজ্ঞানৰ বিভিন্ন বিষয়ৰ ওপৰত সৰ্বসাধাৰণ পাঠক আৰু শিশুৱে বুজি পোৱাকৈ প্ৰবন্ধ ৰচনা কৰিছিল। বিবৰ্তনবাদক লৈ তেওঁ ৰচনা কৰিছিল—

“এসেছে প্ৰথম যুগে প্ৰকাণ্ড প্ৰচণ্ড মাংসস্তূপ
পংকিল ধৰণী পৃষ্ঠ। প্ৰাণেৰ সে সন্দিগ্ধ স্বৰূপ
সৃষ্টিক তিমিৰ ৰাত্ৰে। ক্ষুদ্ৰতম মানুষ তাহাৰ
মনেৰ আনিল দীপ্তি। সংশয় ঘুচিল বিধাতাৰ।”

“পোহৰতকৈ বেগী কণা আছেনে” প্ৰবন্ধত সুৰেন্দ্ৰনাথ মেধিয়ে অনুবাদ কৰা সেই বিখ্যাত লিমাৰিক ফাঁকি—

“আছিল এজনী ছোৱালী শ্ৰীমতী জেউতি
পোহৰতকৈ আছিল তাই বেগৱতী
এদিন আপেক্ষিক ভাৱে তাই
ঘৰৰপৰা গ’ল ওলাই
আৰু উভতি আহিল আগদিনা ৰাতি।”

অৰুনোদইৰ পাতত সাধাৰণ পাঠক আৰু শিশুৰ বাবে বিজ্ঞানৰ কথাক কবিতাৰ ৰূপত ৰচাৰ প্ৰচেষ্টা দেখা যায়। তেনে এফাঁকি কবিতাৰ দৃষ্টান্ত হ’ল—

সকল জন্তুৰ মাজত তিমি অতি ভয়ঙ্কৰ,
সাগৰ মধ্যে থাকে সিটো দেখি লাগে ডৰ;
তথাপিও তাৰ ওপৰত মানুহ অধিকাৰ,
সেইকাৰণে মাৰি তাৰ লই তেল হাৰ;

(অৰুনোদই, নৱেম্বৰ, ১৮৪৬ খ্ৰীঃ পৃ ৯২)

‘চৰাই চিনো আহক’ গ্ৰন্থত ডিম্বেশ্বৰ চলিহাই বিভিন্ন চৰাইৰ ওপৰত ৰচা চুটি চুটি কবিতা আৰু কবিতাৰ অংশ সন্নিবিষ্ট কৰিছে। গ্ৰন্থখন ৰয়স্ক পাঠকৰ বাবে লিখা যদিও কবিতাসমূহ শিশু উপযোগী আৰু



অৰ্থবহ। এনে কবিতাসমূহৰ এটা স্বকীয়া সংকলন প্ৰকাশ কৰিলে অসমীয়া বিজ্ঞানভিত্তিক শিশু সাহিত্যলৈ এক উল্লেখযোগ্য অৱদান হ’ব।

**বিশ্বকোষ :**

বিভিন্ন বিষয় বিজ্ঞানৰ বিভিন্ন আৱিষ্কাৰ, উদ্ভাৱন, বিজ্ঞান আৰু প্ৰযুক্তিজ্ঞানৰ বিষয়ে থুপতে জনাৰ বাবে বিশ্বকোষৰ আৱশ্যকতা যিদৰে কোনেও নুই কৰিব নোৱাৰে; সেইদৰে বিশ্বকোষে এটা ভাষাক চহকী কৰে। অসমীয়া ভাষাত বিশ্বকোষ প্ৰণয়নৰ আৰম্ভণীহে হৈছে। ১৯৬৯ খ্ৰীষ্টাব্দত অসম বিজ্ঞান সমিতি সম্পাদিত অসম ৰাজ্যিক পাঠ্যপুথি প্ৰকাশ আৰু গৱেষণা নিগমৰদ্বাৰা প্ৰকাশিত ‘প্ৰাথমিক বিজ্ঞান কোষ’ৰ ১ম খণ্ড প্ৰকাশ পায়। বিজ্ঞান কোষখনৰ ২য় খণ্ড ১৯৭১ খ্ৰীষ্টাব্দ আৰু তৃতীয় খণ্ড প্ৰকাশ পাইছে ১৯৮৩ খ্ৰীষ্টাব্দত। বৰ্ণানুক্ৰম অনুকৰি ১ম খণ্ডত অক্টোপাছৰপৰা গামা ৰশ্মিলৈ, ২য় খণ্ডত গালফ্‌ৰপৰা নৃতত্বলৈ আৰু ৩য় খণ্ডত নবেল বটাৰপৰা বিজুলীলৈ সামৰা হৈছে। নিঃসন্দেহে ‘প্ৰাথমিক বিজ্ঞানকোষ’ৰ প্ৰকাশকৰ মহৎ প্ৰচেষ্টা সফল হৈছে।

১৯৮৪ খ্ৰীষ্টাব্দত অসম সাহিত্য সভাই ‘শিশু-জ্ঞানকোষ’ নামেৰে পাচটা খণ্ডত সম্পূৰ্ণ হবলগীয়া বিশ্বকোষখনৰ প্ৰথম খণ্ড প্ৰকাশ কৰে। ৪৪৮ পৃষ্ঠাৰ প্ৰথম খণ্ডটিত পৃথিৱী, মানুহ আৰু পৰিবেশৰ অন্তৰ্গত পৃথিৱীৰ উৎপত্তি, গঠন, ভূপৃষ্ঠৰ বিৱৰণ, বিভিন্ন ভৌগোলিক বিভাগ, মহাদেশ, দেশ আৰু ৰাষ্ট্ৰসমূহৰ ভৌগলিক বিৱৰণ, পৰিবেশ আৰু প্ৰাকৃতিক পৰিবৰ্তন, মানুহৰ ক্ৰমবিকাশ, মানৱৰ নৃতাত্বিক শ্ৰেণীবিভাগ, আদিম স্তৰৰপৰা সভ্যতাৰ পথত ক্ৰমগতি, প্ৰাগৈতিহাসিক মানৱ, প্ৰাচীন মৃত সভ্যতা ভৌগোলিক আৱিষ্কাৰ আৰু অভিযান আদি বিষয় সামৰা হৈছে। অসম সাহিত্য সভাৰ এনে প্ৰচেষ্টা শলাগিবলগীয়া। শিশু জ্ঞানকোষৰ প্ৰথম খণ্ডৰ ‘প্ৰধান সম্পাদকৰ একাষাৰত দাবী কৰিছে যে, ‘শিশু-জ্ঞানকোষ’ শিশুৰ উপযোগীকৈ সংকলন আৰু সম্পাদনা কৰি অসমীয়া ভাষাত উলিওৱা প্ৰথম বিশ্বকোষ। কিন্তু প্ৰকাশনৰ দৃষ্টিকোণৰপৰা অসম সাহিত্য সভাৰ এই প্ৰচেষ্টা সম্পূৰ্ণ বিফল হৈছে বুলি ক’লে

অত্যুক্তি কৰা নহ'ব। 'শিশু' শব্দটি এই জ্ঞানকোষ খণ্ডৰ নামকৰণত বিসংগতি হৈছে নতুবা শিশুৰ গ্ৰহণযোগ্য কৰাত সংকলনটিৰ সম্পাদনা আৰু উদ্দেশ্যৰ মাজত যোগসূত্ৰৰ অভাৱ ঘটিছে। আশাকৰোঁ শিশু-জ্ঞানকোষখনৰ বাকী দ্বিতীয় আৰু তৃতীয় খণ্ডৰ বিজ্ঞানৰ বিষয় সমূহৰ ৰচনা, সম্পাদনা আৰু চিত্ৰণ শিশু উপযোগী হ'ব। একক প্ৰচেষ্টাৰে সম্পাদনা কৰা ড° কনক চন্দ্ৰ মহন্তৰ 'বিশ্বকোষ'খনৰ পৰাও শিশুসকলে জ্ঞান লাভ কৰিব।

## জীৱনী সাহিত্য ঃ

'A scientist's life is his book.'

বিজ্ঞানীৰ জীৱনটোৱেই তেওঁৰ গ্ৰন্থ বুলি এষাৰ কথা আছে। বিজ্ঞানৰ আৱিষ্কাৰৰ দৰেই বিজ্ঞানীসকলৰ জীৱন ধাৰাও বিচিত্ৰ আৰু সৰস।

অসমীয়া ভাষাত শিশু-উপযোগী বিজ্ঞানীৰ জীৱনী গ্ৰন্থ কেইখনমান প্ৰকাশ পাইছে। পদ্মা বৰকটকী অনূদিত 'ৰবাৰ্ট ফুলটন আৰু তেওঁৰ ভাপ নাও' (১৯৫৪), 'টমাচ্ আলভা এডিচন', 'এলবাৰ্ট আইনষ্টাইন ঃ জীৱনকথা', হাৰুনাৰ ৰছিদৰ ফোৰ্ড মটৰ গাড়ীৰ নিৰ্মাতা 'হেনৰী ফোৰ্ড' (২য় তাঙৰণ, ১৯৫৭), 'এলবাৰ্ট আইনষ্টাইন' (১৯৬৭), পাৰুকুটি বৰুৱা আৰু হিতেন্দ্ৰ কুমাৰ বৰুৱাৰ ২৫ গৰাকী জীৱ বিজ্ঞানীৰ জীৱনী সংগ্ৰহ (২য় সংস্কৰণত ৪২ গৰাকী) 'বিজ্ঞান আৰু বৈজ্ঞানিক' (১৯৬০', সত্যব্ৰত শৰ্মাৰ 'মাডাম কুৰী' (১৯৬০', আৰতি ঠাকুৰ অনূদিত 'ৰাইট ভ্ৰাতৃদ্বয়' (১৯৬৩), সুৰেন্দ্ৰ নাথ হাজৰিকাৰ 'লুঁই পাস্তৰ' (১৯৬৫). সুৰেন্দ্ৰনাথ মেধি অনূদিত 'শিল্পৰ জনক' (১৯৬৭) প্ৰভাত শৰ্মাৰ 'চি ভি ৰমন'; খালিক উজ জামানৰ 'উদ্যোগপতি টাটা' (১৯৬৭), ডা° ৰাজেন্দ্ৰ কুমাৰ ভূঞাৰ কুৰিজন বৈজ্ঞানিকৰ 'জীৱনৰ জেউতি' (১৯৬৯), হৰিপ্ৰসন্ন দাসৰ আৱিষ্কাৰৰ কাহিনী, (১৯৬১), চৈয়দ ইনমূল হকৰ 'অতীজৰ বিজ্ঞান আৰু বিজ্ঞানী', ড° মহেন্দ্ৰ বৰাৰ 'কুৰিজন বিজ্ঞানী' (১৯৭৭) আৰু '২৪ জন বিজ্ঞানী, (১৯৭৮) আৰু ডিম্বেশ্বৰ চলিহাৰ 'অবিষ্কাৰৰ আঁৰে আঁৰে' (১৯৮৫)। বিশেষকৈ অনূদিত জীৱনী গ্ৰন্থ, যেনে 'ৰবাৰ্ট ফুলটন আৰু তেওঁৰ ভাপনাওঁ, টমাচ আলভা এডিচন, এলবাৰ্ট আইনষ্টাইন ঃ জীৱন কথা, ৰাইট ভ্ৰাতৃদ্বয় আৰু শিল্পৰ



জনক কেইখনত ভাষাৰ সাৱলীলতা, প্ৰকাশভংগী আৰু বিজ্ঞান আৰু বৈজ্ঞানিকৰ জীৱনধাৰাৰ সৈতে থকা গভীৰ একাত্মবোধ সুন্দৰকৈ প্ৰকাশ পাইছে। বিজ্ঞানীসকলৰ জীৱনীও যে ইমান মনোৰম আৰু প্ৰাণৱন্ত হ'ব পাৰে, তাৰ পৰিচয় এই জীৱনীকেইখনত পোৱা যায়।

## শিশু আলোচনী ঃ

অসমীয়া বিজ্ঞান-ভিত্তিক শিশু সাহিত্যলৈ অৰিহণা যোগোৱাত শিশু আলোচনীসমূহৰ অৱদান উল্লেখযোগ্য। বিহগী কবি ৰঘুনাথ চৌধাৰীদেৱে তেখেতৰ সম্পাদিত শিশু আলোচনী মইনাত বিজ্ঞান বিষয়ক সৰু সৰু কথা লিখিছিল। অধুনালুপ্ত দীপক, জোনবাই, আমাৰ প্ৰতিনিধিৰ 'অকণিৰ পৃথিৱী', নৱযুগ, অসম বাতৰি, নতুন অসমীয়াৰ শিশু-শিতানত বিজ্ঞান বিষয়ৰ প্ৰবন্ধ প্ৰকাশ পাইছিল। অসমবাণী আৰু সাপ্তাহিক জনমভূমিতো শিশুৰ বাবে বিজ্ঞানৰ ৰচনা প্ৰকাশ পায়। বৰ্তমান প্ৰকাশিত অকণিহঁতৰ আলোচনী 'মৌচাক'ত বিজ্ঞান বিষয়ৰ লিখনীৰ স্থান সৰ্বাধিক। বিজ্ঞানৰ বিভিন্ন বিষয় আৰু স্বাস্থ্যবিজ্ঞানৰ প্ৰশ্নোত্তৰৰ শিতান অকণিহঁতৰ অতিকৈ প্ৰিয়। শিশু আলোচনী সফুঁৰা, চান্দমামা আৰু টিংকলতো বিজ্ঞানৰ বিষয়বস্তু প্ৰকাশ পায়। মৌচাকত প্ৰকাশিত বিজ্ঞান উপন্যাস 'মানী বাণী আৰু এখন ফুলনি' আৰু অনূদিত 'ইলেকট্ৰনিক' বিজ্ঞান-কাহিনীয়ে অকণিহঁতক বিজ্ঞান সাহিত্যৰ সোৱাদ দিবলৈ সক্ষম হৈছে।

## বিজ্ঞান কাহিনী ঃ

অসমীয়া ভাষাত শিশু উপযোগী বিজ্ঞান-কাহিনীৰ সংখ্যা অতি কম। এই দিশত মুষ্টিমেয় কেইজনমান লেখকেহে প্ৰচেষ্টা চলাই আছে। ১৯৬৩ খ্ৰীষ্টাব্দত অসম-বাণীৰ 'মইনাপাৰিজাত চৰা'ত এই লেখকৰ 'হে চন্দ্ৰ বিদায়' নামৰ এটি বিজ্ঞান কাহিনী প্ৰকাশ পাইছিল। অসমীয়া ভাষাত সম্ভৱ সিয়ে আছিল শিশু বিজ্ঞান কাহিনীৰ আৰম্ভণী। তাৰ পিছত অসমবাণী, দৈনিক অসম আৰু বিজ্ঞান জেউতিৰ পাতত শিশু উপযোগী কেইবাটাও বিজ্ঞান কাহিনী প্ৰকাশ পায়।

বিজ্ঞান কাহিনী কাক কয় এই বিষয়ে বহুতৰে ভ্ৰান্ত ধাৰণা আৰু মতানৈক্য অন্যান্য ভাষাৰ দৰে অসমীয়া ভাষাৰ ক্ষেত্ৰতো দেখা যায়। কাহিনী বা কথোপকথনৰ চলেৰে বিজ্ঞান কোৱাকে অনেকে বিজ্ঞান কাহিনী বা Science Fiction বুলি ভাবে। আনকি বিজ্ঞান জেউতিৰ ২য় বছৰ ২য় সংখ্যা ১৯৬৪ ৰ সম্পাদকীয়তো এনে এক ভ্ৰান্ত ধাৰণাকে কৰা দেখা যায়। বিজ্ঞান কাহিনী হ'ল বিজ্ঞান, প্ৰযুক্তি আৰু শিল্পোদ্যোগৰ প্ৰগতিত ৰূপ লোৱা আৰু সামাজিক দায়বদ্ধতাৰে সৃষ্টি কৰা অতীত, বৰ্তমান আৰু ভৱিষ্যতৰ কাহিনী, যি প্ৰকৃততে কোনো কালে অতীতত ঘটা নাছিল আৰু বৰ্তমানতো ঘটা নাই।

বিজ্ঞান কাহিনী হ'ল শিল্প বিপ্লৱৰ অৱদান। সম্ভৱ প্ৰথম বিজ্ঞান কাহিনীৰ সূত্ৰপাত হৈছিল ১৮০০ খ্ৰীষ্টাব্দত গ্ৰেট ব্ৰিটেইনত। ব্ৰাইন এলডিছৰ মতে ১৮১৮ খ্ৰীষ্টাব্দত গ্ৰেট ব্ৰিটেইনত প্ৰকাশিত 'Frankenstein' উপন্যাসখনেই প্ৰকৃতাৰ্থত প্ৰথম বিজ্ঞান-কাহিনী। (Encyclopedia of Science Fiction, Ed. Robert Hold stock & Foreword by Isaac Asimov)

পৃথিৱীৰ বিভিন্ন ভাষাত ইতিমধ্যে বহুকেইখন শিশু উপযোগী অতি উচ্চমানৰ বিজ্ঞান-কাহিনী সৃষ্টি হৈছে। বিজ্ঞান-কাহিনীৰ জগতৰ অমৰ স্ৰষ্টা জুল ভাৰ্ণ আৰু এইচ জি. ৱেলছৰ কেইবাখনো গ্ৰন্থ অসমীয়া ভাষালৈ অনূদিত হৈছে। হেমবালা দাস অনূদিত এইচ, জি, ৱেলছৰ Invisible man ৰ অসমীয়া ৰূপান্তৰ 'অদৃশ্য মানৱ' (১৯৫৬), জুল ভাৰ্ণৰ মহেন্দ্ৰ বৰুৱা অনূদিত 'এৰাউণ্ড দি ৱৰ্লড ইন এইটি ডেজ' (১৯৬২), বিজয়কৃষ্ণ দেৱশৰ্মা আৰু কুলেন্দু পাঠক অনূদিত জুল ভাৰ্ণৰ Twenty thousand Leagues under the sea" বিজ্ঞান কাহিনীৰ প্ৰথম খণ্ড (১৩৭৪ শক, ১৯৫৭ খ্ৰীঃ) 'সাগৰীকা', জুল ভাৰ্ণৰ First man on the moon ৰ অনিল কুমাৰ শৰ্মা অনূদিত 'চন্দ্ৰলোকলৈ', (১৯৬৪) আৰু Journey to the centre of the earth ৰ অনুবাদ 'ভূগৰ্ভ-অভিযান' (১৯৬৮), দীনেশ বৈশ্য অনূদিত সংক্ষিপ্ত ৰূপত 'ফ্ৰেংকেনষ্টাইন' (১৯৮৭) বৰ্তমানলৈকে অনূদিত শিশু উপযোগী বিজ্ঞান কাহিনী।



ভাৰতীয় পটভূমিত বিজ্ঞান-কাহিনীৰ ভূমিকা কেনে হোৱা উচিত এই সম্পৰ্কে প্ৰখ্যাত ভাৰতীয় বিজ্ঞানী আৰু বিজ্ঞান কাহিনী লেখক ড° জয়ন্তবিষ্ণু নাৰ্লিকাৰে মত পোষণ কৰে যে,

"It is against this backgroond that Indian S.F. has a vital role to play. First, it has to remove the Layman's fear that anything prehensible to him.

Second, through its powerful medium of story-telling S F. can in fact make the reader aware of some scientific facts or consequences which he would otherwise not encounter anywhere else.

Finally, a cleverly written Science Fiction story can help to promote a scientific temper and deal a blow or two at some commonty held superstitions.

In any case, I feel that S F. written without an urge to enlighten or thought-provoke the reader may easily degenerate into fairy tales or horror stories. For example in a classic fairy tales, a pumkin can become a chariot, or a person can instantly appear miles away. Many so-called S F. stories express similar notions in technological sounding language. Horror stories with a scietific veneer in fact have a negative impact in making the reader scared of science and its products.

Jayant V. Narlikar
Science Age July, 85
page 8-9.

এই দিশত সৰ্বসাধাৰণ আৰু শিশুৰ বাবে বিজ্ঞান-কাহিনী ৰচনা কৰাৰ যথেষ্ট সমল আমাৰ চাৰিওফালে সিঁচৰিত হৈ আছে। আকাশবাণী গুৱাহাটীৰ শিশু অনুষ্ঠানত এনে বিজ্ঞান-কাহিনী, ৰূপক আৰু

নাটক মাজে-সময়ে প্ৰচাৰ হোৱা দেখা যায়।

## বিজ্ঞান ভিত্তিক শিশু সাহিত্যৰ দায়বদ্ধতা

অসমীয়া ভাষাক বিজ্ঞান চৰ্চাৰ বাহন কৰি গঢ়ি তোলাত বিজ্ঞান সাহিত্য ৰচনাৰ যিদৰে প্ৰয়োজন, সেইদৰে শিশুসকলক মাতৃ ভাষাৰ মাধ্যমেৰে বিজ্ঞান জগতৰ জ্ঞান-ভাণ্ডাৰৰ পৰিচয় দিয়া, বিজ্ঞানৰ সঞ্চিত জ্ঞানৰ অমৃতকুম্ভৰ সন্ধান দি এক সুস্থ মানসিকতাৰ গঢ় দিয়া, প্ৰকৃতিৰ ভাৰসাম্য ৰক্ষা কৰি পৃথিৱীখন বাসোপযোগী কৰি ৰখা আৰু বিজ্ঞানৰ মাজেৰে একাত্মবোধৰ সৃষ্টি কৰাত প্ৰয়োজন আজি সমাগত। বিজ্ঞান আৰু প্ৰযুক্তিবিদ্যাৰ অগ্ৰগতিৰ লগে লগে শিল্পোদ্যোগৰ দ্ৰুত উন্নতিয়ে প্ৰকৃতি আৰু পৰিৱেশৰ ওপৰত যি কুপ্ৰভাৱ পেলাইছে তাৰফলত প্ৰকৃতিয়ে ভাৰসাম্য হেৰুৱাইছে। ভৱিষ্যতৰ মানুহ আৰু মানৱ সভ্যতা বিপদাপন্ন হোৱাৰ পথত। দ্ৰুতগতিত শেষ হৈ অহা খনিজ সম্পদ, উদ্ভিদ আৰু প্ৰাণীজগত, দ্ৰুতগতিত দূষিত হৈ অহা বায়ু, পানী আৰু মাটি, উদ্ভাৱন হোৱা আণৱিক মাৰণাস্ত্ৰ, নক্ষত্ৰযুদ্ধৰ আখৰা আদিয়ে পৃথিৱীক আজি কৰি তুলিছে ধ্বংসমুখী। ভৱিষ্যতৰ ত্ৰাণকৰ্তা শিশুসকলক প্ৰকৃতিক বিপন্ন হোৱাৰ পৰা পৃথিৱীক ধ্বংসমুখী পথৰপৰা ঘূৰোৱাটো অনাৰ বাবে উদ্বুদ্ধ কৰি তুলিবলৈ বিজ্ঞানৰেই আশ্ৰয় লব লাগিব। সেইবিজ্ঞান হ'ব লাগিব অন্তৰ পৰশা, স্পৰ্শকাতৰ আৰু শক্তিশালী। বিজ্ঞানৰ এই অনুভৱ শক্তিৰ উৎস হ'ল বিজ্ঞান সাহিত্য। সাহিত্য আৰু বিজ্ঞান, বিজ্ঞান আৰু সাহিত্যৰ সমন্বয়।

অসমীয়া ভাষাৰ চালুকীয়া বিজ্ঞান সাহিত্যক বাট দেখুৱাই আগুৱাই নিবলৈ বিজ্ঞান লেখকসকলৰ দায়বদ্ধতা আছে। এই উদ্দেশ্য সমুখত ৰাখি বিজ্ঞান-লেখকসকল একগোট হৈ সম্মিলিত প্ৰচেষ্টাৰে বিজ্ঞান সাহিত্য চৰ্চা আৰু ৰচনাত ব্ৰতী হ'লেহে অসমীয়া বিজ্ঞান-সাহিত্য আৰু শিশুৰ বাবে বিজ্ঞানৰ মহৎ সৃষ্টি সম্ভৱপৰ হ'ব। একক প্ৰচেষ্টাৰেও মহৎ বিজ্ঞান সাহিত্য ৰচনা হ'ব পাৰে— কিন্তু বিজ্ঞানৰ বিভিন্ন ধাৰা, বিভিন্ন বিষয়ত ব্যুৎপত্তি অৰ্জন কৰাৰ বাবে যথেষ্ট সময়, সমল আৰু



প্ৰকাশন আৰু বিতৰণৰ সু-সংগঠিত ব্যৱস্থাৰ প্ৰয়োজন। তদুপৰি শিশুৰ বয়সৰ স্তৰ অনুসৰি শিশু সাহিত্যৰ বিষয়বস্তু, ৰচনা-ৰীতি, উপস্থাপন, প্ৰকাশভংগী, চিত্ৰণ আৰু পৰৱৰ্তী তাঙৰণসমূহত বিজ্ঞানৰ অগ্ৰগতিত নতুনকৈ পোহৰলৈ অহা তথ্য-পাতি আৰু সংশোধনৰ প্ৰয়োজন শিশুৰ বয়সৰ স্তৰ অনুসৰি বিজ্ঞান আলোচনীসমূহৰ চৰিত্ৰ নিৰ্ভৰশীল আৰু সেই দিশত অধ্যয়ন কৰি, সুচিন্তিত পৰিকল্পনাৰে বিজ্ঞান আলোচনী প্ৰকাশৰ ব্যৱস্থা গ্ৰহণ কৰা উচিত।

---

# অসমীয়া বিজ্ঞান সাহিত্যঃ বৰ্তমান আৰু ভৱিষ্যত

ড° কুলেন্দু পাঠক

১৯৮০ চনত অসম বিজ্ঞান সমিতিয়ে 'অসমীয়া বিজ্ঞান সাহিত্য' শীৰ্ষক আলোচনা চক্ৰ এখন অনুষ্ঠিত কৰে আৰু ১৯৮২ চনত আলোচনা চক্ৰত আলোচিত বিষয়সমূহ পুথি আকাৰে প্ৰকাশিত হয়। সেই কাল-ছোৱাত প্ৰবন্ধ লিখক অসম বিজ্ঞান সমিতিৰ সাধাৰণ সম্পাদক আছিল বাবে প্ৰায়বোৰ আলোচনী, বাতৰি 'কাকতত এই পুথিৰ পৰ্যালোচনা বা আসমীয়া সাহিত্যৰ বাৰ্ষিক পৰ্যালোচনাত এই পুথিৰ বিষয়ে দুআষাৰ ওলাব বুলি আশা কৰিছিলোঁ। পিছে তেনে কোনো কথাই অন্ততঃ মোৰ চকুত নপৰিল। সি যি কি নহওক, দশকটোৰ ভিতৰতে অসম সাহিত্য সভাইও একে বিষয়বস্তুৰ ওপৰত মনোযোগ দিয়া বাবে আমি আশ্বস্ত হৈছোঁ কিছু পৰিমানে হ'লেও। অৱশ্যে ইতিমধ্যে বহুতো কাম কৰিব পৰা গ'লহেঁতেন বা কৰা উচিত আছিল। আমি লাহে লাহে কামত আগবাঢ়ো বাবেই নেকি জাতি হিচাপে দ্ৰুতভাৱে পিচ পৰি যাব ধৰিছোঁ।

অসমীয়া বিজ্ঞান সাহিত্যৰ এটা প্ৰধান সমস্যা হ'ল লিখক আৰু ভাল লিখকৰ অভাৱ। অলপতে জনপ্ৰিয় বিজ্ঞানৰ বিখ্যাত বিদেশী আলোচনী এখনত 'ছায়েন্স ইন ইণ্ডিয়া' শীৰ্ষক প্ৰবন্ধত ভাৰতত ৰচিত বিজ্ঞান সাহিত্যৰ ক্লাচিকছ হিচাপে এখন পুথিৰ নাম উল্লেখ কৰিছিল। পুথিখন 'বিশ্ব পৰিচয়', লিখক ৰবীন্দ্ৰ নাথ ঠাকুৰ। পুথিখন সৰুতে পঢ়িছিলোঁ, অনুপ্ৰাণিত হৈছিলোঁ। এতিয়াও ভাবোঁ, অসমৰ কথাশিল্পীসকলে এনেধৰণৰ পুথি লিখিলে জাতিটো উপকৃত হ'লহেঁতেন।

পৰিভাষাৰ সমস্যাকে বিজ্ঞান সম্পৰ্কীয় ৰচনাৰ ক্ষেত্ৰত অন্তৰায় বুলি কৈ আমাৰ বহুতে গা এৰা দিব খোজে। দকৈ ভাবি চালে পৰিভাষাৰ সমস্যাটো আমিয়ে জটিল কৰি তুলিছোঁ। অসমীয়া বা ভাৰতীয় পৰিভাষা ৰচনাৰ পলিছি গ্ৰহণ কৰাৰ সময়ত বোধকৰো পৰাধীন জাতিৰ হীনমন্যত



আৰু ৰিএকছনৰ অৱদমিত প্ৰভাৱত আমি খৰখেদাকৈ (তথাপি কেইবা বছৰো লাগিছিল) অপৰিকল্পিত ভাৱে "সম্পূৰ্ণভাবে ভাৰতীয়" পৰিভাষা গ্ৰহণ কৰিলোঁ। অসমীয়া ভাষাৰ বাবে সৰ্বভাৰতীয় ধাৰা অনুসৰি পৰিভাষা ওলাল, পাঠ্যপুথিও ওলাল, কিন্তু অসমীয়া ভাষা বিজ্ঞান চৰ্চা আৰু বিজ্ঞান চিন্তাৰ বাহন হব পৰাকৈ অন্যান্য পুথি প্ৰকাশিত হ'ল নে? অসমীয়া পৰিভাষাৰ পুথিয়ে এনে পুথি/প্ৰবন্ধৰ ৰচনাত কিমান সহায় কৰিছে? তদুপৰি এই পৰিভাষা ১৯৭৩ চনত প্ৰকাশিত হ'লেও ৰচনা কৰা হৈছিল যথেষ্ট আগতে (শব্দ বোৰলৈ চাই)। যোৱা দুই দশকত যিবোৰ শব্দ (যেনে—কম্পিউটাৰ বিষয়ক) বহুল ভাৱে ব্যৱহৃত হ'ব ধৰিছে সেই শব্দবোৰৰ পৰিভাষা ক'ত পোৱা যাব? সংস্কৃত ভাষা সাধাৰণ শিক্ষাৰ অংগ বৰ্তমানে নহয়। এনে অৱস্থাত পৰিভাষাত থকা শব্দবোৰৰ অৰ্থ বুজাও টান। উদাহৰণ স্বৰূপে যিটো যন্ত্ৰক আমি কম্পিউটাৰ বুলি কওঁ সেই যন্ত্ৰটোৰ অৰ্থবাহক নাম হব Electronic Digital Seqnental Automatic Cumputer। পৰিভাষাৰ শব্দ ব্যৱহাৰ কৰি যন্ত্ৰটোৰ নাম লিখিলে এনেকুৱা হব—"ইলেকট্ৰনিক, অংকীয় অনুক্ৰমিক, স্বয়ংক্ৰিয় অভিকলত্ৰ"। অন্য শব্দকেইটা বাদ দিলেও অভিকলত্ৰ শব্দটোৱে যে সাধাৰণ পাঠকক বিপদত পেলাব— সেই বিষয়ে সন্দেহ থকা অনুচিত। আকৌ বিগত দশকত কম্পিউটাৰ এনে বহুল ভাৱে ব্যৱহৃত হব ধৰিছে যে বিট, বাইট, ফ'ৰট্ৰান, ইনপুট, আউটপুট, চিপিইউ, আদি শব্দ পৃথিৱীৰ সকলো দেশতে বিয়পি পৰিছে, আনকি সমবৰ্তন, সংপাতী, বিস্পন্দন আদিৰ দৰে শব্দবোৰো অসমীয়া ভাষাত বেছি ব্যৱহাৰ হৈছে। এনে অৱস্থাত কম্পিউটাৰ বিষয়ক শব্দবোৰৰ পৰিভাষা সৃষ্টি লৈ আমি ৰৈ থাকিলে অকল ভাষাৰেই নহয় অসমীয়া জাতিটোকো বিপদলৈ টানি নিয়া হ'ব।

ইংৰাজী বহুত দিনলৈ আমাৰ লাইব্ৰেৰী ভাষা হৈ থাকিব লাগিব (অসমীয়া বিশ্বকোষৰ প্ৰকাশনৰ বেগ মন কৰিব)। গতিকে সহজ ইংৰাজী শব্দবোৰ কিদৰে গ্ৰহণ, লিপ্যন্তৰ আৰু ৰূপান্তৰ কৰিব পাৰি— সেই বিষয়ে দকৈ ভাবিবৰ হৈছে। অৱশ্যে সুখৰ কথা, অসমীয়া গদ্য ৰীতিৰে বিজ্ঞানৰ কথাবোৰ সুন্দৰ ভাৱে প্ৰকাশ কৰাত কেইজনমান লিখক সফল হৈছে।

আমি মাথোন কব খুজিছো যে প্ৰচলিত পৰিভাষাৰ অপ্ৰয়োজনীয় বান্ধোন ভাঙি দিলে নতুন নতুন লিখকে সহজে বিজ্ঞান সাহিত্য সৃষ্টিত অবিহণা যোগাব পাৰিব। পৰিভাষাত আউল থাকিলেও, ইংৰাজী শব্দ ব্যৱহাৰ কৰি হ'লেও, অসমীয়া ভাষাৰে সুখপাঠ্য আৰু সুন্দৰ বিজ্ঞান বিষয়ক ৰচনাৰ পৰিমান দ্ৰুতভাৱে বঢ়াব লাগে। পৰিভাষাই সাহিত্য সৃষ্টি নকৰে বৰং – বাৰে বাৰে ব্যৱহৃত হৈ বিদেশী শব্দইয়ো ভাষাৰ বৰঘৰত ঠাই পায়, যেনেকৈ, সমাধি, বাবু আদি শব্দ সাধাৰণ ইংৰাজী অভিধানত ঠাই পাবৰ যোগ্য হ'লে কম্পিউটাৰ, ইন্‌ফাৰ্মেছন, লেটিছ, ফ্ৰিকুৱেন্সি, ফিল্ড, স্কিন আদি শব্দও আমাৰ ভাষাত পোনে পোনে গ্ৰহণ-যোগ্য হ'ব নোৱাৰাৰ কাৰণ নাই। কিছুমান শব্দৰ পাৰিভাষিক অনুবাদে দুৰ্বোধ্যতাৰ সৃষ্টি কৰে। Microscope ৰ অৰ্থ অনুবীক্ষণ বুলি বুজাত সমস্যা নাই কিন্তু miocrocimputer ক অনুকম্পিউটাৰ, বা moicroprocessor ক অনু-প্ৰক্ৰমক বুলি ক'লে বস্তু দুটাৰ বিষয়ে জনা পাঠকৰ বাবেও শব্দ দুটা বুজাত টান হ'ব। ইংৰাজী ভাষাৰ ভাল জ্ঞানৰ অভাৱেবিজ্ঞানৰ বিকাশত বাধাৰূপে থিয় দিছে। অপ্ৰিয় হ'লেও ই সত্য কথা। এই অভাব পুৰোৱাৰ উপায় এটা আছিল অনুবাদ আৰু সময়াবদ্ধ ভাৱে মৌলিক ৰচনাৰ দ্বাৰাও প্ৰসংগ পুথি প্ৰকাশ কৰাটো। আনকি কিছুমান গুৰুত্বপূৰ্ণ বিষয়ৰ ওপৰত মনোজ্ঞ প্ৰবন্ধ সংকলন, বিজ্ঞানীৰ জীৱনীভিত্তিক বিজ্ঞান, জনপ্ৰিয় বিজ্ঞান পুথি (অসম বিজ্ঞান সমিতিৰ দ্বাৰা প্ৰকাশিত, ক্ষেত্ৰতত্বৰ ডেৰশ বছৰ, ডাৰউইন আৰু ক্ৰমবিকাশ আদি পুথি আঙুলিৰ মূৰত গণিব পৰা ব্যতিক্ৰম) সুপাঠ্য আৰু বিষয়ভিত্তিক পুথি আদিৰ অভাৱে উঠি অহা, ভৱিষ্যতৰ বিজ্ঞান লিখকসকলক কোঙা কৰি ৰাখিছে। ইংৰাজীৰ সীমিত জ্ঞানৰ বাবে আৰু ইংৰাজী কিতাপৰ দুষ্প্ৰাপ্যতাৰ বাবে তেওঁলোকে ইংৰাজী-ভাষাৰ অফুৰন্ত সম্পদ ব্যৱহাৰ কৰিব নোৱাৰে। আনহাতে অসমীয়া ভাষাৰ গভীৰ প্ৰসংগ পুথিৰ অভাৱত তেওঁলোকৰ লিখাবোৰ তথ্য পাতল আৰু পাঠ্য পুথি ধৰ্মী হয়গৈ। অকল পাঠ্যপুথি পঢ়ি অন্তত: সাহিত্যিক সৃষ্টি হ'ব নোৱাৰে—এই সত্য বিজ্ঞান সাহিত্যৰ ক্ষেত্ৰতো সমানে প্ৰযোজ্য। বিজ্ঞানৰ বিকাশ, গৱেষণাৰ উত্তেজনা, প্ৰযুক্তি আৰু সামাজিক আন্ত: ক্ৰিয়া ইত্যাদিৰ বাস্তৱ ৰূপ সম্পৰ্কে পাঠ্যপুথিয়ে বৰ অসম্পূৰ্ণ আৰু



অসংগত ধাৰণা দিয়ে। নিউটনৰ সূত্ৰ কেইটা পাঠ্যপুথিত পঢ়ি কাৰ বাৰু মনত পৰিব যে মানুহৰ বৌদ্ধিক বিকাশৰ মহত্তম ঘটনাৰ লগত জড়িত নিয়ম কেইটা তেওঁ পঢ়িছে। সেয়েহে ঐতিহাসিক থমাচ কুহনে তেওঁৰ বিখ্যাত গ্ৰন্থ 'ষ্ট্ৰাক্‌ছাৰ অব ছায়েন্টিফিক ৰিভোলিউশ্বন'ত লিখিছে—"পাঠ্যপুথিৰ উদ্দেশ্য হ'ল ছাত্ৰৰ মনত বিশ্বাস জন্মোৱা আৰু আনুষ্ঠানিক শিক্ষাদান কৰা, পাঠ্যপুথি পঢ়ি বিজ্ঞান সম্পৰ্কে গঢ়ি উঠা ধাৰণাক ভ্ৰমণকাৰীৰ বাবে লিখা বিৰৰণী বা সাধাৰণ ভাষা জ্ঞানৰ বাবে লিখা পুথি পঢ়ি এটা জাতিৰ সংস্কৃতিৰ বিষয়ে গঢ় লোৱা (অসম্পূৰ্ণ আৰু বিকৃত) ধাৰণাৰ লগত তুলনা কৰিব পাৰি, এনে পুথিৰদ্বাৰা (বিজ্ঞান প্ৰকৃতি সম্পৰ্কে) আমি বিপথে পৰিচালিত হৈছোঁ।"

অথচ অসমৰ উঠি অহা বিজ্ঞান লিখকৰ বাবে পাঠ্যপুথিবোৰেই (লগতে নোটবোৰো) অযোগ্য প্ৰসংগ পুথি। পাঠ্যপুথিৰ ভাষা, উপস্থাপন পদ্ধতি, উদ্দেশ্য আদিয়ে পাঠকক অনুপ্ৰাণিত নকৰে, নতুন ধৰণে চিন্তা কৰিবলৈ নিশিকায়। শিক্ষকসকলেও সাধাৰণতে বিজ্ঞান "ফিনিছ্‌ড প্ৰডাক্ট" হিচাপেহে ছাত্ৰৰ আগত দাঙি ধৰে। ছাত্ৰৰ কৌতুহল, উত্তেজনা, অনুসন্ধিৎসা বঢ়াবলৈ তথাকথিত সফল শিক্ষকে সাধাৰণতে যত্ন নকৰে। জুল ভাৰ্ন, ৰেলছ ক্লাৰ্ক, এজিমভ বা চেগানৰ দৰে লিখিব খোজা সাহিত্যিক এজনৰ বাবে জ্ঞান লিপ্সা, কৌতুহল, দূৰ কল্পনা আৰু বিজ্ঞানৰ বহল জ্ঞান অতিশয় প্ৰয়োজনীয়। এনে মনোবৃত্তি থকা কিশোৰ কিশোৰীৰ অভাৱ বুলি আমি নাভাৱো, কিন্তু তেওঁলোকৰ বাবে প্ৰয়োজনীয় বৌদ্ধিক পৰিবেশ জাতি হিচাপে আমি গঢ়ি তুলিব পাৰিছোঁ নে?

বিজ্ঞানৰ বিভিন্ন শাখাসমূহৰ অগ্ৰগতি ইমান দ্ৰুত যে সেইবোৰৰ লগত পৰিচিত হৈ থকাও টান কাম। এনে পৰিচিতিৰ বাবে প্ৰয়োজনীয় (অসমীয়া ভাষাত প্ৰকাশিত) সমীক্ষাৰ অভাৱ বাৰুকৈয়ে অনুভৱ কৰা হয়। অলপতে বিজ্ঞানৰ মহত্তম গ্ৰন্থ, নিউটনৰ প্ৰিনছিপিয়াৰ তৃতীয় শতবাৰ্ষিকী পালিত হৈছে। মানুহৰ বৌদ্ধিক ইতিহাসৰ মহামূল্য দলিল ৰূপে পৰিগণিত এই পুথিৰ সাধাৰণ (পাণ্ডিত্যপূৰ্ণ নহয়) আলোচনাৰ বাবেও অন্তত: চৈধ্য পোন্ধৰ পৃষ্ঠাৰ প্ৰবন্ধ এটাৰ প্ৰয়োজন। উল্লেখযোগ্য

যে বঙালী 'দেশ' আলোচনীয়ে এটা সংখ্যাৰ ( ২২ আগষ্ট, ১৯৮৭ ) প্ৰচ্ছদ নিবন্ধ হিচাপে প্ৰায় ত্ৰিশ পৃষ্ঠা জোৰা প্ৰবন্ধ এলানি উলিয়ায়। আমাৰ কোনোখন আলোচনীয় 'ইমানবোৰ পৃষ্ঠা অবাবতে ব্যয়' কৰিবলৈ ৰাজী নহয় বোধকৰো। কিন্তু এনে ধৰণৰ সমীক্ষণ আৰু আলোচনাৰ অভাৱত আমাৰ বিজ্ঞান সাহিত্যৰ ভেটী কেতিয়াও টনকিয়াল হ'ব নোৱাৰে।

বিজ্ঞান লিখক এজনে চিৰকালে নিজৰ স্পেচিয়েলাইজেচনত নিজকে আবদ্ধ কৰি ৰাখিব নোৱাৰে। তেওঁৰ বাবে প্ৰয়োজন প্ৰসংগপুথি ( অন্যবিষয়ৰ ), সমীক্ষণ আৰু বৈজ্ঞানিক শব্দৰ ব্যাখ্যামূলক অভিধানৰ। দুৰ্ভাগ্যৰ কথা অসম সাহিত্য সভা, অসম বিজ্ঞান সমিতি তথা অসম চৰকাৰে অঃ বিঃ সাহিত্যৰ শ্ৰীবৃদ্ধি কামনা কৰা স্বত্বেও, পুনৰ দোহাৰিছোঁ, দুটা শক্তিশালী স্বেচ্ছাসেৱী অনুষ্ঠান আৰু শক্তিশালী চৰকাৰে ইচ্ছা কৰা স্বত্বেও বিজ্ঞান সাহিত্য চৰ্চাৰ নূন্যতন সুবিধা গঢ়ি উঠা নাই। অন্তত বিজ্ঞানত বহলভাৱে ব্যৱহৃত শব্দবোৰৰ ব্যাখ্যামূলক অভিধান ,পৰিভাষা এখন ইমান দিনে লিখিব পৰা নগ'ল। বহুতো সময়ত, স্বেচ্ছাসেৱী অনুষ্ঠানৰ বিষয়ববীয়া আৰু লগতে কাৰ্য্যক্ৰমৰ সঘন পৰিবৰ্তনে এনে দীৰ্ঘম্যাদী কাম সম্পূৰ্ণ হৈ উঠাত বাধা দিয়ে।

বিজ্ঞান সাহিত্যৰ এটা জনপ্ৰিয় ৰূপ হৈছে ছাইফি—অৰ্থাৎ বিজ্ঞানৰ কল্পকাহিনী। এনে কাহিনী সম্পূৰ্ণভাৱে তথ্য বা তত্বভিত্তিক হব নোৱাৰি-লেও সুদৃঢ় তত্বৰ আৰু ভাল তথ্যৰ গাত ভেজা দিলে শক্তিশালী বিজ্ঞান কাহিনী গঢ়ি উঠে। ভাল ছাইফি কাহিনীৰে বিজ্ঞান জনপ্ৰিয় কৰাত আৰু বৈজ্ঞানিক আবিষ্কাৰৰ পথত পাঠকক অনুপ্ৰাণিত কৰাত বিশেষ ভাৱে সহায় কৰে। জুলভাৰ্ণৰ নটিলাছ, কলম্বিয়া আদি শব্দ ইতিমধ্যে আধুনিক নিউক্লিয় চাবমেৰিন, আৰু মহাকাশ যানৰ নামৰ লগত জড়িত হৈ পৰিছে। ছিয়ালৱস্কি, ভাৰ্ণ, ৱেলছ আদিৰ ছাইফিয়ে বহুতো বিজ্ঞানীক অনুপ্ৰাণিত কৰাৰ উদাহৰণ আছে। ছাইফি ৰচনাত আমাৰ কেইবাজনো সাহিত্যিকে হাত দিছে যদিও জুলভাৰ্ণে এশখন ছাইফি কিতাপ ৰচনা কৰি যোৱাৰ কথা মনত পৰিলে, এই প্ৰচেষ্টা বহুত বেছি শক্তিশালী হ'ব বুলি ভবাৰ থল আছে। আশাকৰোঁ এই



দিশত পৰবৰ্তী আলোচনাত আলোকপাত কৰা হ'ব। অন্ততঃ এটা কথা সামগ্ৰিক ভাৱে কব পাৰি ক্লাছিক্‌ছ হিচাপে পৰিগণিত ছাইফিসমূহৰ অনুবাদ, চমু অনুবাদৰ ব্যৱস্থা সোনকালে কৰিব লাগে।

পাঠ্যপুথি আমি বিজ্ঞান সাহিত্যৰ অংগ হিচাপে লব খোজা নাই। কিন্তু অসম বিজ্ঞান সাহিত্য গঢ় লৈ উঠাত পাঠ্য-পুথিৰ প্ৰভাৱ আছে। কাৰণ, বেছিভাগ লিখক পাঠকে অসম বিজ্ঞান সাহিত্যৰ লগত পৰিচয় পাঠ্য-পুথিৰ মাধ্যমেৰে ঘটে। দুৰ্ভাগ্যৰ কথা, বেছিভাগ অসম বিজ্ঞান পাঠ্য-পুথি বজাৰত প্ৰচলিত নোটধৰ্মী পুথিৰ অনুকৰণ মাত্ৰ। স্কুলীয়া পৰ্যায়ৰ-পৰাই, এনে পুথিবোৰত ধাৰণাৰ প্ৰাঞ্জল ব্যাখ্যা, এক সুদৃঢ় বৰ্ণনা পদ্ধতি আৰু আউল নলগা ভাষাৰ অভাৱ বাৰুকৈয়ে লক্ষ্য কৰা যায়। আনহাতে সাহিত্য বিষয়ক পুথিবোৰত দুই এটা জীৱনীৰ বা আৱিষ্কাৰৰ বাহিৰে বিজ্ঞান আৰু সমাজৰ আন্তঃক্ৰিয়া, বিজ্ঞানৰ প্ৰভাৱ সম্পৰ্কীয় গধুৰ আলোচনামূলক প্ৰবন্ধৰ অভাৱ। বৈজ্ঞানিক মানসিকতাৰ অধিকাৰী হোৱাটো প্ৰতিজন ভাৰতীয় নাগৰিকৰ সাংবিধানিক দায়বদ্ধতা, কিন্তু এই দিশতো পাঠ্যক্ৰমত প্ৰবন্ধ পাতিৰ অভাৱ দেখা যায়। পাঠ্য-পুথিৰ দৰেই ( বিজ্ঞান সাহিত্যৰ অংগ নহলেও ) প্ৰযুক্তিমূলক পুথিবোৰেও ভাষাৰ সংযোগী ক্ষমতা আৰু জনপ্ৰিয়তা বঢ়ায়। বিভিন্ন টেক্‌নিক সম্পৰ্কীয় পুথিৰ অভাৱে ভাষাৰ লগতে জাতিটোকো দুৰ্বল কৰি ৰাখিব। অসমীয়া মাধ্যমেৰে উচ্চতৰ মাধ্যমিক পৰীক্ষা পাছ কৰাৰ পাছত এজন যুৱকে টেকনিকেল কামত হাত দিব খুজি, প্ৰাসঙ্গিক অসমীয়া কিতাপ এখন বিচাৰিলে বজাৰত নাপাব, এনে এটা অৱস্থাত আমি ভাষাটোক ৰাখি থোৱা উচিত হোৱা নাই।

বৈজ্ঞানিক তত্বৰ ধাৰণাবোৰে কবি, দাৰ্শনিক, শিল্পী আৰু অন্যান্য বুদ্ধিজীৱীক বিশেষভাৱে প্ৰভাৱান্বিত কৰে। বিশেষকৈ নিউটনীয় সংশ্লেষণৰ (সোতৰ শতিকা) পাছত বৈজ্ঞানিক অগ্ৰগতিবোৰে (বৌদ্ধিক আৰু বৈষয়িক) সকলো ধৰণৰ চিন্তাবিদকে প্ৰভাৱান্বিত কৰি আহিছে। নিউটনীয় বিশ্বধাৰণা, ফাৰাডে-মেক্সৱেলৰ বিদ্যুৎ চুম্বকীয় সংশ্লেষণ, ডাৰউইন ৱালেচৰ ক্ৰম-বিকাশ, মেণ্ডেলৰ জিনতত্ব, আইষ্টাইনৰ আপেক্ষিকতাবাদ, আধুনিক

গাণিতিক তত্ত্বসমূহ, ( প্লাংকৰ পৰা চালামলৈকে ) কোৱাণ্টাম তত্ত্ব— ইত্যাদি যুগান্তকাৰী বিষয় আৰু ধাৰণা সমূহৰ ওপৰত প্ৰাঞ্জল আৰু সুখ পাঠ্য অসমীয়া পুথিৰ অভাৱ আমাৰ সৃষ্টিশীল সাহিত্যিক আৰু শিল্পীসকলে বোধকৰোঁ অনুভৱ কৰে। অৰ্থাৎ সামগ্ৰিকভাৱে ভাষাই এইবোৰ দিশত চিন্তাবিদসকলৰ চিন্তা সুদৃঢ় হোৱাত সহায় কৰিব পৰা নাই। আনফালে বিজ্ঞান ভিত্তিক প্ৰযুক্তিৰ ব্যৱহাৰ আমাৰ জকাইচুকতো দ্ৰুতভাৱে বাঢ়িছে। অৰ্থাৎ বৌদ্ধিক ক্ষেত্ৰত বিজ্ঞান আমাৰ সংস্কৃতিৰ অংগ হোৱা নাই, কিন্তু বৈষয়িক দিশত বিজ্ঞান ভিত্তিক প্ৰযুক্তিৰে সা-সুবিধাবোৰ আমি গ্ৰহণ কৰিছোঁ। আমাৰ জাতীয় জীৱন তথা চৰিত্ৰৰ এই দুৰ্বলতা আঁতৰোৱাত অসম বিজ্ঞান সাহিত্যই বিশেষ ভূমিকা লোৱা উচিত হ'ব।

সমাধানসমূহ ঃ

(১) প্ৰতি বছৰে পাঠ্য-পুথিক এটা বেলেগ আইটেম হিচাপে ধৰি অসমীয়া ভাষাত বিজ্ঞান বিষয়ক পুথি আৰু পূৰ্ণাংগ প্ৰবন্ধ কিমান প্ৰকাশিত হয়— তাৰে এটা হিচাব ৰখাৰ ব্যৱস্থা কৰিব লাগে।

(২) ইংৰাজী শব্দ লিপ্যন্তৰ আৰু গ্ৰহণ সম্পৰ্কে কাৰ্যকৰী নীতি গ্ৰহণ কৰিব লাগে। যিহেতু এনে নীতি সৰ্বজন গ্ৰহণযোগ্য হোৱাৰ আশা নাই, গতিকে এনে নীতি সাহিত্য সভা, বিজ্ঞান সমিতি আৰু বৃহৎ প্ৰকাশকসকলে একেলগে বহি নিৰ্দ্ধাৰণ কৰিব পাৰে। পৰিভাষা সম্পৰ্কে নতুন পৰ্যালোচনাৰ প্ৰয়োজন হৈছে।

(৩) বিজ্ঞানৰ গুৰুত্বপূৰ্ণ ধাৰণা আৰু অগ্ৰগতি সম্পৰ্কে অসমীয়া ভাষাৰ মাধ্যমত, পূৰ্ণাংগ সমীক্ষা প্ৰবন্ধ, প্ৰবন্ধলানি বা পুথি হিচাপে প্ৰকাশিত হ'ব লাগে।

(৪) বিজ্ঞানৰ শব্দসমূহৰ ব্যাখ্যামূলক অভিধান এখন ৰচনাৰ কাম অতি সোনকালে হাতত লব লাগে আৰু সময়-সীমাৰ মাজত সমাপন কৰিব পৰাকৈ এটা গ্ৰুপক দায়িত্ব দিব লাগে।

(৫) ছাইফি পুথিৰ অনুবাদ আৰু বিজ্ঞানৰ উল্লেখযোগ্য চিন্তানায়ক-সকলৰ প্ৰবন্ধ, পুথি আদিৰ অনুবাদৰ কাম হাতত লব লাগে।



(৬) বিজ্ঞান আৰু প্ৰযুক্তি সম্পৰ্কীয় প্ৰামান্য প্ৰসংগ পুথি ৰচনাৰ কাম সোনকালে হাতত লব লাগে। সম্পূৰ্ণ প্ৰসংগবোৰ লিখি উলিয়াওতে আমাৰ পৰিস্থিতিত কেইবা যুগো লাগিব পাৰে— সেয়েহে গুৰুত্বপূৰ্ণ বিষয়-বোৰৰ প্ৰসংগ পুথি ৰচনাত বেছি গুৰুত্ব প্ৰদান কৰিব লাগে, অৱশ্যে এনে কামৰ আঁচনি কৰোঁতে ভৱিষ্যতে পূৰ্ণাংগ প্ৰসংগবোৰ ৰচনাৰ সম্ভাৱনাৰ প্ৰতি দৃষ্টি ৰখা যুগুত হ'ব।

(৭) পুৰস্কাৰ পাম বুলি ভাবি ভাল গ্ৰন্থ বা প্ৰবন্ধ বোধকৰোঁ কোনেও ৰচনা নকৰে। তথাপিতো বিজ্ঞানৰ ৰচনাৰ বাবে দিয়া পুৰস্কাৰৰ সংখ্যা আৰু পৰিমাণ বঢ়োৱাৰ থল আছে।

(৮) পাঠ্য-পুথিৰ পাঠকৰ সংখ্যা সাধাৰণ পাঠকতকৈ কম নহয় আৰু এওঁলোকে এনে পুথি খৰছি মাৰি পঢ়িব বুলি ধৰা হয়। এনেবোৰ পুথিৰ ভাবৰ সাৱলীলতা, সৰলতা, প্ৰকাশ ভংগীৰ প্ৰাঞ্জলতাৰ ওপৰত চকু ৰাখিব লাগে। লগতে চৰকাৰী প্ৰচাৰ পুস্তিকা আৰু লিফ্লেট বোৰৰ ভাষাৰ গুণগত দিশৰ প্ৰতিও মনোযোগ দিয়া দৰকাৰ।

(৯) আলোচনী আৰু বাতৰি কাকতবোৰত বিজ্ঞানৰ প্ৰবন্ধপাতিৰ সংখ্যা বঢ়াবলৈ অনুৰোধ কৰা আৰু উৎসাহ দিয়াৰ দায়িত্ব অসম সাহিত্য সভা আৰু অসম বিজ্ঞান সমিতিয়ে লব পাৰে।

(১০) নতুন নতুন লিখকক সহায় কৰাৰ মানসেৰে বিজ্ঞান লিখকৰ ৱৰ্কশ্বপৰ ব্যৱস্থা ( নিয়মিত ভাৱে ) কৰিব পাৰিলে ভাল হ'ব।

---

# অসমীয়া বিজ্ঞান সাহিত্যৰ ধাৰা

ডিম্বেশ্বৰ চলিহা

বিজ্ঞানৰ তত্ব বা তথ্যৰে সাহিত্য ৰচনা কৰা কথাটো আজিও বহুতে বৰ ভাল চকুৰে নাচায়। দুই একে বিজ্ঞানৰ সাহিত্যক নেঁওতা বা গণিতৰ সাহিত্য বুলিয়েই ক'ব খোজে। তেওঁলোকৰ মতে বিজ্ঞান আকৌ সাহিত্য হ'ল কেতিয়াৰ পৰা? বিজ্ঞান সাহিত্য তেওঁলোকৰ মনত দ্বিতীয় শ্ৰেণীৰ সাহিত্য বা অ-সাহিত্য হিচাবেই পৰিগণিত। কিন্তু তেওঁলোকৰ এনে ধাৰণাৰ কিবা ভিত্তি আছে বুলি কোৱা টান। সঁচা কথা— একালত বিজ্ঞান আৰু সাহিত্য, বিজ্ঞান আৰু ধৰ্ম, আৰু বিজ্ঞান আৰু সংস্কৃতিৰ মাজত এক দূৰ্ভেদ্য প্ৰাচীৰ আছিল। সঁচা কথা – বিজ্ঞানৰ প্ৰতিটো আৱিষ্কাৰেই পোন প্ৰথম মানুহক চমক খুৱাইছিল। আৰু সঁচা কথা— বিজ্ঞানৰ বহুতো তত্ব মানুহৰ প্ৰচলিত ৰীতি-নীতিৰ বিৰুদ্ধে যোৱাত সেইবিলাক মানি ল'বলৈ মানুহে টান পাইছিল। কিন্তু ইয়োতো সঁচা যে আজিৰ যুগত বিজ্ঞানক বাদ দি আমি প্ৰায় সকলোৱেই হয় কণা, নহয় কলা আৰু নহয় খোৰা। আমাৰ দৈনন্দিন জীৱনৰ প্ৰায় প্ৰতিটো সম্পদেই বিজ্ঞানৰ অৱদান।

আমাৰ চিন্তা-চৰ্চা, সাহিত্য-সংস্কৃতি, ধৰ্ম-কলা সকলোতে আজি এক বৈজ্ঞানিক দৃষ্টি বিৰাজমান। আজিৰ বিজ্ঞান কম বেছি পৰিমাণে সাহিত্য, সংস্কৃতি, ধৰ্ম সকলোৰে পৰিপূৰক। বিজ্ঞানৰ প্ৰভাৱতে ধৰ্ম বা সংস্কৃতিৰ নামত যুগ যুগ ধৰি চলি অহা কু-সংস্কাৰবোৰৰ বিৰুদ্ধে মানুহে আজি মাৰ বান্ধি থিয় দিছে। হয়তো তাৰ কাৰণে ধৰ্ম বা সংস্কৃতিৰ নামত শোষণ কৰি অহা এচাম লোক ক্ষুব্ধ হৈছে। হওক কোনো কথা নাই। তথাপি সত্য প্ৰতিষ্ঠিত হৈছে। সত্যই ধৰ্ম। বিজ্ঞানৰো মূল কথা সত্যই। উন্নত কৃষি প্ৰণালী, উন্নত চিকিৎসা আৰু উন্নত জীৱন ধাৰণৰ কাৰণেও আমি বিজ্ঞানৰ ওচৰতে ধৰুৱা।



আনহাতে বিজ্ঞানৰ পৰা উদ্ভৱ হোৱা অপকাৰৰ মাত্ৰাও তেনেই কম বুলিব নোৱাৰি। ৰেল, মটৰ, কল-কাৰখানা আদিৰপৰা ওলোৱা ধোঁৱা, আৱৰ্জনা আদি বৰ্তমান দূষিতকৰণৰ প্ৰধান আহিলা হৈ পৰিছে। পতংগ নাশক দ্ৰব্য আৰু খাদ্য ভেজালকাৰী নানান পদাৰ্থই আমাৰ অস্তিত্বকে বিপন্ন কৰিব খুজিছে। বনাঞ্চল ধ্বংস কৰি আৰু হকে-বিহকে জীৱ-জন্তু বধ কৰি আমাৰ জলবায়ুকো মানুহ জীয়াই থকাৰ অনুপযুক্ত কৰি তুলিছে। নানান ধৰণৰ আধুনিক মাৰণাস্ত্ৰ তৈয়াৰ কৰি নৰমেধ যজ্ঞৰ সূচনা কৰাৰ গুৰিতেও বিজ্ঞানেই। সেয়ে বিজ্ঞানৰ অতি তাত্বিক কথাবোৰ নাজানিলেও, মানুহৰ জীৱনক কেন্দ্ৰ কৰি যি বিজ্ঞানৰ সৃষ্টি হৈছে, তাক জনাৰ অধিকাৰ আৰু প্ৰয়োজন প্ৰতিজন মানুহৰে আছে।

বিজ্ঞানৰ তত্ব, তথ্য বা আৱিষ্কাৰসমূহ সৰলীকৃত কৰি জনসাধাৰণৰ কাষ চপাবলৈকে প্ৰয়োজন হয় বিজ্ঞান সাহিত্যৰ। বিজ্ঞান সাহিত্যইযে মানুহক কেৱল তথ্য বা জ্ঞান আহৰণতহে সহায় কৰে, সিও নহয়। ই মানুহৰ মনটো অনুসন্ধিৎসু কৰি তোলে, মনতে খু-দুৱাই থকা নানান প্ৰশ্নৰ সমিধান লাভ কৰে আৰু সবাতোকৈ ডাঙৰ কথা— জীৱনৰ প্ৰতিটো খোজতে এক বৈজ্ঞানিক দৃষ্টি-ভংগী লোৱাত সহায় কৰে। এনেবিলাক কথা উপলব্ধি কৰিয়েই সম্ভৱ পৃথিৱীৰ বহুতো উন্নত ভাষাত বিজ্ঞান সাহিত্যৰ সৃষ্টি অভূতপূৰ্বভাৱে আগবঢ়া। বিশ্বৰ ভিন ভিন ভাষাত প্ৰকাশ পোৱা মুঠ গ্ৰন্থৰ কিমান ভাগ কেৱল বিজ্ঞানৰ গ্ৰন্থই প্ৰকাশ পাইছে, ভাবিলে আচৰিত লাগে। ইংৰাজী শতকৰা ৫৩ ভাগ, জাৰ্মান শতকৰা ১০ ভাগ, ৰুছ শতকৰা ১০ ভাগ, ফৰাচী শতকৰা ৯ ভাগ, স্পেনীয় শতকৰা ২ ভাগ, জাপানী শতকৰা ২ ভাগ আৰু অন্যান্য শতকৰা ২ ভাগ। বৰ্তমান বিশ্বত সৰু-ডাঙৰ পাঁচ হাজাৰমান ভাষা আছে। ভাৰততেই এনে ভাষা, উপ-ভাষাৰ সংখ্যা অনেক হ'ব। গতিকে বাকী থকা দুই শতাংশ বিজ্ঞানৰ গ্ৰন্থ যদি এই ভাষাসমূহৰ মাজত ভাগ কৰা হয়, আমাৰ অসমীয়া বা ভাৰতৰ আন আঞ্চলিক ভাষাত কেইখন বিজ্ঞানৰ গ্ৰন্থ প্ৰকাশ পায়— সহজেই অনুমান কৰিব পাৰি।

### বিজ্ঞান সাহিত্যৰ ভাগ ঃ

বিজ্ঞান সাহিত্যক ঘাইকৈ তিনি ভাগত ভাগ কৰিব পাৰি । ১। গৱেষণা পৰ্যায়ৰ বিজ্ঞান সাহিত্য ২। পাঠ্যপুথিৰ বিজ্ঞান সাহিত্য ৩। জনপ্ৰিয় বিজ্ঞান সাহিত্য । অসমীয়া ভাষাত গৱেষণা পৰ্য্যায়ৰ বিজ্ঞান সাহিত্য নাই বুলিবই পাৰি । অসমৰ স্কুল বা কলেজসমূহত অসমীয়া ভাষাত ৰচিত যিবিলাক বিজ্ঞানৰ পুথি পাঠ্যপুথি হিচাবে প্ৰচলিত, সিবিলাকৰ কিছু সংখ্যক পুথি বা অধ্যায় নিঃসন্দেহে উৎকৃষ্ট সাহিত্যৰ চানেকি । কিন্তু পাঠ্যপুথিৰ মোহৰ থকাৰ কাৰণেই কোনেও সিবিলাক পুথিৰ সাহিত্যিক গুণাগুণ নিৰ্ণয় কৰিবলৈ নিবিচাৰে । অৱশ্যে এইটো কথাও ঠিক যে বেছিভাগ পাঠ্যপুথিৰে কথা অস্পষ্ট, ভাষা বিৰক্তিকৰ, বাক্য গাঁঠনিত ভুল আৰু বানান ভুলৰতো সীমা-সংখ্যাই নাই ।

জনসাধাৰণক বিজ্ঞানৰ লগত পৰিচয় কৰি দিয়াৰ ক্ষেত্ৰত জনপ্ৰিয় বিজ্ঞান সাহিত্যৰ দায়িত্বই অধিক । কিন্তু জনপ্ৰিয় বিজ্ঞান সাহিত্য বুলিলেও বহুতৰে মনত এক প্ৰশ্নৰ উদয় হয়— শিশুৰ কাৰণে নে ডাঙৰ মানুহৰ কাৰণে ? মোৰ বোধেৰে প্ৰশ্নটো অবান্তৰ । অৱশ্যে প্ৰাথমিক স্কুলৰ ছাত্ৰ-ছাত্ৰীৰ কাৰণে ৰচনা কৰা বিজ্ঞান সাহিত্যৰ কথা সুকীয়া । কাৰণ, সেই পৰ্য্যায়ৰ ছাত্ৰ-ছাত্ৰীয়ে দুই এটা সৰু সুৰা কথাৰ বাদে বিজ্ঞানৰ বেছিভাগ কথাকে কেৱল আওঁৰাই থ'বলৈহে বিচাৰে । সেই বয়সত বিজ্ঞানৰ সকলো কথা পৰীক্ষা-নিৰীক্ষা কৰি কোনো এক তথ্য বা সূত্ৰ হৃদয়ঙ্গম কৰাটো তেওঁলোকৰ বাবে সহজ কথা নহয় । আনহাতে মুষ্টিমেয় অসমীয়া বিজ্ঞান স্নাতক বা স্নাতকোত্তৰ লোক কেইজনক বাদ দি অসমীয়া বিজ্ঞান সাহিত্যৰ ক্ষেত্ৰত আমি প্ৰায় সকলোৱেই নৱাগত । আকৌ স্নাতক বা স্নাতকোত্তৰ একোজনৰ ক্ষেত্ৰতো তেওঁৰ নিজৰ বিষয় বা বিষয়সমূহৰ বাদে বাকী আন বিষয়ৰ লগত তেওঁ অপৰিচিত । ঠিক তেনেকৈ ইঞ্জিনিয়াৰিঙৰ ছাত্ৰ এজন চিকিৎসা বিজ্ঞানৰ লগত অপৰিচিত আৰু চিকিৎসা বিজ্ঞানৰ ছাত্ৰ এজনেও ইঞ্জিনিয়াৰিঙৰ সকলো কথা জনা সম্ভৱ নহয় । এনেবিলাক কথাৰ প্ৰতি লক্ষ্য নৰখাৰ কাৰণেই সম্ভৱ আমাৰ বিজ্ঞান সাহিত্যই গা কৰি উঠিব পৰা নাই ।



এইখিনিতে বিজ্ঞান সাহিত্যৰ ক্ষেত্ৰত জ্ঞানপীঠ বঁটা বিজয়ী ডঃ বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্যই আগবঢ়োৱা এটি পৰামৰ্শ দাঙি ধৰা উচিত হ'ব । তেখেতে কৈছে— "সাধাৰণ বিজ্ঞানৰ ভাষা সহজ আৰু পোনপটীয়া হোৱা উচিত । শুদ্ধ পৰিভাষা গ্ৰহণ কৰি সেইবোৰৰ সাৰ্বজনীন প্ৰয়োগৰ বাবে যত্ন চলোৱা নিত্যান্ত প্ৰয়োজন । অসমীয়া ভাষাত পঠিতব্যতা (Rea'ability) সম্বন্ধে লেখকসকল বৰ কম সচেতন । বিজ্ঞান সাহিত্যৰ লেখকসকলে এই দিশলৈ বিশেষভাৱে মন কৰা উচিত । প্ৰকৃতপক্ষে আধুনিক জ্ঞানৰ ৰচনা সৰবৰহী নহ'লে বহল পাঠক সমাজ আৰু পৰিবেশ গঢ়ি তোলা টান হ'ব ।" এতিয়াও আমাৰ বহুতো বয়সস্থ লোকে বিজ্ঞানৰ ডাঙৰ আৰু তত্বপূৰ্ণ প্ৰবন্ধ পাতি পঢ়াতকৈ স্কুলৰ ল'ৰা-ছোৱালীৰ কাৰণে লেখা সহজ সৰল বিজ্ঞানৰ প্ৰবন্ধ বা নহ'লেও স্কুলীয়া বিজ্ঞানৰ পাঠ্যপুথিকে পঢ়ি ভাল পায় । এই বয়সস্থ লোকসকলৰ মাজত শিক্ষিত লোকো অনেক আছে । এনেবিলাক কথালৈ লক্ষ্য ৰাখি এটা কথা নিঃসন্দেহে ক'ব পাৰি যে অসমীয়া বিজ্ঞান সাহিত্যক শিশুৰ কাৰণে আৰু ডাঙৰৰ কাৰণে বুলি দুটা সম্পূৰ্ণ পৃথক গোটত ভাগ কৰা টান । তদুপৰি আমাৰ সমাজত শিশুৰ সংজ্ঞাও ক্ষেত্ৰ ভেদে বিভিন্ন । কোনোৱে চতুৰ্থমানতে শেষ কৰিব বিচাৰে, কোনোৱে সপ্তম মানলৈকে যায় আৰু কোনোৱে হাইস্কুল শেষান্ত পৰীক্ষাকো সামৰিবলৈ বিচাৰে । গতিকে মই মোৰ এই প্ৰবন্ধত শিশু আৰু ডাঙৰৰ মাজত ভেদাভেদ নাৰাখি জনপ্ৰিয় বিজ্ঞান সাহিত্য সম্পৰ্কেহে আলোচনা কৰিম । অৱশ্যে ই বিজ্ঞান সাহিত্যৰ সকলো পাঠককে সামৰি ল'ব ।

### অসমীয়া বিজ্ঞান সাহিত্যৰ আৰম্ভণি ঃ

আজি কালিৰ দৰে গ্ৰন্থৰ ৰূপত বিজ্ঞান সাহিত্য নাথাকিলেও যুগ যুগ ধৰি ডাকৰ বচন, বেদৰ বাণী, ফঁকৰা যোজনা আদি নানান ৰূপত বহু বিজ্ঞান সন্মত কথা অসমীয়া সমাজত মুখ বাগৰি চলি আহিছে । উদাহৰণ স্বৰূপে— "মাটি কিনিবা মাজ খাল", "টিক বলধ ওলায় মাটি", "আহিন কাতিত ৰাখিবা পানী", "তিনিশ যাঠীজোপা কৰা কল", আদি

যৌজনা নিঃসন্দেহে কৃষি বিজ্ঞানৰ নির্দেশ বুলিব পাৰি। আকৌ ‘কাণত কচু, নাভিত তেল, তাৰ ঘৰত নাই বেজৰ মেল বা ভাত খাই উঠি তিনি শিলিখা, তাৰ মানত ৰোগ টিলিকা, আদি যোজনাও প্ৰকৃততে চিকিৎসা বিজ্ঞানৰ লগত জড়িত। আমাৰ দৈনন্দিন জীৱনৰ প্ৰয়োজনীয় নানান বৈজ্ঞানিক উপদেশেই এই ফঁকৰা যোজনাসমূহৰ মাজত সোমাই আছে। ডাকৰ বচনত থকা ৰন্ধন প্ৰকৰণৰপৰা আৰম্ভ কৰি প্ৰসূতি শুশ্ৰূষা, সন্তান পালন, পৰিচৰ্য্যা, কৃষি-নীতি আৰু স্বাস্থ্যনীতিৰ কথাবোৰৰো সৰহ সংখ্যকেই আজিৰ আধুনিক বিজ্ঞানে মানি লয়। আমাৰ পৌৰাণিক নিদানসমূহত থকা বিভিন্ন ৰোগৰ বনৌষধি লিখনিৰ কথাও উল্লেখ কৰা উচিত হ'ব। মুখ বাগৰি চলি অহাৰ কাৰণে নাইবা নিদানসমূহ দুই এটা আখৰৰ ধোঁৱা চাঙত থোৱাৰ ফলত উঠি যোৱা কাৰণে ঔষধৰ মাত্ৰাৰ অলপ ইফাল-সিফাল হ'ব পাৰে, কিন্তু নির্দিষ্ট ৰোগৰ কাৰণে উল্লেখ কৰা নিৰ্দিষ্ট বনৌষধৰ ব্যৱহাৰ আজিৰ আধুনিক চিকিৎসা বিজ্ঞানী-সকলেও সমৰ্থন কৰে।

তাৰ পাছত নৰনাৰায়ণৰ ৰাজত্ব কালত ১৪৩৪ চনত বকুল কায়স্থ নামৰ এজন লোকে “কিতাপ মঞ্জৰী” নামেৰে এখন গণিতৰ পুথি অসমীয়ালৈ অনুবাদ কৰিছিল। কিতাপখন পদ্যত ৰচিত হৈছিল। তাৰ পাছত কবি ৰত্নদ্বীজে “লীলাৱতী কথা” আৰু চূড়ামণি নামৰ আন এজনে “জ্যোতিষ চূড়ামণি” নামৰ এখন গ্ৰন্থ ৰচনা কৰি উলিয়ায়। ১৬৯৫ চনত কবিৰাজ চক্ৰৱৰ্তীয়ে “ভাস্বতী শাস্ত্ৰৰ কথা” নামেৰে পুথি এখন অসমীয়ালৈ অনুবাদ কৰে। তেওঁৰেই কাশীনাথৰ “অংকৰ আৰ্য্যা কথা” পুথিখনো অসমীয়াত ৰচনা কৰে। ১৭৩৪ চনত অসমীয়া ভাষাত প্ৰকাশ পোৱা আন এখন উল্লেখযোগ্য পুথি হ'ল—“হস্তি বিদ্যাৰ্ণৱ”। কিতাপখন অনুবাদ কৰিছিল সুকুমাৰ বৰকাথে আৰু তাক চিত্ৰায়িত কৰিছিল দিলবৰ দোহায়ে। এই পুথিখনিৰ ১০৮ দাঁতাল হাতী আৰু ১৭ বিধ মাখুন্দিৰ শ্ৰেণী বিভাগ কৰা হৈছে। তদুপৰি হাতীৰ বিভিন্ন ৰোগ, ৰোগৰ লক্ষণ, ৰোগৰ চিকিৎসা আদিৰ কথাও পুথিখনত সন্নিবিষ্ট কৰা হৈছে।



ওপৰত উল্লেখ কৰা আটাইখিনি পুথিয়েই হাতে লেখা অৱস্থাত আছিল। কাৰণ, সেই সময়ত অসমত অসমীয়া আখৰৰ ছপাশাল নাছিল। ১৮৪৫ চনতহে নেথান ব্ৰাউনে বকুল কায়স্থৰ গণিতৰ পুথিখন দুভাগত ছপা কৰি উলিয়ায়। সেই বছৰতে মিচেচ ব্ৰাউনৰ গণনাৰ পুথি “প্ৰথম গণনা” আৰু এলিজা ব্ৰাউনৰ লগ লাগি ৰচনা কৰা “দ্বিতিয় গণনা” নামৰ পুথি দুখন ছপা আখৰত ওলায়। ১৮৪৮ চনৰপৰা প্ৰকাশ পাবলৈ লয় ‘অৰুণোদই’। গতিকে তাতো স্বাস্থ্য বিজ্ঞান সম্পৰ্কীয় দুই এটা কথা প্ৰকাশ পাবলৈ লয়। ১৮৪৯ চনত “ভূগোল শিক্ষক” আৰু “সমাচাৰ চন্দ্ৰিকা” নামেৰে আন দুখন বিজ্ঞান পুথিও প্ৰকাশ পায়। ১৮৫৫ চনত শিৱসাগৰৰ মিছন প্ৰেছৰপৰা ছপা হৈ ওলায় “পদাৰ্থ বিদ্যা সাৰ”। ১৮৭৪ চনত তাৰে দ্বিতীয় সংস্কৰণ এটিও ওলায়। সেয়ে অসমীয়া বিজ্ঞান সাহিত্যৰ বিকাশত বেপ্টিষ্ট মিছনেৰিসকলৰ অৱদান মন কৰিবলগীয়া। “বিজ্ঞানৰ বাৰেমতৰা” নামৰ আন এখন বিজ্ঞানৰ গ্ৰন্থও তেওঁলোকৰে অৱদান।

১৮৯৩ চনত পানীন্দ্ৰ নাথ গগৈৰ “ল'ৰা শিক্ষা” নামৰ পুথিখন প্ৰকাশ পায়। তাতো স্বাস্থ্য বিজ্ঞানৰ কিছু কথা অন্তৰ্ভুক্ত কৰা হৈছিল। উদ্দেশ্য আছিল—যাতে উঠি অহা ল'ৰা-ছোৱালী বিলাকে ভাল ঘৰ, গা পৰি-ষ্কাৰকৈ ৰখা, ভাল আহাৰ, বিশুদ্ধ পানী, পৰিষ্কাৰ কাপোৰ, টোপনি, ব্যায়াম আদিৰ প্ৰয়োজনীয়তা আৰু ৰাগীয়াল বস্তুৰ অপকাৰীতা সম্পৰ্কে কিছু প্ৰাথমিক জ্ঞান আহৰণ কৰিব পাৰে। শ্ৰদ্ধাচৰণ চৌধুৰীৰ ‘ল'ৰাৰ নিজা পুথি” নামৰ আন এখন পুথি প্ৰকাশ পায় ১৯০২ চনত। তেওঁ তাত জোন বেলি, বৰষুণ, উদ্ভিদ, বায়ু, পৃথিবী, পদাৰ্থ, ধাতু, চৰাই আদিৰ বিষয়ে দুই এটা কথাৰ অৱতাৰণা কৰিছে। অৱশ্যে এইখনকে লৈ তেতিয়া-লৈকে প্ৰকাশ পোৱা গ্ৰন্থসমূহৰ দুই এখন আছিল পাঠ্য-পুথি আৰু বাকীখিনি পাঠ্য পুথি নহ'লেও প্ৰাথমিক বৰ্ণনামূলক। গতিকে সিবিলাকক বিজ্ঞান সাহিত্যৰ প্ৰকৃত চানেকি বুলি কোৱা টান। ১৯১৬ চনত প্ৰকাশ পোৱা সত্যনাথ বৰাৰ “আকাশ ৰহস্য” নামৰ পুথিখনেই প্ৰকৃততে অসমীয়া বিজ্ঞান সাহিত্যৰ প্ৰথম চানেকি বুলি ধৰিব পাৰি। তেখেতে তাৰ পাতনিত লেখিছে—“...... ইয়াৰ কথাবোৰ বিজ্ঞানৰ কথা হ'লেও

ল'ৰামতীয়া শিকাৰুৰ মন খোৱা কৰিবলৈ বিজ্ঞানৰ গহীন সাজ এৰি দি তাক সাহিত্যৰ সাজ দিয়া হৈছে ; আৰু কথাবোৰ মোৰ ভাঙি উজু ভাষাত বুজাবলৈ চেষ্টা কৰা হৈছে ।”

ইয়াৰ পাছৰ পৰাই অসমীয়া ভাষাত বিজ্ঞানৰ পুথি দুই এখনকৈ প্ৰকাশ পাবলৈ লয়। ৰজনীকান্ত বৰদলৈৰ “পদাৰ্থ বিজ্ঞান” আৰু তৰুণৰাম ফুকনৰ “যৌনতত্ত্ব” নামৰ পুথি দুখনেও অসমীয়া বিজ্ঞান সাহিত্যৰ ভেঁটী কিছু টনকীয়াল কৰে। এই শতিকাৰ প্ৰথমাৰ্দ্ধত অসমীয়া বিজ্ঞান সাহিত্যলৈ বৰঙণি যোগাওঁতা আন লোকসকল হ'ল— কালিৰাম মেধি, জ্ঞানাদাভিৰাম বৰুৱা, উমেশ চন্দ্ৰ চৌধুৰী, কামেশ্বৰ দাস, লক্ষ্মীনাথ দাস, ডাঃ লক্ষ্মীপ্ৰসাদ চলিহা, বিপিন বিহাৰী দাস, ডাঃ মহানন্দ বৰুৱা, ললিত কুমাৰ বৰুৱা, ডাঃ হৰেকৃষ্ণ দাস, ডিম্বেশ্বৰ নেওগ আৰু সুশীল কুমাৰ চক্ৰৱৰ্ত্তী।

অসমীয়া ভাষাত এতিয়ালৈকে কিমান সংখ্যক বিজ্ঞান গ্ৰন্থ প্ৰকাশ পাইছে— বিভিন্ন কাৰণত তাৰ সঠিক হিচাব দিয়া টান। ১ ১২ চনত হেমচন্দ্ৰ গোস্বামীয়ে প্ৰস্তুত কৰা গ্ৰন্থ তালিকাৰপৰা আৰম্ভ কৰি সোনদিনা নন্দ তালুকদাৰে প্ৰস্তুত কৰা গ্ৰন্থ তালিকালৈকে বহুতো গ্ৰন্থ তালিকা প্ৰকাশ পালেও সিবিলাকৰ নিৰ্ভৰযোগ্যতা সম্পৰ্কে যথেষ্ট সন্দেহৰ থল আছে। প্ৰথম কথা— আমাৰ বহুতো গ্ৰন্থ বিশেষকৈ বিজ্ঞান গ্ৰন্থসমূহ এহেজাৰৰপৰা দুহেজাৰ মান কপিহে ছাপা হয়। দ্বিতীয়তে, সিবিলাকৰ বেছিভাগৰে লেখক নিজেই প্ৰকাশক। গতিকে গ্ৰন্থখন অসমৰ বিভিন্ন ঠাইলৈ নগৈ এখন বা দুখন জিলাৰ কিতাপ দোকানতে সীমাবদ্ধ হৈ থাকিব পাৰে। তৃতীয়তে, যদিও সকলো গ্ৰন্থৰে একোটাকৈ হ'লেও কপি ৰাষ্ট্ৰীয় পুথিভঁৰাল, ৰাজ্যিক পুথিভঁৰাল, অসম সাহিত্য সভাৰ পুথিভঁৰাল বা অসম বিজ্ঞান সমিতিৰ পুথিভঁৰাললৈ পঠোৱা উচিত। খুব কম সংখ্যক লেখক বা প্ৰকাশকেহে এই কাম কৰে। অন্যহাতেদি অসমীয়া ভাষাত প্ৰকাশ পোৱা, আনকি শেহতীয়াকৈ প্ৰকাশ পোৱা কিতাপসমূহ সংগ্ৰহৰ যি হেপাহ বা নিষ্ঠা এই অনুষ্ঠানবোৰৰ নিজৰ কালৰপৰা থাকিব লাগিছিল, সিও নাই। চতুৰ্থতে, একোখন কিতাপৰ সংস্কৰণ কেতিয়াবা মাত্ৰ এটাহে ওলায়।



এনেবিলাক কাৰণতে আমাৰ গ্ৰন্থ তালিকাৰ সংকলন আৰু গ্ৰন্থৰ সমালোচকসকলে তেওঁলোকৰ সংকলন বা সমালোচনাত বহুতো গ্ৰন্থকে বাদ দি যায়। সি •যি হওক, এই গ্ৰন্থ তালিকাসমূহৰ ওপৰতে ভেজা দি শ্ৰীশান্তনু তামুলীয়ে ১৮৪০ৰ পৰা ১৯৮০ চনলৈ প্ৰকাশ পোৱা অসমীয়া বিজ্ঞান গ্ৰন্থৰ আনুমানিক হিচাব এটা “অসমীয়া বিজ্ঞান সাহিত্য” নামৰ পুথি এখনত দাঙি ধৰিছে। তেখেতে উল্লেখ কৰা চাৰিশখন গ্ৰন্থৰ ভিতৰত এশখন গ্ৰন্থও বজাৰত বৰ্তমান পাবলৈ আছে নে নাই, সন্দেহ। শ্ৰীতামুলীৰ তালিকাখনৰ পৰা এটা কথা অনুমান হয় যে আন বিষয়ৰ তুলনাত চিকিৎসা বিষয়ক গ্ৰন্থই সৰ্বাধিক— প্ৰায় এশখন। তাৰ পাছতেই ক্ৰমান্বয়ে কৃষি, সাধাৰণ বিজ্ঞান আদি বিষয়ৰ গ্ৰন্থও তুলনামূলক ভাবে বেচি। কোনো এটা বিষয়ৰ গ্ৰন্থৰ সংখ্যা বেচি হোৱাৰ নিশ্চয় কিবা কাৰণ থাকিব লাগিব। হয় সেই বিষয়ৰ কিতাপৰ চাহিদা বেচি আৰু নহয় সেই বিষয়ত লেখাৰ প্ৰতি ৰাপ থকা লোকৰ সংখ্যা অধিক। চাহিদা বৃদ্ধি পোৱালৈ চাই আৰু এটা কথা অনুমান কৰিব পাৰি যে চিকিৎসা, কৃষি বা বিজ্ঞানৰ প্ৰাথমিক জ্ঞান আহৰণ কৰিবলৈহে মানুহ বেচি আগ্ৰহী। আটাইতকৈ কম পুথি প্ৰকাশ পাইছে নিৰ্মাণ কাৰ্য্যৰ ওপৰত। ইয়াতে বোধহয় অসমীয়া মানুহৰ জাতীয় চৰিত্ৰটোও ফুটি ওলাইছে।

অসমীয়া ভাষাত বৰ্ত্তমানৰ বিজ্ঞান লেখকসকল ঃ—

যোৱা তিনিটা দশকত অসমীয়া ভাষাত বিজ্ঞান লেখকৰ সংখ্যা অনেক গুণে বাঢ়িছে। এই সকলৰ আশাশুধীয়া চেষ্টাতে অসমীয়া বিজ্ঞান সাহিত্য গুণগত আৰু সংখ্যাগত দুয়োটা দিশতে কিছু চহকী হৈছে। অসম বিজ্ঞান সমিতিৰ জন্ম, অসমৰ বিভিন্ন ঠাইত ইয়াৰ শাখা স্থাপন আৰু ১৯৬১ চনৰ পৰা অসম বিজ্ঞান সমিতিৰ মুখ-পত্ৰ ‘বিজ্ঞান জেউতি’ নিয়মীয়াকৈ ওলাবলৈ ধৰাত বহুতো নতুন বিজ্ঞান লেখকৰ সৃষ্টি হ'ল। বিজ্ঞান সমিতিৰ কেইটামান শাখাৰপৰাও ছেগা চোৰোকাকৈ দুই এখন বিজ্ঞান আলোচনী প্ৰকাশ পাবলৈ ল'লে। ডিব্ৰুগড় জিলাৰ সমন্বয়ৰক্ষী বিজ্ঞান সমিতিৰ ‘জনবিজ্ঞান’, লক্ষীমপুৰ বিজ্ঞান সমিতিৰ ‘বিজ্ঞান

বাৰ্ত্তা'; নলবাৰী বিজ্ঞান সমিতিৰ 'বিজ্ঞানপত্ৰ', নগাওঁ বিজ্ঞান সমিতিৰ 'বিজ্ঞান বৰ্ণালী', অসম কৃষি বিশ্ববিদ্যালয়ৰ পৰা প্ৰকাশ পোৱা 'কৃষি বীক্ষণ' আৰু ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ পদাৰ্থ বিজ্ঞান বিভাগৰপৰা প্ৰকাশ পোৱা 'পদাৰ্থ বিজ্ঞান পত্ৰিকা' এনেধৰণৰ আলোচনী। তদুপৰি অসমীয়া ভাষা সাহিত্যৰ যিবিলাক সমসাময়িক আলোচনী বা সাপ্তাহিক কাগজ আছিল বা আছে, সিবিলাকতো বিজ্ঞানৰ দুই-এটা প্ৰবন্ধ প্ৰকাশ পাইছে। গতিকে অসমীয়া বিজ্ঞান লেখক সকলৰ যি চিৰকলীয়া সমস্যা -- কিবা এটা লেখিলে ক'ত প্ৰকাশ কৰিব, কিছু পৰিমানে হ'লেও সমাধান হৈছে। অৱশ্যে আত্ম সন্তুষ্টিৰো কাৰণ নাই, কাৰণ, ওচৰৰে বঙ্গ ভাষাত নিয়মীয়াকৈ প্ৰকাশ পোৱা বিজ্ঞান আলোচনীৰ সংখ্যা দুকুৰিৰো অধিক। গতিকে আমাৰ অসমীয়া ভাষাতো যে বিজ্ঞান জেউতিৰ উপৰি আৰু দুই চাৰিখন বিজ্ঞান আলোচনীৰ প্ৰয়োজন আছিল, সেইবিষয়ে কোনো সন্দেহ নাই।

বৰ্তমান যুগৰ অসমীয়া বিজ্ঞান সাহিত্যৰ বাটকটীয়া হিচাবে আমি ৰাধানাথ ফুকন, হৰিপ্ৰসাদ বৰুৱা, লক্ষীশেখৰ বৰুৱা, ড° কালীনাথ শৰ্মা, ড° ৰোহিনী কুমাৰ বৰুৱা, ড° প্ৰসন্ন চন্দ্ৰ গোস্বামী, ড° ভুবন মোহন দাস, ফটিক চন্দ্ৰ গগৈ, ড° কনক চন্দ্ৰ মহন্ত: ডা° ৰাজেন ভুঞা, ডা° যোগেন্দ্ৰ নাথ বৰুৱা আদিৰ নাম লব পাৰো। স্বীকাৰ কৰিব লাগিব যে এখেত-সকলৰ চেষ্টাতে বিজ্ঞান সাহিত্যই অসমীয়া সাহিত্য জগতত এক বিশেষ স্থান অধিকাৰ কৰিবলৈ সক্ষম হ'ল। প্ৰয়াত কেইজনক বাদ দি বাকী কেইজনে আজিও কম বেচি পৰিমাণে বিজ্ঞান সাহিত্য চৰ্চা কৰি আছে।

এওঁলোকৰ পাছে পাছে অসমীয়া বিজ্ঞান সাহিত্য ৰচনা কৰা লেখক সকল হ'ল ড° সত্যেন্দ্ৰ নাথ চৌধুৰী, ড° দীনেশ চন্দ্ৰ গোস্বামী, ড° বিজয় কৃষ্ণ দেৱশৰ্মা, ডাঃ মথুৰা নাথ ভট্টাচাৰ্য্য, হীৰালাল দুৱৰা, ড° যজ্ঞেশ্বৰ হাতীবৰুৱা, ড° কিশোৰী মোহন পাঠক, ডাঃ প্ৰতুল চন্দ্ৰ গোস্বামী, ডাঃ দিপালী বৰকাকতি, ডিম্বেশ্বৰ চলিহা, ডাঃ নগেন দত্ত, সুৰেন্দ্ৰ নাথ মেধী, পুণ্ডৰীকাক্ষ ভৰালী, শিৱনাথ বৰ্মণ, ড° সোনেশ্বৰ শৰ্মা, ড° মুকুল কুমাৰ শৰ্মা, শান্তনু তামুলী, ড° মহেন্দ্ৰ নাথ বৰা, ক্ষীৰধৰ বৰুৱা, ৰমেশ চন্দ্ৰ



গোস্বামী, শ্যামা প্ৰসাদ শৰ্মা, চন্দ্ৰ নাথ শৰ্মা, দীনেশ বৈশ্য, ড° কুলেন্দু পাঠক, ড° পৰমানন্দ মহন্ত, ড° চন্দ্ৰ চেতিয়া, বসন্ত ডেকা, বাৰীণ শৰ্মা, জয়ন্তী চুতীয়া, ড° মহন্ত কলিতা, নাৰায়ণ ভৌমিক, সুদক্ষিনা দাস, ড° কুঞ্জ দেউৰী, অলক বুঢ়াগোহাঁই ইত্যাদি। এইসকলৰ উপৰিও বহুতো ন-পুৰণি লেখকে অসমীয়া বিজ্ঞান সাহিত্যত হাত দিয়াটো আমাৰ সকলোৰে কাৰণে আনন্দৰ কথা। আনহাতে দুই এজন লব্ধ প্ৰতিষ্ঠ অসমীয়া সাহিত্যিকৰ বিজ্ঞান সাহিত্যৰ প্ৰতি উদাসীনতাও মন কৰিবলগীয়া। উদাহৰণ স্বৰূপে ড° ভবেন্দ্ৰ নাথ শইকীয়া, ড° লক্ষীনন্দন বৰা আদিৰ দৰে দুই চাৰিজনলৈ আঙুলিয়াব পাৰি। তেওঁলোক মূলতে বিজ্ঞানৰ ছাত্ৰ। গতিকে তেওঁলোকে সৃষ্টিশীল সাহিত্য ৰচনা কৰাৰ উপৰি কমকৈ হ'লেও বিজ্ঞান সাহিত্য ৰচনা কৰিবলৈ লোৱা হ'লে অসমীয়া বিজ্ঞান সাহিত্যৰ স্থান আৰু জনপ্ৰিয়তা আৰু এখোপ ওপৰলৈ উঠিল হেঁতেন। কিন্তু দুখৰ বিষয়— তেওঁলোকে বিজ্ঞান সাহিত্যত যেনেদৰে হাত দিব লাগিছিল, নাই দিয়া।

পৰিভাষা :—

অসমীয়া ভাষাত বিজ্ঞানৰ প্ৰবন্ধ-পাতি লেখাৰ আটাইতকৈ ডাঙৰ অন্তৰায় হৈছে পৰিভাষা। এই কথা উপলব্ধি কৰি ১৯৩৯ চনতে ড° বিৰিঞ্চি কুমাৰ বৰুৱা, শৰৎ চন্দ্ৰ গোস্বামী প্ৰভৃতি কেইগৰাকীমান কৃতী লোকে বৈজ্ঞানিক পৰিভাষাৰ সংকলন এটি প্ৰকাশ কৰে। তাৰ পাছত ১৯৫৩ চনত অমিয় কুমাৰ দাস আৰু তীৰ্থনাথ শৰ্মাৰ নেতৃত্বত আৰু কটন কলেজৰ কেইবাগৰাকীও অধ্যাপকৰ সহযোগিতাত আন এটি অসমীয়া বৈজ্ঞানিক পৰিভাষাৰ সংকলন প্ৰস্তুত কৰা হয়। কিন্তু কিবা কাৰণত এই সংকলনটো অপ্ৰকাশিত হৈয়েই ৰয়। এইবাৰ পৰিভাষা প্ৰস্তুত কৰিবলৈ আগবাঢ়ি আহে অসম বিজ্ঞান সমিতি। সমিতিয়ে ১৯৬০ চনত প্ৰায় আঠ হেজাৰ শব্দৰ প্ৰতিশব্দ সম্বলিত এখন বৈজ্ঞানিক পৰিভাষা পুথি প্ৰণয়ন কৰে। সেইখনকে পাছত গুৱাহাটী বিশ্ববিদ্যালয়ৰ সহযোগত পৰিবৰ্দ্ধিত কৰি বৰ্তমানৰ অসমীয়া বৈজ্ঞানিক পৰিভাষা পুথিখন প্ৰকাশ কৰা হয়। ইয়াত ৯টা বিষয়ৰ প্ৰায় উনচল্লিশ হাজাৰ প্ৰতিশব্দ অন্তৰ্ভুক্ত কৰা হৈছে।

এই কথা স্বীকাৰ কৰিব লাগিব যে এই পুথিখনে আমাৰ বিজ্ঞান লেখক সকলৰ এক ডাঙৰ অভাৱ পূৰণ কৰিলে। পুথিখনৰ খুঁতি-নাঁতিৰ কথা উনুকিয়াই ড° ভবেন্দ্ৰ নাথ শইকীয়াই প্ৰস্তাৱনাত লেখিছে— "সঠিক অৰ্থ প্ৰকাশ, সৰল আৰু সহজবোধ্য শব্দৰ ব্যৱহাৰ, পৰিভাষাৰ বিশিষ্ট ধৰ্ম অনুসৰি শব্দ নিৰ্বাচন, সৰ্বভাৰতীয় শব্দৰ লগত সংগতি ৰখা, প্ৰচলিত আৰু থলুৱা শব্দৰ প্ৰতি যথোচিত গুৰুত্ব প্ৰদান, বিশেষ বিশেষ শব্দৰ আন্তৰ্জাতিকতা ৰক্ষা কৰা আদি সকলো দিশলৈ লক্ষ্য ৰাখি পৰিভাষা প্ৰস্তুত কৰা কষ্ট সাধ্য আৰু সময় সাপেক্ষ কাম।"

পাছে পৰিভাষাৰ খাতিৰতে পৰিভাষা তৈয়াৰ কৰাটোও ভাল লক্ষণ নিশ্চয় নহয়। শব্দ একোটাৰ লগত ৰবকৈ যুঁজ বাগৰ কৰি লাভ নাই। বহুতো ইংৰাজী শব্দ ইতিমধ্যে অসমীয়া ভাষাৰ জাতত উঠিছে। সিবিলাকৰ প্ৰতিশব্দ উলিয়ালেও আমাৰ জন সমাজে বা পাঠকে তাক গ্ৰহণ নকৰে। বিদ্যালয়, মহাবিদ্যালয়, অভিযন্তা, উপায়ুক্ত, অধ্যক্ষ, অধীক্ষক, সমাহৰ্তা আদি শব্দবোৰ আমাৰ পৰিভাষাৰ গ্ৰন্থত সোমোৱা কিমান দিন হ'ল— তথাপি ঘোকোট গাঁৱৰ মানুহেও আজি পৰ্যন্ত সিবিলাকৰ ইংৰাজী ৰূপটোকেই ব্যৱহাৰ কৰে। পৰিভাষাৰ নামত আচহুৱা শব্দ কিছুমান প্ৰয়োগ কৰাতকৈ চিনাকী আৰু প্ৰচলিত শব্দবোৰক গ্ৰহণ কৰিলে আপত্তি কৰাৰ কিবা থল থাকে জানো ?

বিজ্ঞানৰ ক্ষেত্ৰত একেবাৰে অসমীয়া হৈ পৰা শব্দ কিছুমান এনে ধৰণৰ হেন্দোল, ছেদোল, কেৰিয়াৰ, ফ্ৰেম, টায়াৰ, টিউব, ৰিম, ফ্ৰক, স্প'ক্, পেদোল, ভাল্‌ভ, চেইন, চেইন কভাৰ, ব্ৰেক ফ্ৰিহুইল, পাম্প, বেল, মাদগাৰ্ড, চাইকেল, ৰিক্সা, মটৰ হুদ, লাইট, ফগলাইট, নিয়ন লাইট, বেচবৰ্ড, ষ্টিয়েৰিং, ক্লাটচ, চিট, প্লাগ, কৰ্বুৰেটৰ, বেটেৰি, প্লাগপইন্ট, চাচ্‌পেনচন, একচিলিৰেটৰ, হৰ্ণ হুইচেল, নাম্বাৰ প্লেট, ৰেডিয়েটৰ, ডাইনেমো, এম্পিয়াৰ, চেল্ফষ্টাৰ্টাৰ, প্ৰেচাৰ কুকাৰ, বেল্ট, চেফ্‌টি ভাল্‌ভ, গেছ চিলিন্দাৰ বাৰ্ণাৰ ষ্টভ, পাইপ, টিউব্‌ৱেল, ৱাচাৰ, ফিল্টাৰ, মেচিন, ৰেগুলেটৰ, ষ্টেবিলাইজাৰ, এন্টিনা, ৱেভবেন্দ, চেনেল, হিটাৰ, এয়াৰকুলাৰ, এয়াৰ-কন্দিচন, ফ্ৰিজ, ৰেডিঅ, টেলিভিচন, ৱায়াৰ, ফটোগ্ৰাফ, কেমেৰা, ৰীল,



নিগেটিভ, পজিটিভ, প্ৰজেক্টৰ, শ্লাইদ, টেংক, ইউনিফৰ্ম, ইলেক্‌ট্ৰিক, চাপ্লাই ৰিফ্ৰিজিৰেটৰ, আইচক্ৰীম, চিগনেল, ৱেইটিং ৰুম, কাউন্টাৰ, ৰিজাৰ্ভেচন বেৰ'মিটাৰ, থাৰ্মোমিটাৰ, লেক্টোমিটাৰ, টেপ্‌ৰেক'ৰ্ডাৰ, কেচেট, ৰেকৰ্ডপ্লেয়াৰ, ৰেকৰ্ড, গ্ৰামোফন, কেৰোল, ভল্টেজ, কম্পজিট সাৰ, কম্পিউটাৰ, কেল্‌কুলেটৰ টাইপৰাইটাৰ, ফটোষ্টেট, ইলাষ্টিক, প্লাষ্টিক, ফেক্টৰী, ডিগ্ৰী, ফাৰ্ম কাৰ্বন পেপাৰ, মিটাৰ ফাইল মিক্সাৰ, প্ৰেচক্ৰিপ্‌চন, এক্সৰে', অপাৰেচন, ডায়েবেটিচ, টিবি, কলেৰা, পেৰেলাইচিচ কেন্‌চাৰ, টাইফয়েদ, চেন্টিমিটাৰ, ইঞ্চি, স্কেল, লেবেল, প্ৰুফ্‌চোৱা, কপি ইত্যাদি ইত্যাদি। হাতত পিন্ধা ঘড়ীটোক হাতঘড়ী বুলি ক'লেও বেৰত ওলোমাই থোৱা ডাঙৰ ঘড়ীটোক বেৰঘড়ী বুলি নকওঁ। কওঁ— ৱালক্লক। গতিকে যিবিলাক শব্দ আমাৰ হাড়ে হিমজুৰে সোমাই গ'ল— সেইবিলাকক আমাৰ ভাষা সাহিত্যৰ বুকুত সুমুৱাই লোৱা উচিত। পৃথিৱীৰ আন আন ভাষায়ো তাকেই কৰিছে। আমাৰ অসমীয়া ভাষাটোও লহপহকৈ বাঢ়ি আহিছে— এনে সংমিশ্ৰণৰ যোগেদিয়েই। যদি আৰবী, পাৰ্চী আদি ভাষাৰ শব্দ অসমীয়া ভাষাত সোমাব পাৰে, ইংৰাজী শব্দ সোমাব নোৱাৰে কিয় ?

সকলো ভাষাতে কিছুমান বিশেষ অৰ্থ বুজাবলৈ শব্দৰ নাটনি হয় আৰু তেনে ক্ষেত্ৰত আন ভাষাৰপৰা শব্দ আমদানি কৰি জাতত উঠাই লোৱাৰ নিয়ম। উদাহৰণ-স্বৰূপে কেইটামান শব্দৰ কথাই কওঁ। পৰিভাষাৰ গ্ৰন্থখনত ইংৰাজী হুইছেল (Whistle) শব্দৰ প্ৰতিশব্দ দিয়া হৈছে হুহুৰি। কিন্তু আমি হুহুৰি মানে ঘাইকৈ মুখেৰে বজোৱা হুহুৰিকহে বুজো। মিক্স কুকাৰটোৱে শব্দ কৰিলে আমি হুহুৰি মাৰিলে বুলি নকওঁ। অথচ ইংৰাজীত হুইচেল মাৰিলে বুলিহে কওঁ। ৰেলৰ হুইচেলটো আমাৰ ভাষাত উকি। আকৌ তিনি আলি বা চাৰিআলিত পুলিচে হুহুৰি বজালে বুলিও নকওঁ, কওঁ— হুইচেল বজালে। গতিকে হুহুৰি শব্দটোৱেই হুইচেলৰ একমাত্ৰ প্ৰতিশব্দ হ'ব নোৱাৰে। ঠিক তেনেকৈ পৰিভাষাত চিলিন্দাৰৰ প্ৰতিশব্দ দিয়া হৈছে চুঙা। সেইমতে আমি গেছৰ চিলিন্দাৰটোক গেছৰচুঙা বুলি ক'ব লাগিব। কিন্তু চুঙা বুলিলে আমাৰ মনলৈ বাঁহৰ বা আন কিহবাৰ সৰু দীঘলীয়া ফোঁপোলা সামগ্ৰী এপদৰ কথাহে বুজো।

গতিকে অসমীয়া ভাষাত বেলেগ বেলেগ অৰ্থ বুজাবলৈ চুঙা আৰু চিলিন্দাৰ দুয়োটা শব্দ ৰখাই উচিত হ'ব। ইংৰাজী অ'পাৰকুলাম ( Operculum ) শব্দটোৰ অসমীয়া প্ৰতিশব্দ দিয়া হৈছে 'কাণ'। সঁচা কথা, মাছৰ কাণ বুলিলে মুৰৰ দুয়োকাষে ফুলৰ ওপৰলৈ আগবাঢ়ি যোৱা অংশকে কাণ বোলো। কিন্তু কাণ বুলিলে আমি যি অংগৰ দ্বাৰা শুনো, তাকো বুজো। কিন্তু মাছে তাৰ সেই কাণেৰে নুশুনে। গতিকে শব্দটোৱে বিভ্ৰান্তিৰ সৃষ্টি কৰিব পাৰে। এইবিলাক ক্ষেত্ৰত ইংৰাজী শব্দবোৰকে অসমীয়াত ব্যৱহাৰ কৰিব লাগে।

ইংৰাজী ড্ৰপাৰ শব্দটোৰ অসমীয়া কৰা হৈছে বিন্দুপাতী। ড্ৰপ্ মানে বিন্দু। "ইমান বিন্দু ঔষধ বিন্দুপাতীৰ সহায়ত তোমাৰ চকুত দিনে দুবাৰকৈ দিবা" বা "চাৰিবিন্দু ঔষধ চাহ চামোচেৰে দুচামোচ পানীৰ লগতে মিলাই খোৱা" আদি বাক্য চিকিৎসকে কাচিতো প্ৰয়োগ নকৰে। তেনে অৱস্থাত প্ৰতিশব্দৰ নামত আচহুৱা শব্দ একোটা সুমুৱাই পাঠকক বিভ্ৰান্ত কৰা মুঠেও উচিত নহয়। টেলিগ্ৰাফৰ অসমীয়া কৰা হৈছে 'দূৰলেখ'। অফিচৰ অসমীয়া প্ৰতিশব্দৰ কাৰ্য্যালয়। কোনোবাই কয়নেকি— মই নাজানো যে "মই দূৰলেখ কাৰ্য্যালয়লৈ গৈ দূৰলেখন পত্ৰ এখন দি আহিছো।" আপোনালোকে ভিটামিন খায় নে খাদ্যপ্ৰাণ খায়? কলেজৰ জীৱবিদ্যা পঢ়া ছাত্ৰ-ছাত্ৰীসকলে মাইক্ৰস্কোপ ব্যৱহাৰ কৰে নে অনুবীক্ষণ-যন্ত্ৰ ব্যৱহাৰ কৰে?, পদাৰ্থবিজ্ঞানৰ ছাত্ৰ এজনে দিক নিৰ্ণয় কৰিবলৈ কম্পাছ ব্যৱহাৰ কৰে নে দিক সুচিকা ব্যৱহাৰ কৰে?, ৰাসায়নৰ ছাত্ৰ এজনে ৰেটৰ্ট ব্যৱহাৰ কৰে নে বক্‌যন্ত্ৰ ব্যৱহাৰ কৰে?, আপুনি গাখীৰকণ ডায়েৰীৰ পৰা আনে নে দুগ্ধশালাৰ পৰা আনে, অসম মেডিকেল কলেজত কিদ্‌নিৰ ডায়েলেচিচ্ কৰে নে বৃক্কৰ অপোহন কৰে?, সভাঘৰত সভাপতিক বহুৱাবৰ কাৰণে আপুনি প্লেটফৰ্ম এখন পাৰে নে উচ্চবেদী স্থাপন কৰে?, আপোনাৰ জ্বৰ উঠিলে উত্তাপ জুখিবলৈ আপুনি থাৰ্মোমিটাৰ ব্যৱহাৰ কৰে নে তাপমান যন্ত্ৰ ব্যৱহাৰ কৰে? পৰিভাষাৰ ক্ষেত্ৰত এই প্ৰতিটো কথাকে গভীৰ ভাবে চিন্তা কৰি চাব লাগিব। আমি পৰিভাষাৰ নামত সৰ্বসাধাৰণৰ মুখে মুখে চলি অহা শব্দৰ বিপৰীতে আন কিবা



শব্দ ব্যৱহাৰ কৰিবলৈ ল'লেই তেওঁলোকে গ্ৰহণ কৰিবনে? পৰিভাষা প্ৰস্তুত কৰোতে আটাইতকৈ মন দিব লগা কথা এইটোৱেই।

অসমীয়া বৈজ্ঞানিক পৰিভাষা পুথিখন প্ৰস্তুত কৰোতে মোৰ ধাৰণা প্ৰস্তুতকাৰীসকলে সংস্কৃত আৰু লগতে অন্যান্য ভাৰতীয় ভাষা বিশেষকৈ হিন্দীৰ লগত সংগতি ৰক্ষা কৰাত অধিক গুৰুত্ব দিলে। বেচিভাগ শব্দই সংস্কৃতৰপৰা লোৱা হৈছে, অথচ সংস্কৃতৰ লগত আমাৰ যোগাযোগ ক্ষীণ। দ্বিতীয়তে, একালত যদিও ভাৰতবৰ্ষ বিজ্ঞান চৰ্চাৰ উচ্চ শিখৰত আছিল, পাছলৈ তাৰ অৱনতি ঘটিল। আধুনিক বিজ্ঞানৰ ক্ৰমোন্নতি আৰু বিকাশৰ ক্ষেত্ৰত পাশ্চাত্যৰ অৱদানৰ কথা স্বীকাৰ নকৰি উপায় নাই। গতিকে বিজ্ঞানৰ বিষয় বস্তুৰ কাৰণে আমি তেওঁলোকৰ ওচৰতেই হাত পাতিব লাগিব। বিষয়বস্তু তেওঁলোকৰপৰা ল'ম আৰু শব্দৰ কাৰণে সংস্কৃতৰ কাষ চাপিম —ই কেনেকৈ সম্ভৱ হ'ব? বিজ্ঞান সাহিত্যৰ ক্ষেত্ৰত ইংৰাজী ভাষাই যি নেতৃত্ব দিব পাৰিব, সংস্কৃত বা আন ভাৰতীয় ভাষাই নোৱাৰে। সেইকথা অনুভৱ কৰিয়েই ভাৰতৰ আন আন আঞ্চলিক ভাষাৰ বিজ্ঞান লেখকসকল ইংৰাজীৰ কাষ চাপিছে। আনকি হিন্দী বিজ্ঞান সাহিত্যতো তাকেই কৰা হৈছে। এনে কৰাৰ পৰা সিবিলাক ভাষা আৰু বিশেষকৈ বিজ্ঞান সাহিত্য বহু পৰিমাণে চহকী হৈছে। ইয়াৰ আন এক উদ্দেশ্যও আছে। বিশ্বত নিতৌ আৱিষ্কাৰ হোৱা সকলো তথ্য বা তত্ব অসমীয়াততো বাদেই, বঙালী, হিন্দী বা তামিল ভাষালৈ তৰ্জমা কৰি পেলোৱাটো সম্ভৱ নহয়। গতিকে বিজ্ঞানৰ প্ৰাথমিক জ্ঞানখিনি দিয়াৰ বাহিৰে আমি আমাৰ অসমীয়া ভাষাৰে উচ্চমানৰ আৰু ব্যাপক পৰিধিৰ বিজ্ঞান চৰ্চা কৰিব নোৱাৰো। সেয়ে বিজ্ঞান পিপাসু লোকসকলে এটা নহয় এটা স্তৰত ইংৰাজীৰ কাষ চাপিবলৈ বাধ্য। এই কথালৈ লক্ষ্য ৰাখিয়েই বৈজ্ঞানিক শব্দবিলাকৰ ক্ষেত্ৰত য'ত প্ৰকৃত অসমীয়া প্ৰতিশব্দ নাই, ইংৰাজী শব্দটোকে ৰখা বাঞ্ছনীয়। নহ'লে আমাৰ বিজ্ঞান পিপাসু ছাত্ৰ-ছাত্ৰীসকল স্কুল-কলেজৰ ডেওনা পাৰ হোৱাৰ পাছত কূপ-মণ্ডুকৰ দৰে হ'ব।

এইখিনিতে পৰিভাষা পুথিত পোৱা আৰু আমি উপযুক্ত বুলি ভবা শব্দ কিছুমানৰ তুলনামুলক তালিকা এখন দাঙি ধৰিলো।

| ইংৰাজী শব্দ | পৰিভাষাৰ শব্দ | উপযুক্ত বুলি বিবেচিত শব্দ |
|---|---|---|
| ১। AB Blood Group— | এ-বি তেজৰ সমষ্টি— | এ-বি তেজৰ গ্ৰুপ্। |
| ২। Chromosome— | জৈৱ সূত্ৰিকা— | ক্ৰ'ম'জোম |
| ৩। Nucleus— | কোষকেন্দ্ৰ— | নিউক্লিয়াচ |
| ৪। Valve— | কপাট— | ভাল্ভ |
| ৫। Adrenal— | অধিবৃক্ক— | এদ্ৰিনেল্ |
| ৬। Model— | নিদৰ্শ— | মদেল্ |
| ৭। Map— | মানচিত্ৰ | মেপ্ |
| ৮। Antiseptic— | প্ৰতিৰোধী— | এণ্টিচেপ্টিক্ |
| ৯। Bacteria virus— | জীৱাণু— | বেক্টেৰিয়া ভাইৰাচ |
| ১০। Design— | অভিকল্পনা— | ডিজাইন |
| ১১। Boulder— | গন্দশিলা— | ব'ল্ডাৰ |
| ১২। Capsule— | সম্পুট | কেপ্চুল্ |
| ১৩। X-ray— | ৰঞ্জন ৰশ্মি— | এক্সৰে' |
| ১৪। Microwave— | সূক্ষ্মতৰংগ— | মাইক্ৰওৱেভ্ |
| ১৫। Vulcanise— | ৰবৰ জ্বালাই কৰা— | ভালকেনাইজ |
| ১৬। Volume— | আয়তন— | ভলিউম্ |
| ১৭। Ultra violet— | অতিবেগুণী— | আলট্ৰা ভায়লেট |
| ১৮। Trace— | অনুপথ বা অনুৰেখ | ট্ৰে'চ |
| ১৯। Tentacle— | অগ্ৰক বা শুং | টেণ্টাকোল |
| ২০। Coil— | কুণ্ডলী— | কইল |
| ২১। Condenser— | বিদ্যুৎধাৰক— | কন্দেন্চাৰ |
| ২২। Conical flask— | শংকাকাৰ ফ্লাস্ক— | কনিকেল ফ্লাস্ক |
| ২৩। Vacuole— | ৰসধানী— | ভেকুৱ'ল |
| ২৪। Convertor— | পৰিবৰ্ত্তক— | কনভাৰ্টৰ |
| ২৫। Cup Board— | প্ৰকোষ্ঠ— | কাপ বৰ্ড |
| ২৬। Cytoplasm— | কোষ প্ৰৰস— | চাইট'প্লাজম |
| ২৭। Graph paper— | লেখ পত্ৰ— | গ্ৰাফ পে'পাৰ |
| ২৮। Paralysis— | অংগ নিষ্ক্ৰিয়তা— | পেৰেলাইচিচ |
| ২৯। Floor— | মজিয়া— | মজিয়া আৰু ফ্ল'ৰ |
| ৩০। Basin— | দ্ৰোণিকা— | বেচিন্ |
| ৩১। Radio meter— | তেজস্ক্ৰিয়তামাপী | ৰেডিঅ' মিটাৰ |
| ৩২। Risk— | সংশয়— | ৰিস্ক |
| ৩৩। Plasma— | জীৱদ্ৰব্য বা প্ৰৰস - | প্লাজ্মা |



এনে ধৰণৰ উদাহৰণ বিচাৰিলে আৰু অনেক ওলাব। ইংৰাজী মথ (Moth) শব্দটোৰ প্ৰতিশব্দ দিয়া হৈছে, চকৰী। কিন্তু চকৰী মানে আমি মৃগা বা এৰিৰ পূৰ্ণাংগ অৱস্থাটোকহে বুজো। কিন্তু অন্যান্য মথো অনেক আছে। পখিলা আৰু মথৰ মাজত অনেক পাৰ্থক্যও আছে। গতিকে চকৰীৰ লগতে মথ শব্দটোও ৰখা উচিত। আমি মূৰৰ ওপৰৰ অংশটোকো তালু বোলো আৰু মুখগহ্বৰৰ ওপৰৰ অংশকো তালু বোলো। কিন্তু ইংৰাজীত scalp আৰু palate নামৰ দুটা বেলেগ শব্দ আছে। আমাৰ ভাষাৰ এই দুৰ্বলতা বিলাকৰ প্ৰতিও আমি চকু দিয়া উচিত। আমাৰ বহুতে ইংৰাজীত টাইগাৰ শব্দটো পালেই অসমীয়াত বাঘ বুলি কৈ থৈ দিয়ে। কিন্তু সেইটো শুদ্ধ জনো? অসমীয়াত বাঘ কেইবা-বিধৰো আছে। যেনে ঢেকিয়াপতীয়া বাঘ, নাহৰফুটুকী বাঘ, কুকুৰনেচিয়া বাঘ, লতা মাকৰি বাঘ ইত্যাদি। সেইবিলাকৰ প্ৰত্যেকৰে ইংৰাজীত বেলেগ শব্দ আছে। গতিকে টাইগাৰ মানে কেৱল ঢেকিয়াপতীয়া বাঘকহে বুজায়। কিন্তু আমি প্ৰকৃতে টাইগাৰৰ অসমীয়া 'ব্যাঘ্ৰ আঁচনি' বুলিয়েই কৈ থওঁ। ইংৰাজীত domestic আৰু tame নামৰ দুটা শব্দ আছে। দুয়োবিধেই পোহনীয়া জন্তু, কিন্তু প্ৰথম বিধে গিৰিহঁতৰ ঘৰত থকা অৱস্থাত যোৰ পাতে আৰু দ্বিতীয়বিধে নাপাতে। আমি দুয়োবিধ প্ৰাণীকে একেটা শব্দেৰে সামৰো। কেতিয়াবা ঘৰচীয়া বুলি কওঁ আৰু কেতিয়াবা

পোহনীয়া বুলি কওঁ। মোৰ বোধেৰে domestic ৰ অসমীয়া ঘৰচীয়া আৰু tame ৰ অসমীয়া পোহনীয়া হোৱাহে উচিত। দেখা যায় যে 'ডেউক' আৰু 'পাখি' শব্দ দুটাও দুই একে খেলিমেলিকৈ লেখে।

আনহাতে আমাৰ অসমীয়া ভাষাত দুই এটা এনে সুন্দৰ অনুদিত শব্দ আছে যে সিবিলাকে আমাৰ বিজ্ঞান সাহিত্যৰ সৌন্দৰ্য্য বঢ়ায়হে, নকমায়। উদাহৰণ স্বৰূপে cape of good hope= উত্তমাশা অন্তৰীপ, comet= নেজাল তৰা, whooping cough= সাঁচতীয়া কাঁহ, Typhoid = শনিপাত জ্বৰ, Locust= কাকতি ফৰিং ইত্যাদি। এনে সুন্দৰ অনুবাদৰ উদাহৰণ আৰু অনেক আছে।

আকৌ অসমীয়া ভাষাৰ নিজা বৈশিষ্ট্য থকা শব্দ কিছুমানো আছে। সেইবিলাক অসমীয়া ভাষাৰ একো একোপদ অলংকাৰ। গতিকে বিজ্ঞান সাহিত্যতেই হওক বা আনতেই হওক, সিবিলাককো সাঁচি সামৰি থব লাগিব। উদাহৰণ স্বৰূপে বিভিন্ন জাতৰ মাছৰ পোৱালী অৱস্থাটোৰ কাৰণে বেলেগ বেলেগ নাম আছে। যেনে, গৰৈ চিৰিকা, মাগুৰ জালি, কাৱৈ টিলিকা, বৰালি পোৱালী ইত্যাদি। ঠিক তেনেকৈ আমৰ মল, কঠালৰ মুচি, কোমোৰা জালি, বাঁহৰ গাজ আদি শব্দ আমাৰ ভাষা সাহিত্যৰ বৈশিষ্ট্য।

গতিকে আমাৰ নিজস্ব শব্দ কিছুমান বাদ দি ইংৰাজী সাহিত্যৰ কাষ চপাৰ প্ৰশ্ন নুঠে। কিন্তু যিবিলাক বৈজ্ঞানিক শব্দৰ প্ৰতিশব্দ আমাৰ ভাষাত নাই, সেই বিলাকৰ ক্ষেত্ৰত ভাৰতীয় অন্যান্য ভাষা বা সংস্কৃতৰ আঁত ধৰি শব্দ সৃষ্টিৰ ব্যৱস্থা কৰিলে আমাৰ বিজ্ঞান সাহিত্য কোনো কালেই পুৰঠ হৈ নুঠিব, বৰঞ্চ ই গেঠেলা মাৰিহে ৰ'ব। সেই ক্ষেত্ৰত হয় ইংৰাজী শব্দ আৰু নহয় আন্তৰ্জাতিক শব্দ সম্ভাৰৰ কাষ চপাই উচিত। অৱশ্যে শব্দ একোটা তিষ্ঠি থকাটো ঘাইকৈ নিৰ্ভৰ কৰিব পাঠকবৰ্গৰ গ্ৰহণ বা বৰ্জনৰ ওপৰত। কালৰ সোঁতত কোনটো শব্দ ৰয় আৰু কোনটো শব্দ যায়— সি নিৰ্ণিত হ'ব। হ'লেও বাট দেখুৱাই দিয়াৰ দায়িত্ব এটা আমাৰ সকলোৰে আছে।



## আমাৰ বিজ্ঞানৰ পুথিবোৰৰ কেৰোণ ক'ত?

অসমীয়া ভাষাত প্ৰকাশ পোৱা জনপ্ৰিয় বিজ্ঞানৰ গ্ৰন্থসমূহৰ জনপ্ৰিয়তা সম্পৰ্কে আমাৰ বহুতেই সন্দেহ প্ৰকাশ কৰে। এনে সন্দেহ আংশিক ভাবে সঁচা হ'লেও সামগ্ৰিক ভাবে সঁচা নহয়। কাৰণ, অসমীয়া ভাষাত সৰ্বসাধাৰণে বুজিব পৰাকৈ সৰল সহজ ভাষাত যথেষ্ট সংখ্যক বিজ্ঞানৰ পুথি প্ৰকাশ পাইছে। দুই এখন পুথিয়ে সৰ্বভাৰতীয় স্বীকৃতিও লভিছে। অসম সাহিত্য সভাৰ দ্বাৰা পুৰস্কৃত দুই এখন গ্ৰন্থও আছে। অসম বিজ্ঞান সমিতিয়ে সংকলন কৰা "প্ৰাথমিক বিজ্ঞান কোষ"ৰ খণ্ড তিনিটাই আচলতে অসমীয়া ভাষা সাহিত্যলৈ আটাইতকৈ উৎকৃষ্ট অৱদান। উৎকৃষ্ট মানৰ ছপা, ৰঙীন চিত্ৰ, উত্তম বিধৰ কাগজ সম্বলিত আটক ধুনীয়াকৈ পকা বন্ধা এই খণ্ড কেইটাই কেৱল ভাৰতীয় ভাষাৰে নহয়, যি কোনো বিদেশী ভাষাৰ বিজ্ঞান কোষৰ লগতে ফেৰ মাৰিব পাৰে। বিষয় বস্তুৰ ফালৰ পৰাও যোৱা দশকত বিজ্ঞানৰ বিভিন্ন শাখাৰ ওপৰত কিছু গ্ৰন্থ প্ৰকাশিত হৈছে। অকল সেয়ে নহয়— বিজ্ঞান সাহিত্যৰ ৰচনাৰ ধাৰাৰো কিছু পৰিবৰ্ত্তন হৈছে। আগতে বিজ্ঞানৰ প্ৰায় সকলোবোৰ কথাই প্ৰবন্ধ আকাৰে ৰচনা কৰা হৈছিল। কিন্তু বৰ্তমান চিঠি, সংলাপ, নাটক, বিজ্ঞান ভিত্তিক গল্প, উপন্যাস আদি নানান ৰূপত বিজ্ঞান সাহিত্য ৰচিত হৈছে। ফলত জনসাধাৰণৰ কাষ চপাটো সহজ হৈ পৰিছে।

বিজ্ঞানৰ প্ৰতি সৰ্বসাধাৰণ পাঠকৰ ধাউতি বঢ়াবলৈ আৰু সৰ্বসাধাৰণক বিজ্ঞানৰ জটিল কথাবোৰ নিৰীহ নিপানীকৈ বুজাবলৈ বিজ্ঞান সাহিত্য ৰচনাৰ ভাষা বা ষ্টাইল কেনে হোৱা উচিত— সেইলৈও লেখক সকলৰ মাজত প্ৰায়ে অমিল হোৱা দেখা যায়। কিন্তু এটা কথা সকলোৱে স্বীকাৰ কৰে যে বিজ্ঞানৰ বস্তুনিষ্ঠ আলোচনা আৰু সাহিত্যৰ ৰসসৃষ্টি—উভয়ৰ সংমিশ্ৰণ নহ'লে বিজ্ঞানৰ ৰচনা সম্ভৱ হ'ব পাৰে, কিন্তু বিজ্ঞান সাহিত্য সৃষ্টি হোৱাৰ আশা ক্ষীণ।

বিজ্ঞান সাহিত্যৰ ৰচকসকলে প্ৰথম চিন্তা কৰিবলগীয়া কথা হ'ল— কি বিষয়ৰ ওপৰত লেখিব আৰু কাৰ কাৰণে লেখিব? বিজ্ঞানৰ প্ৰাথ-

মিক জ্ঞান থকা এচামৰ কাৰণে লেখিব নে সৰ্বসাধাৰণৰ কাৰণে লেখিব? সৰু ল'ৰা-ছোৱালীৰ কাৰণে লেখিব নে ডাঙৰৰ কাৰণে লেখিব? দ্বিতীয় কথা হ'ল— কিমান দীঘলকৈ লেখিব আৰু কি ৰূপত লেখিব? লেখকসকলে চকু দিব লগা আন কথাবোৰ হ'ল— ভাষাৰ সৰলতা, বৰ্ণনাৰ প্ৰাঞ্জলতা, পৰিভাষাৰ ৰূপ আৰু পাৰ্য্যমানে অধিক চিত্ৰণ ব্যৱহাৰ। চিত্ৰসমূহ ডাঙৰ, স্পষ্ট, চিহ্নিত কৰা হ'ব লাগে। আগতেই উল্লেখ কৰি আহিছো যে বিষয় ভেদে বিজ্ঞান গ্ৰন্থ একোখনৰ জনপ্ৰিয়তা বঢ়া টুটা হয়। ৰোগৰ ঔষধৰ বিষয়ে লেখা কিতাপ একোখন বা বিচিত্ৰ জীৱ-জন্তুৰ বিষয়ে লেখা কিতাপ একোখন সাধাৰণ পাঠকে যিমান সহজে আদৰি ল'ব; ক্ষেত্ৰতত্ব, তৰংগজগত, যোজ্যতা বা পলিমাৰ সম্বন্ধে লেখা কিতাপ এখন সিমান সহজে আদৰি নল'ব। গতিকে পাছত উল্লেখ কৰা বিষয় সমূহ সৰ্বসাধাৰণৰ কাষ চপাবলৈ হ'লে কিতাপৰ নামৰপৰা আৰম্ভ কৰি লেখাৰ ধৰণলৈকে এনে কায়দা সৃষ্টি কৰিব লাগিব যাতে সাধাৰণ পাঠকেও তেনে কিতাপৰ প্ৰতি আগ্ৰহী হৈ পৰে। তথাপি বিশেষ প্ৰয়োজন নহ'লে বিজ্ঞানৰ জনপ্ৰিয় পুথি ৰচনা কৰোতে অতিতাত্বিক বিষয়বোৰ এৰি চলাই মঙ্গল।

বহুতৰ কাৰণে অপ্ৰিয় হ'লেও এটা কথা স্বীকাৰ কৰিব লাগিব যে যি কোনো ভাষাৰে বিজ্ঞান লেখকসকল কম বেচি পৰিমানে অনুবাদক কোনো ভাল অনুবাদক আৰু কোনো বেয়া অনুবাদক। সৃষ্টিৰ গৰাকী গৱেষণাত সিদ্ধি লাভ কৰা গবেষকসকলহে। বিজ্ঞান লেখকসকল নহয়। হ'লেও সাহিত্যৰ আন আন ভাগৰ অনুবাদতকৈ বিজ্ঞান সাহিত্যৰ অনুবাদকৰ দায়িত্ব অধিক। কথাষাৰ কোৱাৰ উদ্দেশ্য হ'ল— কোনোবা এখন আন ভাষাৰ কিতাপ বা আলোচনীত কিবা এটা পালেই তপতে তপতে তাক নিজৰ ভাষাত লেখি পেলোৱা উচিত নহয়। অন্যান্য কিতাপ আলোচনী আদি পঢ়ি বা প্ৰয়োজন হ'লে বিজ্ঞজনৰ কাষ চাপি বিষয়বস্তুৰ নিৰ্ভৰযোগ্যতা সম্পৰ্কে পতিয়ন গ'লেহে তেওঁ লেখিবলৈ ভবা উচিত।

বিজ্ঞানৰ লেখক সকলৰ আৰু এটা প্ৰয়োজনীয় কথা হ'ল— বাক্য একোটা লেখাৰ পাছত পুনৰ ফঁহিয়াই চোৱাৰ অভ্যাস। এই অভ্যাসৰ



অভাৱত বাক্য একোটা কেতিয়াবা এনেকুৱা হৈ পৰে যে লেখকে কি ক'ব বিচাৰিছে, ধৰাই টান হৈ পৰে। এই সম্পৰ্কত এটা সৰু উদাহৰণকে দিও। এঠাইত এজনে লেখিছে —"সাধাৰণতে ৮০ মোন গোবৰ খেতিলৈ বুলি মাটি চহাওঁতেই দি ল'ব লাগে।" এতিয়া বাক্যটো পঢ়ি পাঠকৰ প্ৰশ্ন হ'ব— কিহৰ খেতি? গোবৰৰ খেতি নেকি? দ্বিতীয় প্ৰশ্নটো হ'ল - কিমান মাটিত ৮০ মোন গোবৰ?

অসমীয়া বিজ্ঞান সাহিত্যৰ প্ৰতি সাধাৰণ পাঠকৰ আগ্ৰহ নজন্মাৰ আন এক মূল কাৰণ হ'ল— বাক্য একোটাৰ জটিলতা, অস্পষ্টতা আৰু দুৰ্বোধ্যতা। এই সম্পৰ্কতো দুই এটা উদাহৰণ দাঙি ধৰা ভাল হ'ব। এঠাইত এজনে লেখিছে—

"সেয়ে আমি ভাবিবৰ সময় হৈছে— কিদৰে জন অৰণ্যৰ হেতু বিজ্ঞানে এহাতে আমাক আনি দিছে শিল্প-কল কাৰখানাৰ অগ্ৰগতি, ক্ষন্তেক আৰাম, জীৱন চলোৱা সা-সঁজুলি আৰু আনহাতে আনি দিছে অশান্তি, অনিয়ম, জঞ্জালময় পৰিবেশ— দূষিত বায়ু, দূষিত আকাশ, দূষিত পানী, দূষিত খাদ্য দ্ৰব্য।" লেখকে ইচ্ছা কৰা হ'লে এই বাক্যটোকে কেইবাটাও সৰু বাক্যত ভগাই পাঠকৰ অধিক মনোগ্ৰাহী কৰিব পাৰিলেহেঁতেন।

আন এটা বাক্য চাওক।— "নিউটনৰ সূত্ৰ মতে বলৰ প্ৰয়োগ নহ'লে বস্তুৰ গতি সুষম আৰু ৰৈখিক হৈয়ে থাকে।" ইয়াত সৰ্বসাধাৰণ পাঠকে সুষম আৰু ৰৈখিক দুয়োটা শব্দতে উজুটি খাব। কিন্তু সেইষাৰ কথাকে এনেকৈৰ লেখিব পাৰি— "নিউটনৰ সূত্ৰমতে চলি থকা কোনো বস্তু এটাৰ ওপৰত যদি কোনো বলে ক্ৰিয়া নকৰে, বস্তুটো সদায় সমান বেগেৰে আৰু একেটা দিশত গৈ থাকিব।" এনেকৈ লেখিলে সাধাৰণ পাঠকেও বিষয়বস্তু সহজে বুজি পাব।

একোটা বাক্যত সাধাৰণ পাঠক একোজনৰ কাৰণে কিমান অচিন শব্দ থাকিব পাৰে, তাৰ এটি নমুনা চাওক। এজনে লেখিছে— "যদি কোনো পৰিবাহীয়ে আৱৰ্ত্তন কৰি থাকোতে কোনো চুম্বক ক্ষেত্ৰৰ বল ৰেখাবোৰ ছেদন কৰে, তেতিয়া ফাৰাদেৰ বিদ্যুৎ চুম্বকীয় সূত্ৰ অনুযায়ী

আৱিষ্ট বিদ্যুৎ চুম্বকীয় বলৰ সৃষ্টি হয় আৰু এই বলৰ কাৰণেই পৰিবাহীৰ মাজেৰে বিদ্যুৎ প্ৰবাহিত হয়, যদিহে পৰিবাহীৰ বৰ্ত্তনী সম্পূৰ্ণ থাকে।" প্ৰথম কথা— বাক্যটো ইমান দীঘল আৰু জটিল যে সাধাৰণ পাঠকৰ কাৰণে ইয়াৰ আগ-গুৰি ধৰাই টান হৈ পৰে। দ্বিতীয় কথা বাক্যটোত থকা পৰিবাহী, আৱৰ্ত্তন, চুম্বকক্ষেত্ৰ, বলৰেখা, ছেদন, আৱিষ্ট বিদ্যুৎ চুম্বকীয় বল, বৰ্ত্তনী আদি আঁঠোটা অচিন আৰু আচহুৱা শব্দ সাধাৰণ পাঠক এজনে জনাটো আশা কৰিব পাৰি জানো? আমাৰ বহুতো তথাকথিত জনপ্ৰিয় বিজ্ঞানৰ কিতাপত এনেধৰণৰ দুৰ্বোধ্য বাক্যই ঠাই থাই আছে। গতিকে বিজ্ঞান সাহিত্যৰ ৰচক সকলে এই দিশলৈ বিশেষভাৱে মনোযোগ দিয়া উচিত। তাকে নকৰি কোনেও বিজ্ঞানৰ কিতাপ নপঢ়ে বুলি গুৰালগালি পাৰি লাভ নাই।

কিতাপ বা প্ৰবন্ধ একোটাৰ নামকৰণেও জনপ্ৰিয়তা বৃদ্ধি বা হ্ৰাস কৰিব পাৰে। মানুহে জানিবলৈ বিচৰা দুই এটা কথাৰ উত্তৰ দিয়াৰ ছলেৰে তেনে কথাৰ বৈজ্ঞানিক সত্যতা দাঙি ধৰিলে পাঠকে আমোদ পায়। যেনে ধৰক— "বান্দৰৰপৰা মানুহ হোৱা কথাটো সঁচানে?' ই এটা প্ৰবন্ধৰ নাম হ'ব পাৰে। প্ৰবন্ধ কাৰকে এনে প্ৰবন্ধত মানুহৰ ক্ৰমবিৱৰ্ত্তনৰ বিষয়ে লেখিব পাৰে।" জোনবাই এ বেজী এটা দিয়া" নামৰ প্ৰবন্ধ একোটাৰ যোগেদি গ্ৰহ নক্ষত্ৰৰ কথা কব পাৰি। তদুপৰি "আকাশত বিজুলী আৰু গাজনি মাৰে কিয়?" "পিয়াঁজ কাটিলে চকুপানী ওলায় কিয়?" "নিলাজী বন হাতেৰে চুলে জয় পৰে কিয়?" "জোনাকী পৰুৱাই পোহৰ দিয়ে কেনেকৈ?" "আকাশত ধুমকেতু ওলায় কিয়?" "ৰামধেনুৰ সৃষ্টি হয় কেনেকৈ?" 'জুই জ্বলে কিয়?" "টেলিফোনত শব্দ যায় কেনেকৈ?" "গ্ৰামোফোনৰ ৰেকৰ্ডত গান ওলায় কেনেকৈ?" "টেলিভিচনত দূৰৈৰ ছবিবোৰ ওলায় কেনেকৈ?" আদি বিভিন্ন ধৰণৰ প্ৰশ্নসূচক শিৰোনামা বা উপ-শিৰোনামাৰে বিজ্ঞান সাহিত্য ৰচনা কৰিলে প্ৰথম কথা নামটো দেখিয়েই বহুতো পাঠক আকৰ্ষিত হয়। কিতাপৰ নামৰ ক্ষেত্ৰতো সেই একেই কথা। ডাঃ নগেন দত্তৰ "জীয়াই থকাৰ আশাৰে" "মা-সোণ বতৰা", 'ভাল ভাল মানুহৰ ভাল ভাল কাহিনী" আদি



গ্ৰন্থ কেইখনৰ নাম সঁচাই আকৰ্ষণীয়। 'ঠিক তেনেকৈ 'বিজ্ঞানৰ সাধু", "বিজ্ঞানৰ বিচিত্ৰ কাহিনী", "চকা কেনেকৈ ঘূৰে" "নীলিম সলিল ৰাশি", 'চৰাই বিনন্দীয়া', আমাৰ দৰে সিহঁতো মানুহ", "চকুৰ আঁৰৰ নেদেখা কাহিনী", 'সঠিক আহাৰ সবল দেহ' আদি নাম দেখিয়েই কিতাপ একোখনৰ প্ৰতি পাঠকৰ ধাউতি জন্মে। বিষয়বস্তুৰ লগত সঙ্গতি ৰাখি দুই এটা ফঁকৰা, যোজনা, সাধুকথা বা পদ্যকেই হ'লেও বিজ্ঞানৰ লেখনিৰ মাজত সুমুৱাই থলে মোৰ বোধেৰে ই মূল বক্তব্যত কোনো ব্যাঘাত নজন্মায়, বৰঞ্চ পাঠকৰ কাৰণে আকৰ্ষণীয় হৈ হে পৰে। আমাৰ ভাষা সাহিত্যত আৰু এটা কথাৰ অভাৱ বৰকৈ পৰিলক্ষিত হৈছে। সেইটো হৈছে হাস্য ৰস। আনহাতে ইংৰাজী সাহিত্যৰ বিজ্ঞান লেখকসকলেও সুকৌশলে আৰু সুবিধা বুজি পাঠকক হাস্যৰসৰ যোগান ধৰে। আমাৰ বিজ্ঞান লেখকসকলেও এই দিশত চকু দিয়া উচিত।

সদৌ শেষত এষাৰ কথা কব লাগিব যে আমাৰ অসমীয়া ভাষাৰ বিজ্ঞান লেখকসকলে সকলোবোৰ খুঁতি-নাঁতি মাৰি অতি উৎকৃষ্ট বিজ্ঞান-সাহিত্য ৰচনা কৰিলেও তেওঁলোক সদায়েই কিছু সমস্যাৰ সন্মুখীন হ'ব লাগিব। এই সমস্যা সমূহৰ জট ভাঙিব নোৱাৰিলে অসমীয়া বিজ্ঞান সাহিত্যই কোনো কালেই গা কৰি উঠিব নোৱাৰিব। ইয়াৰে প্ৰথম সমস্যাটো হব পৰিভাষা লৈ। যি আহিত বৰ্ত্তমানে প্ৰকাশ পোৱা অসমীয়া বৈজ্ঞানিক পৰিভাষা গ্ৰন্থখন প্ৰস্তুত কৰা হ'ল; তাৰ ৰূপান্তৰণ হ'ব লাগিব আৰু এই ৰূপান্তৰণ আমি আগতে উল্লেখ কৰি অহা নীতিসমূহৰ ভেঁটিতে হ'ব লাগিব। দ্বিতীয় সমস্যাটো হ'ল— পৰিভাষাৰ শব্দ যিয়েই নহওক কিয় সিবিলাকক সাধাৰণ পাঠকৰ লগত পৰিচয় কৰাই দিব নোৱাৰিলে বিজ্ঞান সাহিত্যৰ চৰ্চা কেৱল এমুঠি মানুহৰ মাজত সীমাবদ্ধ হৈ ৰব। নহলে প্ৰকাশ পোৱা বিজ্ঞান কোষ কেইখন সকলোৰে কাৰণে সহজলভ্য নহ'ব। গতিকে অক্সফৰ্ড অভিধানৰ আহিত চিত্ৰ সম্বলিত বৈজ্ঞানিক অভিধান এখন অসমীয়া ভাষাত প্ৰকাশ কৰাৰ ব্যৱস্থা কৰিব লাগিব। এনে এখন অভিধান হাতত পৰিলেহে সাধাৰণ পাঠকে বিজ্ঞান সাহিত্যৰ কাষ চাপিবলৈ সুবিধা পাব।

অসমীয়া বিজ্ঞান লেখকসকলৰ আটাইতকৈ ডাঙৰ সমস্যা হ'ল— প্ৰকাশন। প্ৰথম কথা—ব্যক্তিগত প্ৰকাশক সকল বিজ্ঞানৰ গ্ৰন্থ প্ৰকাশ কৰাত বৰ আগ্ৰহী নহয়। কাৰণ হিচাপে তেওঁলোকে কব খোজে যে গ্ৰাহকসকলে বিজ্ঞানৰ গ্ৰন্থ বৰকৈ নিবিচাৰে। কথাষাৰ আংশিক ভাবে সঁচা হ'লেও তাৰ কাৰণেও জগৰীয়া আমাৰ প্ৰকাশক তথা গ্ৰন্থ বিক্ৰেতা সকল। সমাজখনৰ প্ৰতি তেওঁলোকৰো দায়িত্ব নথকা নহয়। কিন্তু দুই এজন গ্ৰন্থ বিক্ৰেতাৰ বাহিৰে খুব কম গ্ৰন্থ বিক্ৰেতাইহে গ্ৰাহকৰ হাতত ভাল কিতাপ একোখন তুলি দিবলৈ বিচাৰে। বিভিন্ন ধৰণৰ সস্তীয়া আৰু অশ্লীল কথাৰে পূৰ্ণ কিতাপ আলোচনী আদিয়েই আমাৰ বহুতো কিতাপৰ দোকানৰ ৰেক এনেকৈ পূৰাই থয় যে বিজ্ঞানৰ গ্ৰন্থ একোখনৰ কেইটামান কপি তাত থবলৈ ঠায়ো নাই আৰু লগতে বিক্ৰেতাৰ আগ্ৰহো নাই। কাৰণ, বাকীবিলাক কিতাপৰ পৰা বিক্ৰেতাৰ যি পৰিমানে লাভ হয়, বিজ্ঞানৰ কিতাপৰ পৰা নহয়। সেই কাৰণে মই সদায় অনুভৱ কৰো যে আমাৰ গ্ৰন্থ প্ৰকাশক আৰু বিক্ৰেতাসকল জাতীয় চেতনাৰে উদ্বুদ্ধ নহ'লে আৰু সামাজিক দায়বদ্ধতাত বিশ্বাসী নহ'লে বিজ্ঞানৰে কেৱল নহয়, আনবিষয়ৰো উৎকৃষ্ট গ্ৰন্থসমূহ খুব কম পৰিমানেহে পঢ়ুৱৈৰ হাতত পৰিবগৈ। আন এক সমস্যা হ'ল বিজ্ঞানৰ পুথিৰ মূল্য তুলনামূলক ভাবে অলপ বেছিকৈ ৰাখিব লগা হোৱা অৱস্থাটো। কিতাপ এখন কিনোতে গ্ৰন্থ বিক্ৰেতাই হওক বা গ্ৰাহকেই হওক, পোনতে পৃষ্ঠাৰ সংখ্যাটোলৈহে চায়। ভিতৰতনো কিমান চিত্ৰ দিয়া হৈছে, চিত্ৰখিনি যোগাৰ কৰোতে খৰছ কিমান পৰিল, ব্লক তৈয়াৰ কৰোতে খৰছ কিমান হ'ল— আদি কথাবোৰ কোনেও চিন্তা কৰি নাচায়।

এনে বিলাক কাৰণতে বিজ্ঞানৰ পুথিয়ে গল্প, উপন্যাস বা আন পুথিতকৈ কম বিক্ৰী হয় ই ধ্ৰুৱ। এই কম বিক্ৰীৰ কাৰণেই তুলনা-মূলক ভাবে বিজ্ঞানৰ পুথি কম ছপা কৰা হয়— এহেজাৰৰ পৰা তিনিহেজাৰ। আকৌ কম কপি ছপা কৰিলে কিতাপৰ মূল্য বাঢ়ে। যোৱা কেইবছৰত ছপাৰ খৰছ, ব্লক তৈয়াৰ কৰাৰ খৰছ আৰু কিতাপ বন্ধাৰ খৰছ হয়তো কিছু বাঢ়িছে। সকলোৰে মূল্য বৃদ্ধি হোৱাত



কিতাপৰ মূল্য বৃদ্ধি হোৱাটো স্বাভাৱিক। কিন্তু আটাইতকৈ বৃদ্ধি পাইছে কাগজৰ মূল্য। কাগজৰ মূল্যৰ কাৰণেই বৰ্ত্তমান কিতাপ প্ৰকাশ কৰাটো এক সমস্যা হৈ পৰিছে। এই আটাইখিনি সমস্যাৰ সমাধান কৰিব পাৰে একমাত্ৰ চৰকাৰে। বিজ্ঞান পুথি প্ৰকাশৰ বাবে কেৱল অসম বিজ্ঞান সমিতিয়েই চৰকাৰৰ পৰা অনুষ্টুপীয়া আৰ্থিক সাহায্য এটি পায়। কিন্তু সেয়ে যথেষ্ট নহয়। গতিকে ব্যক্তিগত লেখক তথা প্ৰকাশকসকলকো বিজ্ঞানৰ জনপ্ৰিয় পুথি প্ৰকাশ কৰিবলৈ অনুদান আদি দি উৎসাহ জনোৱাটো চৰকাৰৰ কৰ্ত্তব্য। জাতিৰ ভাষা-সংস্কৃতি, জ্ঞান-বিজ্ঞানৰ হিত চিন্তা কৰা যি কোনো চৰকাৰেই এই দায়িত্বৰ পৰা হাত সাৰি থাকিব নোৱাৰে।

---

# অসমীয়া ভাষাত বিজ্ঞান চৰ্চা ঃ এটি পৰ্য্যালোচনা

ড° চন্দ্ৰকান্ত চেতিয়া

**কথিত আৰু লিখিত ভাষাৰ ব্যৱধানঃ –**

গোঁহাই বৰুৱাই কৈছিলঃ ভাষাত শিক্ষিতৰ আধিপত্য নৰজে— ই জনসাধাৰণৰ সম্পত্তি । এই কথাষাৰ যথেষ্ট তাৎপৰ্য্যপূৰ্ণ । শিক্ষিত সমাজে বিজ্ঞান, কলা, সাহিত্য, শিল্প, বাণিজ্য যি কোনো বিষয়ত অৱগত হ'বলৈ হ'লে ভাষা তেওঁলোকৰ অনুবায় হব নোৱাৰে । শিক্ষিতসকলৰ ইচ্ছা-অনিচ্ছাৰ ওপৰত বিষয় এটা চৰ্চা কৰা নকৰাৰ কথা নিৰ্ভৰ কৰিব । কিন্তু জনসাধাৰণৰ বাবে এই কথা নাখাটে । জনসাধাৰণৰ ভাষাৰে বিষয় এটা প্ৰকাশ নকৰিলে ইয়াক তেওঁলোকৰ ওচৰলৈ চপাই নিয়াৰ আশা শূণ্য । সেই একেদৰে কব পাৰি যে কোনো বিষয়বস্তু জনসাধাৰণৰ মাজলৈ বিয়পাব নোৱাৰিলে সেই বিষয়টো ক্ৰমান্বয়ে নিশকটীয়া হৈ পৰিব আৰু সময়ৰ সোঁতত তেনে অৱস্থাত বিষয়টো অৱলুপ্তিও ঘটিব পাৰে । সেয়ে যিকোনো বিষয় জাতীয় জীৱনত গঢ় লবলৈ ইয়াক শিক্ষিত বা প্ৰজ্ঞাৱন্তসকলৰ মাজত আৱদ্ধ নাৰাখি জনসাধাৰণৰ মাজত লীন যাব পৰা কৰিব লাগিব । গতিকে বিষয়টো কঠিন অথবা দুৰ্বোধ্য ভাষাৰে চৰ্চিত হ'লে সি জাতীয় জীৱনলৈ নামি অহা সম্ভৱ নহয় । বিপৰীতে প্ৰাঞ্জল আৰু সৰ্বসাধাৰণৰ বোধগম্য ভাষাৰে চৰ্চিত বিষয় সম্পূৰ্ণ গা-কৰি উঠাই নহয়—ই হৈ পৰে জনজীৱনৰ বিষয় । সেইবাবে বোধকৰো উন্নত জাতিবিলাকে জনসাধাৰণৰ কোৱা ভাষা আৰু লিখিত ভাষাৰ মাজত ব্যৱধান ঠেক কৰি আনি আছে । এই ব্যৱধান যি জাতিৰ যিমান কম সেই জাতিৰ সিমানেই ভাষা সাহিত্যৰ উন্নতি হৈছে ।

বিজ্ঞান চৰ্চাৰ সম্পৰ্কত আমাৰ দেশৰ ভূমিকা অতি প্ৰাচীন । আমাৰ প্ৰাচীন শাস্ত্ৰবোৰত বিজ্ঞানৰ মহিমা আৰু ইয়াৰ চৰ্চাৰ কথা উল্লেখ আছে । উপনিষদত কৈছেঃ



বিজ্ঞানম্ ব্ৰহ্মেতি ব্যাজানাত্ ।
বিজ্ঞানাদ্ধ্যেৱ খল্বিমানি ভূতানি জায়ন্তে ।
বিজ্ঞানেন জানাতি জীৱন্তি ।
বিজ্ঞানং প্ৰয়ন্ত্যসংবিশন্তীতি ।

অৰ্থাৎ ব্ৰহ্মই বিজ্ঞান, চৰাচৰ বিজ্ঞানৰপৰা উদ্ভৱ হৈছে আৰু বিজ্ঞানৰ বলতে বৰ্ত্তি আছে আৰু অৱশেষত ই বিজ্ঞানতে বিলীন হৈছে । আকৌ চানক্যসূত্ৰত কৈছেঃ 'বিজ্ঞানেন আত্মনং সম্পাদয়েত্ ।' বিজ্ঞানক পোহৰ পোৱাজনৰহে বিকাশ আৰু সমৃদ্ধি হব । আধুনিক আৰু ভৱিষ্যতৰ বাবে এই উক্তিবোৰ অধিক যথাৰ্থ হব । তদুপৰি প্ৰাচীন ভাৰতৰ বহুতো বৈজ্ঞানিক অৱধাৰণাই আধুনিক বিজ্ঞানৰ আঁত দিবলৈও সমৰ্থ হৈছে । সেয়ে হলেও আমাৰ দেশত আধুনিক বিজ্ঞানৰ চিন্তা চৰ্চাৰ ধাৰাটো প্ৰথমতে বৰ মন্থৰ হৈ আছিল । ইংৰাজ শাসনৰ কালছোৱাত তেওঁলোকক এই বিশাল ক্ৰান্তিয় দেশখনত প্ৰাকৃতিক সম্পদ লুটিবলৈ কৃষিকৰ্ম চিকিৎসা আৰু প্ৰশাসন চলাবলৈ যিমান পৰিমানৰ আৰু যেনেধৰণৰ শিক্ষা দৰকাৰ হৈছিল—সেই উদ্দেশ্যতে আৰম্ভ হৈছিল সাধাৰণ শিক্ষা আৰু বিজ্ঞান চৰ্চা । অৱশ্যে এইকণ সুবিধা লৈয়ে মুষ্টিমেয় কেইজনমান শিক্ষিত লোকে বিজ্ঞান আৰু কাৰিকৰী শিক্ষা আৰু ইয়াৰ বহুল চৰ্চা কৰিবলৈ লয় । ইয়াৰ ফলতে আমাৰ দেশত নোবেল বঁটা বিজয়ীৰ পৰা আন্তৰ্জাতিক খ্যাতিসম্পন্ন নেতৃস্থানীয় বৈজ্ঞানিকো ওলাল ।

**মানুহৰ অভাৱ আৰু ক্লেশ দূৰীকৰণৰ ক্ষেত্ৰত বিজ্ঞানৰ ভূমিকাঃ—**

সময়ৰ অগ্ৰগতিত সমাজৰ জটিলতা বৃদ্ধিৰ লগে লগে উপলব্ধি কৰা হ'ল যে বিজ্ঞানৰ পোহৰ আৰু পটুতাইহে সমাজৰ সমস্যাসমূহ সমাধান কৰাৰ পথ সুগম কৰিব পাৰে । কাৰণ বিজ্ঞান হৈছে সুসংহত জ্ঞান আৰু সুসংহত জ্ঞানেই হৈছে শক্তি । কাজেই কিছুমান ক্ষেত্ৰত বিজ্ঞানৰ বাহিৰে আনে লক্ষ্যত উপনীত হোৱাৰ সুবিধা দিব নোৱাৰে । সেইবাবে বিজ্ঞানে মানুহৰ অভাৱ আৰু ক্লেশ হ্ৰাস কৰিবলৈ সমৰ্থ হৈছে । সেয়ে দেশ স্বাধীন হোৱাৰ পিছতে আধুনিক ভাৰতৰ সপোন দেখোতা পণ্ডিত নেহৰুৱে বিজ্ঞান চৰ্চাৰ ওপৰত গুৰুত্ব আৰোপ কৰি কৈছিলঃ

> ''সাম্প্ৰতিক কালত ৰাষ্ট্ৰৰ প্ৰয়োজনখিনি পাবলৈ হ'লে প্ৰাধান্য দিব লগা দিশটো হৈছে পৰ্যাপ্ত পৰিমাণে বিজ্ঞানৰ কৰ্ষণ আৰু প্ৰয়োগ। বিজ্ঞানে সংস্কৃতিৰ বৃদ্ধি আৰু প্ৰসাৰ এনে মাত্ৰালৈ নিছে যি পূৰ্বে কদাচিতো সম্ভৱ হোৱা নাই। বিজ্ঞানে মানুহৰ ভৌতিক পৰিবেশৰে মৌলিক পৰিবৰ্ত্তন সাধিছে এনে নহয়—ইয়াৰ গভীৰতম তাৎপৰ্য হৈছে ই নতুন চিন্তাৰ আহিলাৰ যোগাৰ ধৰিছে আৰু মানুহৰ মানসিক দিগন্ত বিস্তীৰ্ণ কৰিছে। সেয়ে বিজ্ঞানে জীৱনৰ মূল্যমানত প্ৰভাৱ পেলাইছে, সভ্যতাক নতুন জীৱনী শক্তি আৰু নগতি প্ৰদান কৰিব পাৰিছে।''

নেহৰুৰ এই কথাৰ সত্যতা প্ৰতিপন্ন হোৱা দেখিবলৈ পোৱা হৈছে। বিজ্ঞান চৰ্চা আৰু প্ৰয়োগ কৰা দেশবোৰে আজি অৰ্থনৈতিক ৰাজনৈতিক আৰু সামাজিকভাৱে অতি শক্তিশালী ৰূপে বিশ্বত পৰিচয় দিছে। নেহৰুৱে এই কথা উপলব্ধি কৰি দেশত বিজ্ঞান সংস্কৃতি গঢ়ি তুলিবলৈ সংসদত বিজ্ঞান আঁচনি আৰু উদ্যোগ আঁচনি নামে দুখন আঁচনি অনুমোদন কৰোৱায়। এই আঁচনিকেইখন অনুসৰি দেশত বিজ্ঞান সংস্কৃতিৰ নদীখন তিনিধাৰে বোৱাবলৈ চিন্তা কৰা হৈছিল ঃ গবেষণামূলক বা আৱিষ্কাৰ বিজ্ঞান, জনপ্ৰিয় বা জনসাধাৰণৰ বিজ্ঞান, গ্ৰাহক বা ব্যৱসায়িক বিজ্ঞান। আজি দেশত ১৩০ টা ৰাষ্ট্ৰীয় বীক্ষণাগাৰ, ২০০ খনৰো অধিক বিশ্ববিদ্যালয় আৰু গৱেষণা কেন্দ্ৰ, ১৫০ খনৰো অধিক ইঞ্জিনীয়াৰীং অনুষ্ঠান আৰু ৮০০ খনৰ অধিক পঞ্জীকৃত গৱেষণা আৰু উন্নয়ন কেন্দ্ৰই গৱেষণামূলক আৰু আৱিষ্কাৰ বিজ্ঞান চৰ্চা কৰি আছে। মহাকাশ বিজ্ঞান, প্ৰতিৰক্ষা বিজ্ঞান, পাৰমানৱিক কাৰিকৰী আৰু ইলেকট্ৰনিক ইঞ্জিনীয়াৰীঙো এইটো ধাৰাতে পৰে। আমাৰ দেশৰ ৩ নিযুতৰো অধিক বিজ্ঞানীয়ে এই ধাৰাত অহৰহ বিজ্ঞান চৰ্চা কৰি বিশ্বত বিজ্ঞান আৰু কাৰিকৰী নৃ-শক্তিত তৃতীয় স্থান অধিকাৰ কৰি আছে।

ব্যৱসায়িক বিজ্ঞান জনসাধাৰণৰ যাৱতীয় সামগ্ৰী উৎপাদনৰ বাবে। এইবিধ বিজ্ঞান আৱিষ্কাৰমূলক বিজ্ঞানৰ উপভোক্তা। আজিকালি গুণতা নিয়ন্ত্ৰণ এটি জনপ্ৰিয় বিষয়। গুণতা নিয়ন্ত্ৰণ নহলে উৎকৃষ্ট দ্ৰব্য ক্ৰয় আৰু



ভোগ কৰিবলৈ আশা কৰা মিছা। দৈনন্দিন জীৱন নিৰ্বাহৰ বাবে ব্যৱসায়িক বিজ্ঞানৰ চৰ্চা অপৰিহাৰ্য্য হৈ পৰিছে। ইয়াৰ অবিহনে এহাতে জনসাধাৰণ ৰুগীয়া আৰু পঙ্গু, অইনহাতে ব্যৱসায়ী পুঁজীপতি হ'ব ধৰিছে।

**ভৱিষ্যতৰ বিজ্ঞান ঃ**

বিজ্ঞান কাৰিকৰীৰ দ্ৰুত উন্নতিলৈ চাই সবাতোকৈ গুৰুত্ব সহকাৰে চৰ্চা কৰিব লগা বিজ্ঞান হৈছে জনপ্ৰিয় বা জনসাধাৰণৰ বিজ্ঞান। দ্বিতীয় বিশ্বযুদ্ধলৈকে হ'ল যন্ত্ৰ যুগ— তাৰ পিছৰপৰা আৰম্ভ হৈছে তন্ত্ৰ যুগ। ঘন্টাত ৩০০ মাইল বেগী বিমান, দূৰদৰ্শন, টেলিফোন, কম্পিউটাৰ, জেনেটিকেল ইঞ্জিনীয়াৰিং, মহাকাশ বিজ্ঞান যন্ত্ৰতকৈ তন্ত্ৰৰেহে চৰ্চা হয়। ভৱিষ্যবিজ্ঞানীসকলে মত প্ৰকাশ কৰিছে যে বৰ্দ্ধিত জনসংখ্যাৰ অভাৱ দূৰ কৰিবলৈ প্লাষ্টিকৰ একোটা বৃহৎ ছাউনী দি একোখন নগৰ তৈয়াৰী হ'ব। তাৰ তলতে স্কুল, অফিচ, কলেজ, হস্পিটেল, আদালত থাকিব। খেতিখোলাও হ'ব। শাক-পাছলিৰ ব্যৱহাৰ নাথাকিব। মৌলিক পদাৰ্থৰ বিক্ৰিয়া ঘটাই শৰ্কৰা, প্ৰোটিন আদিৰ যোগান ধৰা হ'ব। মটৰ গাড়ী, চাইকেলৰ ব্যৱহাৰ নহ'ব। জেট ইঞ্জিনৰ বাহনে মাটি, বায়ু সকলো পথেদি অহাযোৱা কৰিব পাৰিব। কাগজ বা ধাতুৰ মুদ্ৰাৰ প্ৰচলন নাথাকিব। মাত্ৰ বেংকত একাউণ্ট এটা থাকিব। কম্পিউটাৰৰ সহায়ত তাৰ পৰাই জমা-খৰচ হৈ থাকিব। মানুহৰ গড় আয়ুস ১০০ বছৰ হ'ব। অহা ১০০ বছৰৰ ভিতৰতে মানুহ চন্দ্ৰ, মঙ্গল আৰু শুক্ৰগ্ৰহলৈ অহাযোৱা কৰিব পাৰিব। চন্দ্ৰত ডাঙৰ ডাঙৰ কাৰখানা পাতি তাৰ পৰা খনিজ পদাৰ্থ আহৰণ কৰিব পৰা সম্ভৱ হ'ব। অইনকি চন্দ্ৰ আৰু মঙ্গল গ্ৰহত মানুহ বসতি কৰা সম্ভৱ হ'ব। এই সকলোবোৰ বিজ্ঞানে কৰিব।

**বিজ্ঞান আধুনিক সমাজৰ কৃষ্টি ঃ**

চলি থকা বৰ্তমানটোকো বিজ্ঞানে ছানি ধৰিলে। কৃষি কৰ্ম, উন্নত জাত, সাৰ, কীটনাশক দ্ৰৱ্য, স্বাস্থ্য, স্বাস্থ্যৰক্ষা, খোৱাপানী, বিজুলীবাতি, ব্যাধি, উদ্যোগ, শিল্প, জনসংখ্যা সুষ্ঠিকৰণ, অন্ধবিশ্বাস দূৰীকৰণ, পাৰিস্থিতিক

তন্ত্ৰ সংৰক্ষণ, অপতৃণ নিয়ন্ত্ৰণ, বন্যপ্ৰাণী সংৰক্ষণ, কোলাহল দূৰীকৰণ, ঔষধৰ ব্যৱহাৰ আৰু অপব্যৱহাৰ, দূৰদৰ্শন, ৰেডিঅ', মটৰ বাহক, ফ্ৰিজ সহস্ৰ সংশ্লেষিত দ্ৰব্য আদি আজি জনসাধাৰণৰ বাবে অনিবাৰ্য্য চৰ্চাৰ বিষয় হৈ পৰিছে। সেয়ে বিজ্ঞান হৈ পৰিছে আধুনিক সমাজৰ কৃষ্টি। এই কৃষ্টি সাধন কৰিবলৈ আজিৰ সমাজৰ প্ৰতিজন ব্যক্তিয়েই জড়িত হব লাগিব বিজ্ঞান চৰ্চাত। সমাজৰ প্ৰতিজন ব্যক্তিৰে বৈজ্ঞানিক মেজাজ গঢ় লব লাগিব। তেতিয়া বিজ্ঞান হৈ পৰিব জাতীয় জীৱনৰ অঙ্গ।

এই উদ্দেশ্যত সিদ্ধি লাভ কৰিবলৈ হ'লে আমি পুনৰ আমাৰ আলোচনাৰ পাতনিৰ কথা উল্লেখ কৰিব লাগিব। অৰ্থাৎ বিজ্ঞান চৰ্চা হব লাগিব জনসাধাৰণৰ ভাষাৰে। অসমীয়া সমাজে বিজ্ঞান কৃষ্টি সাধন কৰিবলৈ হ'লে তাক চৰ্চা কৰিব লাগিব অসমীয়া ভাষাৰে। অসমত অসমীয়া ভাষাৰে বিজ্ঞান চৰ্চা কৰিলেহে অসমীয়া জাতীয় জীৱনত বিজ্ঞান কৃষ্টিৰ উৎকৰ্ষ সাধন হব। অসমীয়া জনসাধাৰণৰ বৈজ্ঞানিক মেজাজ গঢ় লব তেতিয়াহে যেতিয়া তেওঁলোকৰ কথিত ভাষাৰে বিজ্ঞান চৰ্চা কৰিবলৈ সুবিধা পাব। অসমত অসমীয়া ভাষাৰে বিজ্ঞান চৰ্চা নাই হোৱা বুলি ক'লে অথবা বৈজ্ঞানিক মেজাজ গঢ় লোৱা নাছিল বুলি ক'লে ভুল কোৱা হব। অসমৰ গছ বন লতাৰ নাম আৰু তাৰ গুণাগুণ, ব্যৱহাৰ, কৃষি মাটিৰ শ্ৰেণীকৰণ, ডাক পুৰুষৰ বিজ্ঞান সন্মত বচনবোৰ আধুনিক বিজ্ঞান ব্যাখ্যাৰ বহু ওপৰত। আহোম শাসনৰ বহুতো কাৰ্য্য-কলাপত বিজ্ঞান চৰ্চাৰ প্ৰমাণ আছে। বৈষ্ণৱী যুগৰ সাহিত্যত বিজ্ঞান চৰ্চাৰ ভালেমান মৌলিক বৰ্ণনা উদ্‌ঘাটন কৰিব পৰা যায়। আধুনীক যুগৰ প্ৰাৰম্ভনীত স্বনামধন্য ৰাধানাথ ফুকন, কালিৰাম মেধি, ৰাজমোহন নাথকে আদি কৰি ভালেকেইজন কৃতি পুৰুষে অসমীয়া ভাষাৰে বিজ্ঞান চৰ্চা কৰি আমালৈ পথ বান্ধি গৈছে।

অসমত ইদানীন্তন, কালত বিজ্ঞান চৰ্চাৰ ঢৌ তোলে অসম বিজ্ঞান সমিতিয়ে। অসমী আইৰ কেইজনমান সুযোগ্য সন্তান, প্ৰথিতযশা বিজ্ঞানীয়ে ১৯৫৬ চনত এই অনুষ্ঠান প্ৰতিষ্ঠা কৰি অসমীয়া ভাষাৰে



বিজ্ঞান চৰ্চা কৰাৰ পথ সুগম কৰে। স্কুল কলেজত বিজ্ঞান শিক্ষাৰ সুযোগ সুবিধা, বিজ্ঞান জেউতি আলোচনী প্ৰকাশ কৰি অসমীয়া ভাষাত বিজ্ঞান চৰ্চা কৰা, অসমীয়া ভাষাত বিজ্ঞান পুথি লিখিবলৈ বৈজ্ঞানিক পৰিভাষা ৰচনা কৰা, বিজ্ঞানৰ পুথি ৰচনা আৰু প্ৰকাশ কৰা আঁচনি আদি কামবোৰ এই সমিতিয়ে হাতত লয়। তদুপৰি গৱেষণামূলক প্ৰবন্ধ প্ৰকাশৰ বাবে এখন জাৰ্ণেল (ইংৰাজী), উন্নত বিজ্ঞান আৰু কাৰিকৰী অধ্যয়নৰ বাবে এটি গৱেষণামূলক অনুষ্ঠান এই সমিতিয়ে প্ৰতিষ্ঠা আৰু পৰিচালনা কৰে। ইয়াৰোপৰি বিজ্ঞানক জনসাধাৰণৰ মাজত বিয়পাবৰ বাবে স্কুল, কলেজ, গাওঁ, ৰাজহুৱা অনুষ্ঠান আদিত বিজ্ঞানৰ জনপ্ৰিয় বক্তৃতা, প্ৰদৰ্শনী, আলোচনা চক্ৰ, কুইজ প্ৰতিযোগিতা, চিত্ৰাঙ্কন প্ৰতিযোগিতা, চিনেমা প্ৰদৰ্শন আদিৰ দিহা এই সমিতিয়ে কৰি আহিছে। অসমৰ বিভিন্ন ঠাইত সিঁচৰতি হৈ থকা ৫০ খনমান শাখা সমিতিয়ে এইবোৰ কাম কৰি আছে। তদুপৰি অসমীয়া আলোচনীবোৰত মাজে সময়ে প্ৰকাশ হোৱা বিজ্ঞানৰ প্ৰবন্ধ, আলোচনা, অসম প্ৰকাশন পৰিষদ আৰু অসম সাহিত্য সভাই প্ৰকাশ কৰা বিজ্ঞানৰ কিতাপখনে আৰু ব্যক্তিগত ভাৱে লেখা আৰু প্ৰকাশ কৰা বিজ্ঞানৰ কিতাপকেইখনেও অসমীয়া ভাষাত বিজ্ঞান পঠনৰ সুবিধা দিছে।

**সমস্যা —**

যিকোনো স্বেচ্ছাসেৱী অনুষ্ঠান এটাৰ নিজ লক্ষ্য আৰু উদ্দেশ্যবোৰ সিদ্ধি কৰিবলৈ যি সমস্যা, অসমীয়া ভাষাত বিজ্ঞান চৰ্চাৰো সেই একে সমস্যা বুলি কব পাৰি। অসম বিজ্ঞান সমিতিয়ে অসমীয়া ভাষাত বিজ্ঞান চৰ্চাৰ যিখিনি আঁচনি লৈছে সেইবোৰ সম্পূৰ্ণই সিদ্ধি লাভ কৰিছে বুলি কব পৰা নাযায়। যিখিনি উদ্দেশ্য সফল হৈছে তাৰো গতিপথ অতি মন্থৰ আছিল। ইয়াৰ একমাত্ৰ কাৰণ হৈছে স্বেচ্ছাসেৱী অনুষ্ঠানৰ কৰ্মীৰ অভাৱ। মুষ্টিমেয় এমুঠিমান আশাশুধীয়া কৰ্মীৰ ত্যাগ আৰু শ্ৰমৰ ফলতহে সেইকণ সাফল্যৰ মুখ দেখিবলৈ পোৱা হৈছে। আজি সমগ্ৰ অসমত শাখা বিজ্ঞান সমিতিবোৰতো কৰ্মীৰ তেনে এটা অবাঞ্চনীয় অভাৱ বিৰাজমান। বিজ্ঞান চৰ্চাৰ ই এটা মুখ্য অন্তৰায়। কিতাপ, প্ৰবন্ধ,

আলোচনা আদি লিখি বিজ্ঞান চৰ্চা কৰিবলৈ সুযোগ দিব পৰা লেখকৰ সংখ্যাও অতি সীমিত। ইয়াৰ কাৰণ অন্যবোৰ লেখকৰ দৰেতে একে। শ্ৰম, সময়, অৰ্থবিনিয়োগৰ প্ৰতিদান যৎকিঞ্চিৎ; কেতিয়াবা শূন্য আৰু ঋণ তহবিলো দেখা যায়। ব্যয় সাপেক্ষে পঢ়ুৱৈৰ সংখ্যা কম বাবেই এনেহোৱা বুলি কব পৰা যায়। উত্তৰ লক্ষীমপুৰ আৰু ডিব্ৰুগড়ৰৰ পৰা প্ৰকাশ পোৱা দুখন জনবিজ্ঞান আলোচনীৰ অকালমৃত্যুৰ কাৰণ ইয়েই আছিল বুলি ভবাৰ থল আছে। অসমৰ নগৰ, চহৰ, উপনগৰ, উদ্যোগীক কেন্দ্ৰবোৰত অসমীয়া ভাষা নোকোৱা মানুহৰ সংখ্যা অধিক হোৱা বাবে এইবোৰ ঠাইত অসমীয়া ভাষাৰে বিজ্ঞান চৰ্চা কৰা প্ৰায়ে প্ৰহসন হৈ পৰে। অসমত বিজ্ঞান চৰ্চা কৰা ছাত্ৰছাত্ৰীয়ে ডাক্তৰ, ইঞ্জিনীয়াৰিং, কৃষি আদি বৃত্তিমূলক শিক্ষা গ্ৰহণ কৰে। এইখিনি ছাত্ৰ-ছাত্ৰীয়ে এনে শিক্ষা লোৱাৰ পিছত প্ৰায়ভাগে নিজৰ ব্যৱসায়ীক বৃত্তিত ব্যস্ত হৈ পৰে আৰু কাচিৎ দুই এজনেহে অসমীয়া ভাষাত বিজ্ঞান চৰ্চা বাহাল ৰাখে। অসম সাহিত্য সভা আৰু বিজ্ঞান সমিতি সমান্তৰাল পথত গতি কৰি থকা কাৰ্য্যই অসমীয়া ভাষাত বিজ্ঞান চৰ্চাৰ সমস্যা নাই কৰা বুলি কব নোৱাৰি। কাৰণ বিজ্ঞানৰ পোনপটীয়া বিষয়ৰ কিতাপ, প্ৰবন্ধ লেখাৰ উপৰিও বিজ্ঞানমূলক কবিতা, নাটক, গীত, গল্প, উপন্যাস লিখি বিজ্ঞান চৰ্চা কৰাৰ সময় উপস্থিত হ'ল।

আমাৰ স্কুল কলেজবোৰত স্নাতক শ্ৰেণীলৈকে বিজ্ঞান অসমীয়া ভাষাত পঠন পাঠন কৰাৰ নিয়ম আছে। কিন্তু বৰ্ত্তমান ইয়াৰ অৱস্থা কেচেলুৱা হৈয়ে আছে। ডিব্ৰুগড়, গুৱাহাটী বিশ্ববিদ্যালয় আৰু অসম চৰকাৰৰ পাঠ্যপুথি প্ৰকাশন অনুষ্ঠান কেইটাই প্ৰয়োজনমতে সকলো বিষয়ৰ কিতাপ উলিয়াই দিব নোৱাৰা আৰু লগতে ইংৰাজী ভাষাটোৰেও কাম চলোৱাৰ ব্যৱস্থা ৰখা বাবে অসমীয়া ভাষাত বিজ্ঞানৰ বিদ্যাভ্যাস কাৰ্য্য হেকেচ-কেচ কৰি চলি আছে। তদুপৰি গুৱাহাটী বিশ্ববিদ্যালয়ে প্ৰকাশ কৰা বৈজ্ঞানিক পৰিভাষা ব্যৱহাৰ কৰিবলৈ লেখক সকলক নিৰ্দেশ দিয়া হয় যদিও কিছুমান ইংৰাজী পদ অসমীয়া অনুবাদ দাঁত ভঙাকৈ কঠিন আৰু দুৰ্বোধ্য। আকৌ বহু ইংৰাজী পদৰ অসমীয়া



অনুবাদ নথকাৰ বাবে ভালেমান লেখনি আদ্ৰাঙী হোৱা দেখা গৈছে। বহুলেখকৰ ইংৰাজীৰ পৰা চিধা অনুবাদ কৰি লিখা বিজ্ঞান অপ-চৰ্চা হোৱাও পৰিলক্ষিত হৈছে।

**সমাধানঃ—**

অসমীয়া ভাষাত গৱেষণামূলক বিজ্ঞান, ব্যৱসায়িক বিজ্ঞান আৰু জনসাধৰণৰ বিজ্ঞান চৰ্চা কৰাত সমাধান কৰিব নোৱাৰা কোনো সমস্যা নাই। অসমৰ বিশ্ববিদ্যালয় কেইখনত, যোৰহাট আঞ্চলিক গৱেষণাগাৰত আৰু বিজ্ঞান সমিতিৰ গৱেষণা অনুষ্ঠানটোত কামকাজ, গৱেষণা, আলোচনা পৰ্য্যন্ত অসমীয়া ভাষাতে হয়। অৱশ্যে প্ৰশাসনীক কাৰ্য্য আৰু পি, এইচ ডি, ডিগ্ৰীৰ বাবে ইয়াৰ ফলাফল ইংৰাজী ভাষাত লিখা হয়। আকৌ ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ পদাৰ্থবিজ্ঞান বিভাগে তেওঁলোকৰ আলো-চনীখনত অতি উচ্চমান বিশিষ্ট বিজ্ঞান প্ৰবন্ধ সুন্দৰ অসমীয়া ভাষাত লেখি প্ৰমাণ কৰিছে যে গৱেষণা পৰ্যায়ৰ বিজ্ঞানো অসমীয়া ভাষাত লেখাত কোনো অসুবিধা নাই। অসমীয়া ভাষাত বিজ্ঞান চৰ্চাৰ এই আলোচনী পথিকৃৎ হোৱা উচিত। বিশ্ববিদ্যালয়ৰ অইনকেইটা বিভাগে অসমীয়া ভাষাৰে এইদৰে আলোচনী প্ৰকাশ কৰিলে সিয়ে অৱশেষত অসমীয়া ভাষাৰ বিজ্ঞান কোষ, বৈজ্ঞানিক পৰিভাষা আৰু বিজ্ঞানৰ অভিধান লেখাত বহু পৰিমাণে সহায়ক হব।

স্কুল কলেজবোৰত ঢিমা তেতেলাকৈ বিজ্ঞান চৰ্চা অসমীয়া ভাষাৰে চলি আছে। বিশ্ববিদ্যালয় দুখনৰ আৰু চৰকাৰী পাঠ্যপুথি প্ৰকাশন অনুষ্ঠান কেইটাই অৰ্থ সংকট দূৰ কৰি উপযোগী পাঠ্যপুথি যোগান ধৰিব পাৰিলে এই সমস্যা সহজে সমাধান হব। অ'ত ত'ত অনুষ্ঠিত হোৱা বিজ্ঞান সমিতিৰ কাৰ্য্যাসূচীবোৰে দেখুৱাইছে যে অসমৰ জনসাধাৰণ বিজ্ঞান শিক্ষা আৰু চৰ্চাৰ প্ৰতি অতি আগ্ৰহী। ইয়াৰ বাবে মাত্ৰ সমস্যা হৈছে কৰ্মীৰ। বিজ্ঞান কৃষ্টিৰ গুৰুত্বলৈ চাই আজি শিক্ষক, ডাক্তৰ, ইঞ্জিনীয়াৰ, চৰকাৰী কৰ্মচাৰী, সমাজসেৱীয়ে ইয়াৰ চৰ্চাৰ বাবে অৱসৰ বিনোদন হিচাপে কণ্টেক সময় খাটি দিলেও কৰ্মীৰ সমস্যা দূৰ হব।

লেখক গোষ্ঠীটোৱে নিজৰ জাতীয় স্বাৰ্থলৈ চাই কষ্ট আৰু ত্যাগ স্বীকাৰ কৰিলে অসমীয়া ভাষাৰে বিজ্ঞান গল্প, নাট, গীত লেখাৰ সমস্যা ওৰ পৰিব। এই ক্ষেত্ৰত বিজ্ঞানৰ কথাৰে ৰমন্যাস সৃষ্টি কৰা জুল ভাৰ্ণ, এইচ. জি. ওৱেলচ্, কেনন দয়েল, টয়নবি, অচিমভ্ আদিৰ দৰে লেখক, বিজ্ঞান গল্প, সাহিত্য সৃষ্টি কৰা চাৰ জগদীশ বসু, জয়ন্ত নাৰ্লিকাৰ আদিক আমাৰ লেখক সকলে অনুপ্ৰেৰণাৰ উৎস হিচাপে ল'লে পাৰ্থিব লাভালাভৰ দুঃশ্চিন্তা বহু পৰিমাণে লাঘৱ কৰিব পাৰিব। অৱশ্যে বৰ্ত্তমানৰ অৰ্থ স্ফীতিৰ দিনত অসম চৰকাৰ, অসম সাহিত্য সভা আৰু বিজ্ঞান সমিতিয়ে কাগজ চিঞাহী, ডাকঘৰৰ খৰচকে আদি কৰি কম পৰিমান হলেও লেখকক পাৰিতোষিক দিয়াৰ সুবন্দবস্ত কৰাৰ প্ৰয়োজন।

অসম সাহিত্য সভাই আধুনিক অভিধান প্ৰণয়ন কৰোতে বিজ্ঞান অভিধানৰ কথা সৰ্বজনসন্মত সিধান্ত অনুসৰি ইয়াৰ ব্যৱস্থা হাতত লব লাগে। অসমীয়া বিজ্ঞানকোষৰ বাকী খণ্ডকেইটা শীঘ্ৰে প্ৰকাশ কৰাত মনোযোগ দিয়া দৰকাৰ। সদ্যপ্ৰচলিত অসমীয়া আলোচনী, বাতৰি-কাকতৰ দেওবৰীয়া চ'ৰাআদিত বিজ্ঞানৰ শিতান এটা খোলাৰ ব্যৱস্থা কৰিব লাগে। অসম বিজ্ঞান সমিতিৰ আলোচনী বিজ্ঞান জেউতি দুমহীয়াৰ পৰা মাহেকীয়া কৰিব লাগে। অকালমৃত অসমীয়া জনবিজ্ঞানৰ বাতৰিকেখন পুনৰজীৱিত কৰাৰ কাম হাতত লব লাগে।

অসমীয়া ভাষাৰে বিজ্ঞান চৰ্চাৰ পথত উদ্ভৱ হোৱা এই ক্ষণজন্মা সমস্যা সমূহ আমাৰ উমেহতীয়া প্ৰচেষ্টাৰে সমাধান কৰাটো একো ডাঙৰ কথা নহয়। আমাৰ গুৱাহাটী আৰু ডিব্ৰুগড় আকাশবাণী আৰু দূৰদৰ্শন কেন্দ্ৰকেইটাই অসমীয়া ভাষাৰে বিজ্ঞান চৰ্চা কাৰ্য্যসূচী বিস্তৃত কৰাৰ প্ৰতি চকু দিলে অসমীয়া ভাষাৰে বিজ্ঞান চৰ্চাৰ পথ আৰু সুচল হব। নৱউন্মেষিত বিজ্ঞান কাৰিকৰীত ব্যৱহৃত বহু পদ অসমীয়া ভাষালৈ অনুদিত কৰা অনন্তৱ। এনে পৰিস্থিতিলৈ চাই ইংৰাজী পদবোৰকে গ্ৰহণ কৰিলে বিজ্ঞান অপ-চৰ্চাৰ সমস্যা ওৰ পৰাৰ লগতে অসমীয়া ভাষাও চহকী হব বুলি মনে ধৰে।



এইবোৰ সমস্যা এখন চিন্তাশীল সমাজৰ বাবে অতিক্ৰম কৰিব নোৱাৰা সমস্যা হব নোৱাৰে। আমি চিন্তা কৰিব পাৰিছো যেতিয়া বিজ্ঞান অসমীয়া জাতীয় জীৱনৰ বিজ্ঞান এদিন হবই। এই চিন্তা অবিচ্ছিন্ন হব লাগিব— কাৰণ 'বিজ্ঞানদীপেন সংসাৰভয়ং নিবৰ্ত্ততে' সাংসাৰিক ত্ৰাস বিজ্ঞানৰ বন্তিয়েহে দূৰ কৰে।

— —

# জনপ্ৰিয় অসমীয়া বিজ্ঞান সাহিত্য

ডাঃ নগেন দত্ত

বিজ্ঞানৰ কথাবোৰ বিভিন্ন সময়ত বিভিন্ন দেশবিদেশৰ ৰচানৰ মাজেদি প্ৰকাশ কৰাটো বিশ্বৰ বাবে বহুত পুৰণি আৰু অসমৰ বাবেও নিচেই নতুন নহয়। 'বিজ্ঞান' শব্দটো যিমানে পুৰণি 'বিজ্ঞান সাহিত্য' বিশেষকৈ অসমীয়া ভাষাত সিমানে নতুন। তাতোকৈ নতুন আজিৰ আলোচনাৰ বিষয় 'জনপ্ৰিয় অসমীয়া বিজ্ঞান সাহিত্য"—এইয়া আজিৰ যুগৰ নতুন চিন্তা।

## বিজ্ঞান, বিজ্ঞান সাহিত্যঃ—

সৌভাগ্যৰ কথা যে সাহিত্যই আজি বিজ্ঞানকো বুকুৰ কুটুম বুলি সাবটি লৈছে। সৌ সিদিনালৈকে বিজ্ঞানৰ প্ৰবন্ধবোৰক বহুত সু-সাহিত্যিকে "সেইবোৰ সৃষ্টিশীল সাহিত্য নহয়" বুলি নাক কোচায়। সেইসকলে বিজ্ঞান সাহিত্যৰ লেখকক সাহিত্যসেৱী বুলি কবলৈ নিবিচাৰিছিল— তেহেলৈ তেওঁলোকৰ ৰচনাত ৰসতুলিবলৈ যিমানেই কি মধুলেপন নিদিয়ক। তাতোকৈ আমোদৰ কথা যুক্তি, পৰীক্ষা আৰু পৰ্য্যবেক্ষণৰ ভিত্তিত প্ৰকাশ কৰা বিজ্ঞানৰ তথ্য আৰু সত্যবোৰক ইমান নীৰস বুলি ধৰিছিল যে সেইবোৰ বিষয়বস্তুক বহুসাহিত্যিকে শুকান জেওৰাৰ লগতহে তুলনা কৰে আৰু তেনেবোৰ বিষয়বস্তুক সাধাৰণ পাঠকৰ গ্ৰহণযোগ্য কঠিতভাষাত প্ৰকাশ কৰিব খোজাজনক শুকান জেওৰাখৰিৰ ৰস উলিয়াব খোজা দুঃসাহসৰ বাবেহে প্ৰশংসা কৰিছিল সাহিত্যসেৱী বুলি নহয়। বহুসাহিত্যিকৰ এনেবিশ্বাসো আছিল যে বিজ্ঞান আৰু সাহিত্যৰ মাজৰ সম্পৰ্ক তেল আৰু পানীৰ নিচিনা বুলিহে। সেয়েহে বিজ্ঞানৰ তথ্যক জীৱন আৰু জনসমাজৰ ওচৰ চপাই নিবৰ বাবে কৰা কৌশলক চেনি-সনা কুইনাইন পিলৰ লগত তুলনা কৰিবলৈকো কুণ্ঠিত নহৈছিল।



থিক সেই একেই ভাৱধাৰাৰেইনেকি পঢ়ুৱৈসকলৰ মাজতো বহুতে আলোচনী বা বাতৰি কাকতৰ পাত লুটিয়াই যাওঁতে বিজ্ঞান বিষয়ৰ প্ৰবন্ধবোৰক নীৰস গাণিতিক, বৈজ্ঞানিক সত্য বুলি শিৰোনামা পঢ়িয়েই পাত লুটিয়াইছিল। অৱশ্যে অনুসন্ধিৎসু মনৰ এচাম বিদ্যাৰ্থীয়ে বা প্ৰয়োজনৰ খাতিৰত কোনোবা সাংসাৰিক বয়সস্থজনে আদৰ নকৰা নহয়। বিজ্ঞান আৰু সাহিত্যৰ মাজৰ এই ব্যৱধানৰ বাবেই বিজ্ঞানীৰ নিজৰ বক্তব্য এক সীমিত পৰিধিৰ লেখনীৰ মাজতে সমাপ্ত কৰে। সেইখিনি পৰিধিৰ বাহিৰ হৈ জীৱন, জনসমাজ আৰু সাহিত্য সংস্কৃতিৰ মাজত সোমাবহিপৰা নাছিল। সাহিত্যিক আৰু বিজ্ঞানীৰ দুটি গতিশীল চিন্তাধাৰা সমান্তৰাল ভাৱে আগবাঢ়ি একেই মহাসত্যৰ বাবে ধাবমান আৰু দুয়োধাৰে দুটি পথেদি গৈ যে একেই লক্ষ্যত উপনীত হবগৈ সেইয়া বহুদিনলৈ অজানিত, অগোচৰ আৰু অলক্ষিত হৈ আছিল। কবি দুৱৰাৰ "মোৰ এই হিয়াখনি কেতুকা পাতৰ দৰে সেউজীয়া বৰণেৰে ঢকা" আৰু কোনোবা বিজ্ঞানীৰ ভাষাৰে "সুন্দৰ দেহাৱৰণৰ ভিতৰত অস্থিপিঞ্জৰাত আটোমতোকাৰিকৈ ৰখা ৰক্তভাণ্ডাৰ মাংসপেশীৰ মোনাটিয়ে আমাৰ হিয়াৰ দেউল, বুকুৰ কলিজা" দুটি সুকীয়া বৰ্ণনা হলেও - দুয়োটাই কলিজাৰ ৰঙাতেজৰ কথা অস্বীকাৰ কৰা নাই। বিজ্ঞানে আজি অসম্ভৱক সম্ভৱ কৰিলে এজনৰ বুকুৰ কলিজা আন এজনৰ বুকুলৈ স্থানান্তৰিত কৰিবপৰা বতৰাই। কিন্তু সুসাহিত্যিকৰ সুনিপুন লেখনিত—বিজ্ঞানৰ সেই বতৰাকলৈ বিজ্ঞান,— জীৱন আৰু সাহিত্যক ওচৰ চপাই গল্পৰ সৃষ্টি হ'ল। দুৰ্ঘটনাত মৃত্যু অৱশ্যম্ভাৱী নিগ্ৰো এজনৰ বুকুৰ কলিজাই যেতিয়া জীৱনৰক্ষাৰ বাবে হৃদপিণ্ডৰ ৰোগী কোনোবা শ্বেতাঙ্গৰ বুকুৰ ঠাই পালে তেতিয়া কৃষ্ণাঙ্গিনী নিগ্ৰো পত্নীয়ে তেওঁৰ প্ৰিয়তমৰ কলিজাখন সেই শ্বেতাঙ্গৰ বুকুত আছে বুলিয়েই বাৰে বাৰে শ্বেতাঙ্গ যুবকৰ কাষ চাপে। বিজ্ঞানৰ এই নতুন পদক্ষেপে নিগ্ৰো পত্নী আৰু শ্বেতাঙ্গ যুবকৰ মাজৰ বৰ্ণবিচাৰ ভেদ কৰি দয়া, মমতাৰ এনাজৰী বান্ধোনেৰে নতুন সমাজ গঢ়াৰ ইন্ধন যোগায়। এই মিলন সাহিত্য আৰু বিজ্ঞানৰ মহামিলন। আগবাঢ়ি অহা পৃথিবীখনৰ একালৰ সাহিত্যই

যি সত্য উদ্ঘাতন কৰিছিল— সময়ৰ সোঁতত এদিন সেই সত্যক বিজ্ঞানে আৱিষ্কাৰ কৰা দৃষ্টান্ত বহুত আছে। মহাভাৰত মহাকাব্যৰ সাহিত্যই বহুদিন আগতেই 'গছে দেখে আৰু শুনে' বোলা সত্যক এদিন কালক্ৰমত বিজ্ঞানী জগদীশ চন্দ্ৰ বসুৱে বিজ্ঞানৰ আৱিষ্কাৰেৰে স্বীকাৰ কৰিলে যে "গছৰো প্ৰাণ আছে"। সেয়েহে বিজ্ঞান আৰু সাহিত্যৰ মহামিলন ঘটাবলৈ আৱিষ্কাৰ হ'ল বিজ্ঞান সাহিত্য, যিয়ে জনসমাজক সাহিত্যৰ নতুন ৰস উপভোগ কৰিবৰ সুবিধা যাচিলে।

বিজ্ঞান অকে সাহিত্যৰ ইমান ওচৰ আৰু নিবিড় সম্পৰ্ক যুগৰ আহ্বানত আজিৰ নতুন পুৰুষে মৰ্মে মৰ্মে উপলব্ধি কৰিছে। বিজ্ঞান যেতিয়া মানৱ সমাজত সমাজ, সভ্যতা আৰু জনকল্যাণৰ অবিচ্ছেদ্য অঙ্গুলি ধৰা পৰিল— তেতিয়াই বিভিন্ন ভাষাৰ সাহিত্যত এক নতুন শাখা 'বিজ্ঞান সাহিত্য'ৰ উদয় হয়। আনৰ দৃষ্টি য'ত শেষ হয়— তাতো কবিৰ দৃষ্টি আবহমান। ৰামধেনুৰ পোহৰৰ ইপাৰ সিপাৰ দুয়োপাৰে— বিজ্ঞানে বিচাৰি পায় আলট্ৰা, ইনফ্ৰা নতুন কিৰণৰ সন্ধান। সত্য উদ্ঘাতনৰ পথত অবিৰাম চলন্তগতিত বিজ্ঞান আৰু সাহিত্য ধাবমান। কিন্তু পৰিবৰ্ত্তনশীল জগতত যুগৰ আহ্বানে আজি দুয়োৰো গতিপথ সমান্তৰাল নকৰি পাৰস্পৰিক গতিপথৰ ব্যৱধান কমাই উভয়ৰ মিলন বিচাৰিছে। কিন্তু এই বিজ্ঞান সাহিত্য আজিও সাহিত্য সভাৰ মণিয়াত নাইবা সাধাৰণ পঢ়ুৱৈসমাজৰ মাজতেই যেন আচহুৱা হৈ আছে। বিজ্ঞান সাহিত্যৰ প্ৰতি জনসাধাৰণৰ আগ্ৰহ আৰু আশানুৰূপ সঁহাৰি পোৱা নাই। সেয়েহে বিজ্ঞান সাহিত্যক জনপ্ৰিয় কৰাৰ চিন্তা আজিৰ প্ৰসঙ্গ। জনপ্ৰিয় মানেই পাঠকৰ ৰুচিসম্পন্ন কৰা। অথচ তেনে কৰিবলৈ যাওঁতে বিজ্ঞানৰ মৌলিক তথ্যবিচাৰো হেৰাই যাব নেলাগিব। পাঠকৰ ৰুচিৰ বাবে মূলবিষয়বস্তু নিৰ্বাচন, ভাষাৰ প্ৰয়োগ, সকলোৰে উপভোগ্য ৰচনাশৈলী আৰু বিশেষকৈ জীৱন, জনতা আৰু সমাজৰ প্ৰয়োজনীয়তাৰ দিশলৈ লক্ষ্যৰাখি বিজ্ঞানৰ বিষয়ক উপস্থাপন কৰিলেহে পঢ়ুৱৈ সমাজ আকৰ্ষিত হব।

এই সম্পৰ্কত আত্মপ্ৰকাশৰ অপ্ৰিয়তাৰ বাবে আগতীয়া ক্ষমা ভিক্ষা



কৰি মোৰ ব্যক্তিগত অভিজ্ঞতাৰ কথা ডাঙি ধৰিব খুজিলো। মই সাহিত্যিকো নহয়, বিজ্ঞানীও নহয়। জনাই নজনাই বিজ্ঞানৰ কিছুমান সৰু কথাক গোটাই স্বাস্থ্যবিজ্ঞানৰ যি কেইখনি গ্ৰন্থ ৰচনা আৰু প্ৰকাশ কৰিলো তাৰ ভিতৰত "মা সোণ বতৰা" মোৰ দ্বিতীয় গ্ৰন্থ। পাঠকে সেইখন সাহিত্য বুলি ধৰা দূৰতে থাওক, বিজ্ঞানৰো সামান্য বতৰাহে। মাতৃ আৰু শিশু সম্পৰ্কে স্বাস্থ্যবিজ্ঞানৰ কথা জনসাধাৰণৰ ওচৰ চপাবলৈ মোৰ উদ্দেশ্য যাতে নববিবাহিত আৰু সন্তান সম্ভৱা গৃহিনীয়ে কেইটিমান চিকিৎসাবিজ্ঞানৰ কথাৰ সন্ধেদ পায়, গ্ৰন্থখনিৰ প্ৰথম অধ্যায়ৰ শিৰোনামা আছিল— "বোৱাৰী তেনেই শেতা হলিচোন" কথাষাৰ অসমীয়া শাহুআইৰ কৌটিকলীয়া মুখৰ মাত। বোৱাৰী শেতা হোৱাটো ৰোগ বুলি নেভাবি-সেইয়া গৰ্ভৱতী হোৱাৰ ইঙ্গিত বুলিয়েই শাহুআইয়ে নাতিনী দেখাৰ আশাৰে যেন এষাৰ সন্তোষৰহে মাত। কিন্তু বিজ্ঞানৰ দৃষ্টিত গৰ্ভৱতী মাতৃ শেতা হোৱাটো ৰক্তহীনতাৰহে যে লক্ষণ— গৰ্ভৱতীৰ বাবে সেই বিপদ বিজ্ঞানে কামনা নকৰে। জনসাধাৰণৰ বিশ্বাসৰ আৰু আগ্ৰহৰ ওচৰচপাই নিবলৈ, সাধাৰণৰ মুখৰ কথিত ভাষা প্ৰয়োগ কৰি সেই গ্ৰন্থখনি পঢ়ুৱৈ সমাজৰ ওচৰ চপাই দিয়া হল। অন্য এটি অধ্যায়ত "মোৰ সোনটিৰ বাবে নতুন কোঠি" বুলি বিজ্ঞান সম্মত কোঠী এখনহে ডাঙি ধৰা হল। মই আচৰিত হলো' স্বাস্থ্যবিজ্ঞানৰ কথাবোৰ সাধাৰণৰ ভাষাৰে প্ৰকাশ কৰাৰ বাবেইনেকি কেইবছৰমানৰ ভিতৰতে বাইশ হাজাৰ কিতাপ নগৰে-চহৰে গাঁৱে-ভুইয়ে সিচঁৰতি হৈ পৰিল পঢ়ুৱৈ সমাজৰ মাজত। প্ৰেৰণা দায়ক সমালোচনাও আহিল বিভিন্ন ঠাইৰ পৰা। ইয়াৰ পিছৰ কেইখন বিজ্ঞান বিষয়ক গ্ৰন্থ "জীয়াই থকাৰ আশাৰে" "বৰ বৰ বেমাৰৰ সৰু সৰু কথা" "স্বাস্থ্যবিজ্ঞানৰ বিচিত্ৰ কাহিনী" আদি গ্ৰন্থকেইখনো হাজাৰে হাজাৰে ৰাইজে বুটলি ল'লে। ইয়াৰপৰা মোৰ এইয়ে ধাৰণা যে সহজ সৰল কথিত ভাষাত বিজ্ঞানৰ কথাবোৰ পঢ়িবলৈ আগ্ৰহ কৰে। মোৰ এইয়া নিজস্ব অভিজ্ঞতাকে ডাঙিধৰাৰ বাবে ক্ষমা ভিক্ষা কৰিলো।

এতিয়া বিজ্ঞান সাহিত্য জনপ্ৰিয় কৰাৰ বিভিন্ন দিশলৈ আহোঁ।

**বিষয়বস্তুৰ বাছনি**— সময়ৰ পাঁখিলগা কাঁড়ৰ দৰে দ্ৰুতগতিত বাঢ়ি অহা বিজ্ঞানৰ বিভিন্ন তথ্য সত্য আৰু আৱিষ্কাৰবোৰ আজি সীমাহীন হৈ পৰিছিল। সেই সকলোবোৰেই জীৱন, সমাজ আৰু দেশৰ বাবে অপৰিহাৰ্য্য। স্থান, মান, পৰিবেশ, পাঠকৰ বয়স আৰু মানৱজীৱনত প্ৰয়োজনীয়তাৰ দিশৰপৰা বিজ্ঞানৰ বিষয়বস্তুৰ বাছনি পৃথক হব লাগিব। শিশু-বিজ্ঞানৰ সাহিত্যত নিশ্চয় মাতৃকল্যাণৰ কথা নিস্প্ৰয়োজন। ছাত্ৰ-ছাত্ৰীসকলৰ নিজৰ কেউপাশে থকা বিভিন্ন আধুনিক বিজ্ঞানৰ বতৰাবোৰ তেওঁলোকৰ অনুসন্ধিৎসু মনৰ খোৰাক। মাত্ৰ হৃদয়ঙ্গম কৰিব পৰাকৈ আগবঢ়াই দিব পাৰিলেহে হয়। যুৱক যুৱতী আৰু মধ্যবয়স্ক সকলে বিজ্ঞানৰ সামগ্ৰীবোৰে জনসমাজৰ ওপৰত ভাল আৰু বেয়া দুয়ো প্ৰকাৰৰ প্ৰভাৱ, বিজ্ঞানৰ তথ্য মানৱসমাজৰ দৈনন্দিন জীৱনৰ ওপৰত কেনে প্ৰভাৱ পেলাইছে, ভবিষ্যতৰ পৃথিবীখনৰ সাম্ভাব্য নতুন বিজ্ঞান বাৰ্ত্তাৰ আগমনৰ কথা বিচাৰে। সংসাৰী আৰু ব্যৱসায়ী সকলক লাগে অৰ্থনৈতিক, ৰাজনৈতিক দিশত প্ৰজোয্য বিজ্ঞানৰ কথাবোৰ। যিসকলক উদ্দেশ্য কৰি, যি কাকত বা আলোচনীত বিজ্ঞান সাহিত্য আগবঢ়াব খোজে লেখক সেই বিষয়ত সতৰ্ক হোৱা উচিত। দেশৰ বাবে যুদ্ধ আৰু শান্তিৰ বিজ্ঞান আজি জনসমাজৰ অতি উচ্চপৰ্য্যায়ৰ চিন্তা। জাতি আৰু সমাজৰ বাবে কলা কৃষ্টি সংস্কৃতিৰ বিজ্ঞানৰ দিশ নিতান্ত প্ৰয়োজন। গতিকে স্থান মান পৰিবেশ অনুযায়ী আমি আজি বিজ্ঞানৰ কথা সৃষ্টিশীল সাহিত্যৰ মাজেদি বিচাৰো।

**পাঠকৰ ৰুচি**ঃ—আমি সাধাৰণৰ বাবে বিজ্ঞানৰ কথাকে ৰবৈক কওঁ। কিন্তু এই সাধাৰণৰ সংজ্ঞাই বহুতকে সামৰে। কেৱল অশিক্ষিত, নিৰক্ষৰ বা অবিজ্ঞানী শিক্ষিত সকলকে আমি বিজ্ঞানৰ বাবে সাধাৰণ শ্ৰেণী বুলি ধৰিলে নহব। বিজ্ঞানৰ বিভিন্ন দিশ ইমান দ্ৰুতগতিত শাখা প্ৰশাখা হৈ বাঢ়িছে—যে সকলোবোৰ সকলোৰে বাবে জ্ঞাত নহবও পাৰে—তেহেলৈ পাঠক যিমানেই কি উচ্চশিক্ষিত নহওক। এজন চিকিৎসাবিজ্ঞানীকো মহাকাশৰ বহুবতৰা জানিবৰ প্ৰয়োজন হব পাৰে। শিশুৱে এটি অনুসন্ধিৎসু মনলৈ জোনবাইৰ দেশলৈ যাবলৈ বিচাৰে, অটব্য অৰণ্যত সোমাব খোজে, চৰাইৰ লগত উৰিবলৈ বিচাৰে। যুৱক যুৱতী ছাত্ৰ-ছাত্ৰীয়ে ইলেক্ট্ৰনিক বা কম্পুটাৰৰ ওচৰ চাপে, অনুবীক্ষণৰ ক্ষুদ্ৰতম জীৱক বিচাৰে, দূৰবীন লৈ মহাকাশৰ পথলৈ যায়। গৃহস্থী বা সংসাৰী জনে অৰ্থনৈতিক দিশৰপৰা বিজ্ঞানক উদ্যোগ বা পথাৰখনলৈ নিব খোজে। বৈজ্ঞানিক দৃষ্টিভঙ্গীৰে আজিৰ মানুহে কলাকৃষ্টি সংস্কৃতি বা ৰাজনীতিৰ মজিয়াত বহিব খোজে। গতিকে ভিন্ন ভিন্ন পাঠকৰ ৰুচি অনুযায়ী সাহিত্যই বিজ্ঞান বাৰ্ত্তাক সামৰি বিভিন্ন পাঠকক স্থান, মান, কাল বয়স, পৰিবেশলৈ চাই মনৰ খোৰাক যাচিবলৈ আজিৰ বিজ্ঞান সাহিত্যৰ পথাৰখন বৰ বহল।



**বিজ্ঞান সাহিত্যৰ ভাষাঃ**— বিজ্ঞান সাহিত্যক জনপ্ৰিয় কৰাৰ বাবে লক্ষ্য কৰিবলগীয়া আটাইতকৈ প্ৰয়োজনীয় দিশটো হল—ভাষাৰ প্ৰয়োগ। বিজ্ঞানৰ আবিষ্কাৰবোৰ— পৃথিবীৰ ভিন ভিন ঠাইৰ ভিন্ন ভাষাভাষীৰ মাজৰপৰা আহে। তাতে অৱশ্যে ইংৰাজী ভাষাৰ প্ৰয়োগেই বেছি। অসমত অসমীয়া ভাষাৰ মাধ্যমেৰে বিজ্ঞানৰ সকলোকথা প্ৰকাশ কৰাত জটীলতা নোহোৱা নহয়। ভাৰতৰপৰা গৈ বহুদিন বিদেশত থকা মানুহ এজনে জনসমুদ্ৰত কৰবাত কেনেবাকৈ এজন মানুহৰ মুখত হিন্দী, বঙ্গালী বা অসমীয়া ভাষাৰ মাত কথা শুনিলে তেওঁৰ সেই মানুহ জনৰ ওচৰলৈ কাষ চাপি যাবৰ মন যায়। তেওঁৰ আপোন আপোন লাগি তেওঁৰ মাতকথাৰে বহুবতৰা লবলৈ বিচাৰে। গতিকে নিজৰ ভাষাক নিজে বেছি ভালপোৱাটো মানুহৰ স্বভাৱ। সেই কাৰণেই বিদেশী ভাষাৰে প্ৰকাশিত বিজ্ঞানৰ বতৰাবোৰক আমাৰ থলুৱা কথিত অসমীয়া ভাষাৰ মাধ্যমেৰে সাধাৰণ পঢ়ুৱৈৰ বাবে বেছি মনোগ্ৰাহী, আগ্ৰহী, সহজ বুজনি বা সহজে আয়ত্ব কৰিব পৰাটো স্বাভাৱিক। মোৰ আগতে কৈ অহা গ্ৰন্থখনিত 'বোৱাৰী তেনেই শেতা হলিচোন' বুলি নকৈ "গৰ্ভৱতীৰ ৰক্তহীন ৰোগ" বুলি কোৱাত সাধাৰণ পাঠকৰ মনজয় কৰাত নিশ্চয় কিছু নহয় কিছু তাৰতম্য আছে। কিন্তু সেইবুলি বিজ্ঞানৰ শব্দৰ বিকল্প সহজ সৰল মাতৃভাষা প্ৰয়োগত অসুবিধাও

নোহোৱাও নহয়। বিজ্ঞানৰ ভাষাক বহুসময়ত আমাৰ ভাষাৰ পৰিভাষাৰে প্ৰকাশ কৰিবলৈ কেতিয়াবা অসুবিধা হয় আৰু কেতিয়াবা পৰিভাষাৰ শব্দটোক বিজ্ঞানীৰ ভাষাতকৈও আসোজা যেন লাগে। যিমানদূৰ সম্ভৱ আমাৰ নিজা ভাষাৰ মাজৰপৰা সহজ সৰল পৰিভাষা বিচাৰি লোৱাই কাম্য। আমি আমাৰ ভাষাত নতুন শব্দৰ সৃষ্টি কৰিব লাগে—মূল-শব্দৰ ভাঙনিত অৰ্থৰ পৰা ফালৰি নকটাকৈ। অনেক ক্ষেত্ৰত বিজ্ঞানৰ বিদেশী ভাষাৰ শব্দকো ছেগবুজি অসমীয়া ভাষাৰ মাজলৈ সুমুৱাই আনিব পাৰি। তেনে বিদেশী শব্দ আমাৰ দাঁত জিভা ওঁঠত প্ৰথমে খহতা লাগিলেও সেইবোৰ সময়ৰ সোঁতত পিছল হৈ সহজ উচ্চাৰণ হবগৈ। কওঁতে কওঁতে ইলেকট্ৰনিক বা কম্পিউটাৰ শব্দটো এদিন আমাৰ মুখতো সহজ হৈ আমাৰ ভাষালৈ সেই শব্দ সোমাই আহিলে ভাষা চহকী হবহে পাৰে। আমাৰ নিজা ভাষাত সৃষ্টি কৰা পৰিভাষা বোৰো প্ৰথমতে আসজা লাগিলেও পিছলৈ সহজ হৈ পৰে। প্ৰথমতে 'এক্সৰে' শব্দতকৈ 'ৰঞ্জনৰশ্মি' বুলি কবলৈ আমনি পালেও এদিন সেই ৰঞ্জনৰশ্মি শব্দটো আমাৰ সাধাৰণ কথিত ভাষা হবগৈয়ে। সেইকাৰণে অনেক বিজ্ঞানৰ ৰচনাত আসজা শব্দবোৰৰ বাবে নীৰস বা শুকান জেওৰা খৰিৰ নিচিনা বুলি প্ৰথমতে ভাবি লোৱাটো একো অস্বাভাৱিক নহয়। বিজ্ঞান ৰচনাৰ দিশত কিন্তু পঢ়ুৱৈ আৰু পাঠ্যক ওচৰচপাই নিয়াত সহজ সৰল নিভাঁজ শুদ্ধ অসমীয়া ভাষাৰ প্ৰয়োগেহে একমাত্ৰ মাধ্যম। আনহাতে ভাষাৰ প্ৰয়োগত যাতে বিষয়বস্তুৰ ভাবাৰ্থ বিকৃত নহয়—সেইফালেও সতৰ্ক হবই লাগিব।

**উপস্থাপনৰ কৌশলঃ**— বিজ্ঞানৰ আৱিষ্কাৰ, তথ্য আৰু সত্যবোৰ জনজীৱন তথা সমাজৰ বাবে যিমানেই কি প্ৰয়োজনীয় বুলি নাভাবক— সেইবিলাক বিষয়বস্তুৰ প্ৰকাশ গণিতৰ জোখ মাখ, ৰেখা বা ছবি আৰু পৰিসংখ্যাৰ মাজেদি বিজ্ঞানী ভাষাৰে পোনপতীয়াকৈ প্ৰকাশ কৰোঁতে শুকান, নীৰস আদি বদনামৰ হাত সাৰিবলৈ বৰ টান। সেই কাৰণেই আজি বিজ্ঞানৰ ৰচনাক সাহিত্যৰ সাজপোচাক পিন্ধাই, গল্প, প্ৰৱন্ধ কবিতা উপন্যাসৰ বেশেৰে জনসাধাৰণ, পঢ়ুৱৈ সমাজৰ হৃদয়গ্ৰাহীকৈ



আকৰ্ষিত কৰিবৰ চেষ্টাৰেই বিজ্ঞান সাহিত্য, বিজ্ঞানৰ কথাবোৰ বা শব্দবোৰ হুঁটা হলেও সেইখিনিকে "ৰহিব জানিলে মাটিয়েই পীৰা, খাব জানিলে চাউলেই চিৰা" ভাবেৰে ৰহস্য উদ্ঘাটনত সাহিত্যৰ ৰস-সৃষ্টি কৰিলে সেইয়া সুপাঠ্য সুশ্ৰব্য নহৈ নোৱাৰে। কিন্তু তেনে কৰিবলৈ যাওঁতে ভাষাৰ প্ৰয়োগ আৰু সাহিত্যৰ সৃষ্টিত যাতে বিজ্ঞানৰ মূল ভাবাৰ্থ হেৰাই নেযায় তালৈ নিশ্চয় লক্ষ্য ৰাখিবই লাগিব। প্ৰাঞ্জলভাষাৰে, সাহিত্যত সৃষ্টিহোৱা মৌসনা ৰসেৰে, বিজ্ঞানৰ বতৰা পাঠকৰ ৰুচিসম্পন্ন আৰু জনপ্ৰিয় কৰিবলৈ যাওঁতে যাতে বিজ্ঞানৰ বিষয় বস্তুৰ প্ৰকাশত বিকৃত ৰূপ ধাৰণ নকৰে তাৰবাবে সতৰ্ক হোৱা উচিত। আনহাতে কেৱল বিজ্ঞানৰ তথ্যসমূহকে পোনপটীয়াকৈ গোটগোটভাৱে প্ৰকাশ কৰিলে সেইয়া বিজ্ঞানৰ সূত্ৰ বুলি সাধাৰণৰ বাবে নহৈ বিজ্ঞান ছাত্ৰৰ পাঠ্যপুথিহে হবগৈ। বিজ্ঞানৰ ৰহস্যক ৰহনসানি বৰ্ণনাৰ সীমা চেৰাই, বিজ্ঞান সূত্ৰৰ আঁত হেৰুৱালে তেনে বিজ্ঞান সাহিত্য, জনপ্ৰিয় হোৱা দূৰৈৰ কথা ভুলব্যাখ্যাৰে ক্ষতিকাৰকো হব পাৰে। সাহিত্যৰ ৰস লগাই, চুটি চুটি বাক্যৰে, জটিলশব্দ আৰু অলঙ্কাৰ বিহীন ৰচনাত স্পষ্ট মতবাদ বিজ্ঞানৰ বতৰা প্ৰকাশ কৰিলে—সেইয়া জনপ্ৰিয় বিজ্ঞান সাহিত্য নহৈ নোৱাৰে। উপস্থাপনৰ বেলিকা আৰু এটা বিশেষ কথা মনকৰিবলগীয়া যে যি বিষয়ত বিজ্ঞান সাহিত্য সৃষ্টি কৰিব খোজে সেই বিষয়ত লেখকৰ পূৰ্ণ আধিপত্য থাকিব লাগিব। কৰবাত থপিয়াই পটি পৰৰ বিজ্ঞান বিষয় এটাক বিজ্ঞান সাহিত্যৰ বিষয়বস্তু বুলি ললে অনেক সময়ত লেখকৰ তুলিকাত খোকোজা আৰু পাঠকৰ মনত থুহুৰনি দুয়োটাৰ সৃষ্টি হব পাৰে।

জনপ্ৰিয় বিজ্ঞান সাহিত্যৰ নব আন্দোলন গাঢ় উঠিলেও বিজ্ঞান সাহিত্যৰ মজিয়াত আমাৰ জনপ্ৰিয় বিজ্ঞান আলোচনী "বিজ্ঞান জেউতি" য়ে বহুদিন আগতেই গা দেখা দিছে। হলেও কিন্তু বহুসময়ত এই বিজ্ঞান জেউতিৰ কিছু অৱদানত "বিজ্ঞান বিজ্ঞানেই—সেইয়া সাহিত্য নহয়" পৰিবেশত জনসাধাৰণৰ মন আকৰ্ষণত বিফল নোহোৱাও নহয়। তথাপি বিজ্ঞান জেউতীয়ে আমি ভবাতকৈ বহু আগৰ পৰাই সাহিত্যৰ

মাধ্যমেৰে বিজ্ঞানক প্ৰকাশ কৰি অসমীয়া ভাষালৈ অতুলনীয় বৰঙনি যোগাইছে। তাৰোপৰি অসমীয়া ভাষাত বহুতদিনৰ পৰাই সময়ৰ সৈতে যুগৰ প্ৰয়োজনীয়তাত বিভিন্নজনে বিজ্ঞান সাহিত্যৰ ইতিহাসৰ পাতনি মেলি আহিছে। ইয়াৰ ভিতৰত তাহানিৰ সত্যনাথবৰাৰ 'আকাশ ৰহস্য' দণ্ডিৰাম দত্তৰ 'কৌতুক' আৰু 'কাইবেলী অঙ্ক' ললিত কুমাৰৰ কৰাৰ 'ইলা ভনীটিলৈ মুকলি চিঠি'' বিশেষভাৱে উল্লেখযোগ্য। ইয়াৰ পাছে পাছে বিজ্ঞানৰ ন ন বতৰা দিবলৈ; আৰু প্ৰয়োজন বুজি ব্যৱহাৰিক বিজ্ঞানক জনসাধাৰণৰ কাষলৈ আনিবলৈ সময়ে সময়ে বিজ্ঞান সাহিত্যৰ বৰঙনি আগবঢ়োৱাত দীনেশ গোস্বামীৰ ''বিশ্ব ব্ৰহ্মাণ্ড'', মহেন্দ্ৰ বৰঠাকুৰৰ "পনীয়া সোণৰ দেশ'', বিজয়কৃষ্ণ দেৱ শৰ্মাৰ 'সাগৰ দেখাৰ সাগৰ' শান্তনু তামুলীৰ "অসমৰ বনৌষধি" ডাঃ মথুৰা নাথ ভটাচাৰ্য্যৰ 'চিকিৎসা-বিজ্ঞানৰ ইতিহাস' ডিম্বেশ্বৰ চলিহাৰ ''প্ৰাণীজগতৰ বিস্ময়', ধীৰেণ বৰঠাকুৰৰ ''গছৰ বেমাৰ আৰু নিবাৰণ' আদি বহুতৰ নাম বিশেষভাৱে উল্লেখযোগ্য। এতিয়ালৈকে অসমত চাৰিশৰো অধিক বিজ্ঞানৰচনাৰ গ্ৰন্থ প্ৰকাশ হলেও আটাইখিনি সাহিত্যৰ সাজ-পোচাক আছে বুলি কব নোৱাৰি আৰু সকলো গ্ৰন্থই জনপ্ৰিয়তাও লাভ কৰা নাই।

সেয়েহে আমাক বহুত ন-ন বিজ্ঞানী লেখক লাগে- আৰু সেই বিজ্ঞান সাহিত্যৰ সৃষ্টিৰ বাবে অনুশীলন আৰু কৰ্মশালাৰো প্ৰয়োজন। বিজ্ঞান বিষয়ৰ হেজাৰ বিজাৰ সামগ্ৰীৰে বহু বিজ্ঞান সাহিত্যৰ প্ৰস্তুতিৰ বাবে থল আছে। শিশুবিজ্ঞান আলোচনী, ছাত্ৰ-ছাত্ৰীৰ বিজ্ঞান আলোচনী, ব্যৱহাৰিক বিজ্ঞানৰ আলোচনী আৰু সাধাৰণৰ বাবে আচুতীয়া বিজ্ঞান সাহিত্যৰ আমাক জনপ্ৰিয় অলোচনী লাগে। তালৈ আমাৰ অসমৰ সাহিত্য সেৱীসকল, ভিন্ন ভিন্ন তৃপ্তিৰ মনোগ্ৰাহী বিজ্ঞান সাহিত্য সৃষ্টি কৰিবলৈ আগবাঢ়ি আহক।

---



# অসমীয়া ভাষাত জনপ্ৰিয় বিজ্ঞান সাহিত্য

ড° মহেন্দ্ৰ নাথ বৰা

কোনো এটা জাতিৰ আবেগিক উচ্ছাসবোৰ ধ্বনিগত ৰূপ দিয়াৰ প্ৰচেষ্টাৰ ফলতে সেইটো জাতিৰ ভাষাৰ জন্ম হয়। জাতি এটাৰ হাঁহি কান্দোন আৰু সুখ দুখবোৰ ভাষাৰ মাধ্যমেৰে প্ৰতিবিম্বিত হয় সমাজ-খনৰ দাপোন স্বৰূপ সাহিত্যত। বিজ্ঞান আৰু প্ৰযুক্তিবিদ্যাৰ অবদানেৰে জনজীৱনক জগাই তুলিবলৈ যাওঁতে কোনো জাতিৰ সাহিত্য মঞ্চত বিজ্ঞানৰ বতৰাবোৰেৰো প্ৰবেশ কৰে। তেতিয়াই সেই জাতিৰ মজিয়াত বিজ্ঞান সাহিত্যৰ জন্ম হয়।

বিজ্ঞান সাহিত্যক মুখ্যতঃ তিনিটা ভাগত ভগাব পাৰি। সেইয়া হৈছে বিদ্যাৰ্থী বিজ্ঞান সাহিত্য, জনপ্ৰিয় বিজ্ঞান সাহিত্য আৰু গৱেষণামুখক বিজ্ঞান সাহিত্য। নানা শাখা প্ৰশাখা আৰু তথ্যেৰে ভৰা বিজ্ঞান বিষয়ক পোনপটীয়াকৈ আলোচনা কৰা বিধ 'বিদ্যাৰ্থী বিজ্ঞান সাহিত্যত' পৰে। বিজ্ঞানৰ বিবিধ বতৰাবোৰক গল্প, প্ৰবন্ধ, উপন্যাসিকা, নাটক, কবিতা, গান আৰু কথোপকথন আদি নানা প্ৰকাৰে মনোগ্ৰাহী কৰি সৰ্বসাধাৰনেও আদৰি লব পৰাকৈ জনগণৰ আগত উপস্থাপন কৰা বিধক 'জনপ্ৰিয় বিজ্ঞান সাহিত্য' বোলা হয়। বিজ্ঞান গৱেষণাৰ ন-ন তত্ব আৰু আৱিষ্কাৰৰ জটিল আৰু মৌলিক বিষয়ৰ ওপৰত লিখাবোৰক 'গৱেষণামূলক সাহিত্য' বুলি কব পাৰি। পুথি, আলোচনী, বাতৰি কাকত, ৰেডিঅ' বাৰ্ত্তা, দূৰদৰ্শন আৰু কম্পিউটাৰ আঁচনিবোৰেই হৈছে জনপ্ৰিয় বিজ্ঞান সাহিত্যৰ মাধ্যম। এইবোৰৰ উপৰিও ব্যক্তিগত যোগাযোগ, আলোচনা চক্ৰ, কুইজ আৰু ৰচনা প্ৰতিযোগিতা আদিৰ মাজেদিও জনপ্ৰিয় বিজ্ঞান সাহিত্যই বিকাশ লাভ কৰে।

সাহিত্য হৈছে এবিধ কলা। কলাকাৰৰ কাৰুকাৰ্য্যই বিষয়বস্তুক সাহিত্য ৰূপত ৰসাল কৰি তোলে। সাহিত্যৰ ৰস সহজভাৱে সকলোৰে

উপভোগ কৰিব পাৰে। বিজ্ঞানৰ জ্ঞানক বৈজ্ঞানিক তথ্যৰূপে সৰ্ব-সাধাৰণ ৰাইজে গ্ৰহণ কৰিবলৈ টান পায়। কিন্তু কথাকাৰৰ সৃষ্টিশীল প্ৰতিভাৰ পৰশত বিজ্ঞান আৰু প্ৰযুক্তি বিদ্যাৰ জ্ঞান সাহিত্যৰ মাধ্যমৰে ৰসাল ৰূপত উপস্থাপন হ'লে সি সকলোৰে বাবে সমাদৃত আৰু গ্ৰহণযোগ্য হব। এই কথালৈ লক্ষ্য ৰাখিয়েই তাহানিথনৰ পৰাই সমাজ সচেতক বিজ্ঞানী আৰু দাৰ্শনিকসকলে সকলোৰে সমাদৃত আৰু গ্ৰহণযোগ্য জনপ্ৰিয় বিজ্ঞান সাহিত্য ৰচি আহিছে।

খনিজ পদাৰ্থৰ ওপৰত পোনপ্ৰথমে গৱেষণাৰ পাতনি মেলা জাৰ্মেনী বিজ্ঞানী জৰ্জিয়াছ এগ্ৰিকোলাই কৈছিল "বিজ্ঞানৰ বিবিধ কৌশলৰ ফলবোৰ জন সাধাৰণৰ পৰা গুপুতে ৰাখিব নেলাগে। সেইবোৰক সৰ্বসাধাৰণ ৰাইজে কামত খটুৱাব পৰাকৈ সহজ সৰলকৈ মাতৃভাষাত প্ৰকাশ কৰিব লাগে।"

১৫৫৬ চনত এইজন বৰেন্য বিজ্ঞানীয়ে খনিজ পদাৰ্থৰ আৱিষ্কাৰ আৰু আগলৈ জনহিতকৰ কেনেধৰণৰ গৱেষণা চলোৱা উচিত, তাৰ বাস্তৱমুখী ইঙ্গিতেৰে 'ডাঃ ৰিঃ মেটেলিকা' নামৰ গ্ৰন্থৰ ১২টা খণ্ডক জনপ্ৰিয় কৰি লেটিন ভাষাত লিখি প্ৰকাশ কৰিলে। পুথিখনে ইমান জনপ্ৰিয়তা লাভ কৰিলে যে তাৰ আটাইকেইটা খণ্ড জাৰ্মেনী আৰু ইটালী ভাষালৈ অনুবাদ হ'ল। তাৰ পিছত আন আন ভাষালৈও অনুবাদ হবলৈ ধৰিলে। এনেদৰে বিভিন্ন মাতৃভাষাত প্ৰকাশিত এই জনপ্ৰিয় বিজ্ঞান সাহিত্যই চকুপচাৰতে পশ্চিমীয়া সমাজলৈ খনিজ বিজ্ঞানৰ দিশত যুগান্তকাৰী আলোড়ন আনিলে। এনেকৈ ইতিহাসৰ পাত মেলিলে দেখা পোৱা যায় একোটাজাতিৰ সাহিত্য কাননলৈ বিজ্ঞানে জনপ্ৰিয় সাহিত্য ৰূপে প্ৰবেশ কৰাৰ ফলত জনসাধাৰণে তাৰ সৌৰভ পানকৰি বৈজ্ঞানিক বাতাবৰনেৰে সমাজক উদ্বুদ্ধ কৰি প্ৰগতিৰ সোপানত ক্ষীপ্ৰগতিৰে খোজ বুলাইছে। পশ্চিমীয়া দেশবোৰৰ মাতৃভাষাবোৰত কথা বিষয়ৰ সাহিত্যৰ দৰে ঠন ধৰি উঠা হাজাৰ বিজাৰ জনপ্ৰিয় বিজ্ঞান সাহিত্যই সামাজিক সংস্কাৰ আৰু বিকাশৰ গতিশীল বাহক হিচাপে সুন্দৰ ভূমিকা লবলৈ ধৰিলে। মাতৃ ভাষাৰ জনপ্ৰিয় বিজ্ঞান



সাহিত্যৰে চহকী দেশৰ জনগনে মাতৃভাষাতে প্ৰকাশিত বিজ্ঞানৰ আমোদজনক বতৰাবোৰ হেলাৰঙে পঢ়িবলৈ পাই কু-প্ৰথা অন্ধ-বিশ্বাস আৰু ভ্ৰান্তধাৰণাৰ নিহালি এৰি বৈজ্ঞানিক সচেতনতাৰে সকলো কথা চালি জাৰি চাবলৈ শিকিলে। তেওঁলোক সৃষ্টিধৰ্মী হ'ল, কৰ্মমুখী হ'ল আৰু ন-ন বিজ্ঞান আৱিষ্কাৰক জীৱন যাত্ৰাৰ লগত সাঙুৰি লবলৈ হিলদোল ভাঙি ওলাই আহিল।

আজি ইংৰাজী ৰাছীয়ান, জাৰ্মান, ফৰাছী, ইটালিয়ান, জাপানী, চীনা আদি নানান ভাষাত শত-সহস্ৰ জনপ্ৰিয় বিজ্ঞান পুথিৰ বিকাশে গগণ চুম্বিছে।

ভাৰতীয় ভাষাসমূহে বিশ্বৰ জনপ্ৰিয় বিজ্ঞান সাহিত্যৰ দৰবাৰলৈ আগবঢ়োৱা অৰিহনা নিচেই নগণ্য। ইয়াৰ মূল কাৰণ হৈছে ভাৰতীয় জীৱনযাত্ৰাত বিজ্ঞান আৰু প্ৰযুক্তিবিদ্যাই বৰ পলমকৈ প্ৰভাৱ পেলোৱাতো। তাৰোপৰি ভাৰতীয় দৰ্শনত বহুত দিনলৈকে বিজ্ঞানক তাত্বিক আলোচনাৰ মাজতে সীমাবদ্ধ কৰি ৰখা হ'ল। সেয়ে ইয়াৰ বিভিন্ন ভাষাত জনপ্ৰিয় বিজ্ঞান সাহিত্যৰ জন্মও পলমকৈ হ'ল। জাপানত আঞ্চলিক ভাষাত প্ৰকাশিত জনপ্ৰিয় বিজ্ঞান সাহিত্যই জন-জাগৰণ অনা দেখি উদ্বুদ্ধ হৈ জনতাৰ আপোন বিজ্ঞানী সত্যেন বোসে গৱেষণা আৰু অধ্যাপনাৰ উপৰিও বঙালী ভাষাত জনপ্ৰিয় বিজ্ঞান সাহিত্য সৃষ্টি কৰাৰ ক্ষেত্ৰত দেহেকেহে আত্মনিয়োগ কৰিলে। তেওঁৰ আশাশুধীয়া চেষ্টাতে ১৯৪১ চনত ঢাকাৰপৰা 'বিজ্ঞান পৰিচয়' প্ৰকাশ পালে। তেতিয়াৰ পৰাহে প্ৰকৃতাৰ্থত ভাৰতীয় সৰ্বসাধাৰণে মাতৃভাষাত লিখা জনপ্ৰিয় বিজ্ঞান লিখনিৰে বিজ্ঞান সচেতন হবলৈ সুযোগ পাইছে বুলি কব পাৰি। আজি বঙালী, হিন্দী, মাৰাঠী, তেলেগু, মালায়ালম, গুজৰাটী, পঞ্জাবী, উৰ্দু আদি আঞ্চলিক ভাষাত লিখা বিবিধ জনপ্ৰিয় বিজ্ঞান সাহিত্যই বেচ গা কৰি উঠিছে।

বিজ্ঞানৰ পচোৱা বতাহ আওহতীয়া উত্তৰ পূৱ অঞ্চলত ভুমুকি মাৰোতে অলপ পলম হ'ল। নানান প্ৰাকৃতিক সম্পদেৰে ভৰপুৰ পূৱ প্ৰান্তৰলৈ বিজ্ঞান আৰু প্ৰযুক্তি-বিদ্যাৰ বিবিধ কাৰিকৰী উদ্যোগহে

আমদানি কৰা হ'ল ; কিন্তু সেইবোৰৰ জ্ঞান মাতৃ ভাষাত দিয়া আৰু সেই বিষয়ৰ জনপ্ৰিয় বিজ্ঞান সাহিত্য সৃষ্টিৰ বাবে কোনো ধৰণৰ প্ৰচেষ্টা আমাৰ ইয়াত লোৱা নহ'ল । গতিকে বিজ্ঞান সচেতনতাৰ অভাৱত আৰু বিজ্ঞান বিষয়টোক পঢ়াশালিত অৱহেলিত বিষয় হিচাপে গণ্য কৰাৰ কাৰণে দুই এখন অসমীয়া আলোচনী আৰু খবৰ কাগজত চেগা চোৰোকাকৈ দুই এটা বিজ্ঞান প্ৰবন্ধ ওলাই থকাৰ বাহিৰে এই শতিকাৰ ষষ্ঠদশকৰ আগলৈকে অসমীয়া ভাষাত জনপ্ৰিয় বিজ্ঞান সাহিত্যৰ প্ৰকৃতাৰ্থত জন্ম নাইহোৱা বুলিয়েই কব পাৰি ।

১৯৬৮-৬৯ চনত ভাৰত চৰকাৰে প্ৰৱৰ্ত্তন কৰা ভাষানীতি আৰু বিশ্ববিদ্যালয় মহললৈকে আঞ্চলিক ভাষাক শিক্ষাৰ মাধ্যম হিচাপে গণ্য কৰাত, তাৰোপৰি স্কুলত বিজ্ঞান শিক্ষাক বাধ্যতামূলক কৰাৰ ফলত ষাঠী দশকৰ আৰম্ভনীৰ পৰা অসমীয়া ভাষাত বিদ্যাৰ্থী বিজ্ঞান সাহিত্যই গা কৰি উঠে । এই প্ৰসঙ্গতে উল্লেখ কৰিব পাৰি যে কটন কলেজৰ প্ৰাক্তন অধ্যাপক চন্দ্ৰমল্ল কাকতিৰ দৰে বিজ্ঞান শিক্ষকৰ বিদ্যাৰ্থী বিজ্ঞান পুথিয়ে ষাঠীদশকৰ পৰাই ছাত্ৰ-ছাত্ৰীৰ মন জয় কৰি আহিছে । এনেকৈ পাঠ্য-পুথি ৰচনাৰ তাগিদাতেই অসমীয়া ভাষাত বহুতো বিজ্ঞান পুথি ৰচিত হৈছে । এনেবোৰ পুথিৰ লক্ষ্য আৰু উদ্দেশ্য কেৱল ছাত্ৰ-ছাত্ৰীক বিষয়বস্তু বুজাই দিয়াতে সীমাবদ্ধ । সেয়ে এইবোৰ পুথিৰ জনপ্ৰিয় বিজ্ঞান সাহিত্যৰ ভৰাঁল টনকিয়াল কৰিছে বুলি কব নোৱাৰে ।

১৯৬৬ চনৰ পৰা ১৯৭৬ চনলৈকে এই দহ বছৰৰ ভিতৰত ভাৰতীয় অন্যান্য ভাষাত প্ৰকাশিত জনপ্ৰিয় বিজ্ঞান সাহিত্যৰ লগত অসমীয়া জনপ্ৰিয় বিজ্ঞান সাহিত্যক বিজাই চালেই এই দিশত আমাৰ চৰম দৈন্যতাৰ কথা সহজে অনুমান কৰিব পাৰি । এই কালচোৱা বিজ্ঞান আৰু প্ৰযুক্তি বিদ্যাৰ ভাৰতীয় বিভিন্ন ভাষাৰ ২০৭ খন পুথিৰ ভিতৰত অসমীয়াত মাত্ৰ ৫ খন, ৰসায়ন বিজ্ঞানৰ ১৮৯ খনৰ ভিতৰত ৪ খন, ভূ-বিদ্যাৰ ১৫৮ খনৰ ভিতৰত অসমীয়াত মাত্ৰ ৩ খন, চিকিৎসা বিষয়ক ৬৯৯ খনৰ ভিতৰত মাত্ৰ ১২ খন আৰু জীৱ-বিদ্যাত ১৩৯ খনৰ ভিতৰত অসমীয়াত ৩ খনহে। এই কালছোৱাত জ্যোতিবিজ্ঞান,



প্ৰযুক্তি-বিদ্যা আৰু নিৰ্মান উদ্যোগৰ ভাৰতীয় ভাষা সমূহৰ ক্ৰমে ৬৫. ৮৮ আৰু ১৮খন পুথিৰ ভিতৰত অসমীয়া ভাষাত উক্ত বিষয়ৰ এখনো পুথি প্ৰকাশ পোৱা নাছিল। আনহাতে অসমীয়া সাহিত্য পুথিৰ ইতিহাসৰ পাত লেখিলেও দেখা-যায় যে ১৯৫৮ চনৰ পৰা ১৯৭৪ চনলৈকে প্ৰকাশিত ২২৭০ খনৰ ভিতৰত বিজ্ঞান বিষয়ৰ পুথি মাত্ৰ ১২৩ খনহে। অসমীয়া জনপ্ৰিয় বিজ্ঞান সাহিত্যৰ এই নিচলা অৱস্থাৰ বাবে আক্ষেপ ওপজে । কিয়নো আবহমান কালৰে পৰাই যে ধীৰ গতিত হ'লেও অসমীয়া জনপ্ৰিয় বিজ্ঞান সাহিত্যৰ ধাৰা প্ৰৱাহিত হৈ আছিল । ষষ্ঠ শতিকাৰ আগৰ পৰাই প্ৰচলিত ডাক বচন সমূহত অসমীয়া জাতীয় জীৱনৰ লগত জড়িত স্বাস্থ্যনীতি, কৃষিবতৰা, সন্তান পালন আদি বিষয়ৰ বৈজ্ঞানিক কথাবোৰে অসমীয়া জনপ্ৰিয় বিজ্ঞান সাহিত্যৰ স্বাক্ষৰ বহন কৰিছে বুলি কব পাৰি । প্ৰাচীন অসমীয়া জনপ্ৰিয় বিজ্ঞান সাহিত্যৰ অপূৰ্ব নিদৰ্শন দাঙি ধৰিছে 'হস্তি বিদ্যাৰ্ণৱ' পুথিয়ে। ১৯১৬ চনত প্ৰকাশিত সত্যনাথ বৰাৰ 'আকাশৰ ৰহস্য' পুথিয়ে পাঠ্য পুথিৰ গণ্ডীৰ পৰা অসমীয়া জনপ্ৰিয় বিজ্ঞান সাহিত্যলৈ মোত সলালে । নাথন ব্ৰাউনৰ উদ্যোগত ১৮৪৫ চনৰ পৰাই অসমীয়া জনপ্ৰিয় বিজ্ঞান সাহিত্যই গা কৰি উঠিলে । অৰুণোদয়ত নিয়মীয়াকৈ প্ৰকাশিত স্বাস্থ্য বিষয়ৰ লিখনি সমূহো অসমীয়া জনপ্ৰিয় বিজ্ঞান সাহিত্যৰ অপূৰ্ব চানেকী । এইয়া সম্ভৱপৰ হৈছিল— প্ৰাচীন অসমৰ সচেতনশীল জনগণৰ স্বকীয় চিন্তা চৰ্চাৰ বাবে । কিন্তু ভাৰতীয় জাতিৰ এনে পৰম্পৰা থকা স্বত্বেও আমাৰ সাহিত্যিক সকলৰ মন বিজ্ঞান বিষয়ৰ লিখনিৰ প্ৰতি ধাবিত নোহোৱাত আৰু সত্যেন বোস তথা চি ভি ৰমনৰ নিচিনা জনতামুখী সচেতন বিজ্ঞানীৰ অভাৱৰ ফলত চালুকীয়া অসমীয়া জনপ্ৰিয় বিজ্ঞান সাহিত্যই ষাঠী দশকৰ শেষলৈকে ভাৰতীয় আন আন ভাষাৰ বিজ্ঞান সাহিত্যৰ তুলনাত পয়ঁা লাগি থাকিবলগীয়া হ'ল । সুখৰ বিষয় যে সত্তৰৰ দশকৰ আৰম্ভনিৰে পৰা বিজ্ঞানক জনপ্ৰিয় কৰি তোলাৰ মানসেৰে বিবিধ বিজ্ঞান লিখনিৰে অনেক লিখকৰ কাপ সজীৱ হৈ পৰিল । তাৰোপৰি, ছাত্ৰ, শিক্ষক, অধ্যাপক আৰু সাধাৰণ লোকৰ মাজত সংগঠিত

হবলৈ ধৰা বিজ্ঞান আলোচনা চক্ৰ, ৰচনা, কুইজ আদিৰ প্ৰতিযোগিতা ৰেডিঅ', দূৰদৰ্শনৰ আঁচনি আদিয়ে অসমীয়া জনপ্ৰিয় কথিত আৰু পঠিত বিজ্ঞান সাহিত্য কাননলৈ জাগৰণৰ ঢল আনিলে।

ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ পাঠ্যপুথি প্ৰস্তুতি সমন্বয় সমিতি, অসম ৰাজ্যিক পাঠ্যপুথি প্ৰণয়ন আৰু প্ৰকাশন লিমিটেড, অসম বিজ্ঞান সমিতি, অসম সাহিত্য সভা প্ৰমুখ্যে বিভিন্ন চৰকাৰী আৰু বেচৰকাৰী প্ৰকাশক সংগঠনে বিবিধ বিজ্ঞান পুথি প্ৰকাশ কৰি অসমীয়া জনপ্ৰিয় বিজ্ঞান সাহিত্যৰ জেউতি চৰাইছে। ১৯৭৩ চনত প্ৰকাশিত অসমীয়া বৈজ্ঞানিক পৰিভাষাই অসমীয়া ভাষাত বিজ্ঞান জ্ঞানৰ পৰিসৰ বঢ়োৱাৰ ক্ষেত্ৰত অনবদ্য প্ৰেৰণা যোগাইছে। ১৯৭৫ চনত অসম সাহিত্য সভাই প্ৰকাশ কৰা ড° মথুৰা নাথ ভট্টাচাৰ্য্যৰ 'চিকিৎসা বিজ্ঞানৰ ইতিহাস' অসমীয়া ভাষাত প্ৰথম বিজ্ঞানৰ বুৰঞ্জী পুথি। ১৯৫৯ চনতে আহমেদ হুছেইনে ম: কুদৰত্ ইখদাবৰ বিজ্ঞানৰ বিচিত্ৰ কাহিনী অনুবাদ কৰি অসমীয়া জনপ্ৰিয় বিজ্ঞান সাহিত্যলৈ অনুবাদ সাহিত্যৰ বাট মোকোলালে। যোৱা বছৰ কেইটাত দুই এখন ইংৰাজী পুথিৰ উপৰিও নেচনেল বুক ট্ৰাষ্টৰ আন এখন ভাষাৰ কেবাখনো বিজ্ঞান পুথি অসমীয়া ভাষালৈ অনুবাদ কৰা হৈছে। ১৯৮০ চনলৈকে বিজ্ঞানৰ বিভিন্ন বিষয়ৰ ৩৭০ খন-মান অসমীয়া জনপ্ৰিয় বিজ্ঞান পুথি ৰচনা হ'ল। তাৰে ১০২ খনেই চিকিৎসা বিষয়ৰ পুথি। উল্লেখযোগ্য যে যোৱা ৬ টা বছৰত অসমীয়া জনপ্ৰিয় বিজ্ঞান পুথিয়ে প্ৰায় দুগুনবৰ কাষ চাপিছে। প্ৰাথমিক বিজ্ঞান কোষৰ এতিয়ালৈকে প্ৰকাশিত চাৰিটা খণ্ড আৰু প্ৰকাশন পৰিষদে প্ৰকাশ কৰা জ্ঞানকোষে বিজ্ঞান সাহিত্যলৈ কম অৰিহনা আগবঢ়োৱা নাই। অসমীয়া জনপ্ৰিয় বিজ্ঞান সাহিত্যৰ এই প্ৰগতি আমাৰ জাতিৰ বাবে সুখৰ খবৰ।

অসম বিজ্ঞান সমিতিয়ে ১৯৭১ চনৰ পৰা প্ৰকাশ কৰা বিজ্ঞান জেউতিয়েই দহ বছৰৰ আগলৈকে এক মাত্ৰ অসমীয়া বিজ্ঞান আলোচনী হিচাপে জনগনৰ মনৰ খোৰাক জগাই অহাৰ উপৰিও বহুজন বিজ্ঞান সাহিত্যিকৰ আত্ম প্ৰকাশৰ সুযোগ দিলে। অসমীয়া জনপ্ৰিয় বিজ্ঞান



সাহিত্যলৈ আশাশুধীয়া বৰঙণি আগবঢ়োৱা বিজ্ঞান জেউতিক ১৯৭৮ চনৰ পৰা বাইজৰ মৰমৰ তাগিদাত তিনিমহীয়াৰ ঠাইত দুমহীয়া কৰা হৈছে। আলোচনীখন এমহীয়া কৰাৰ বাবে বহুত দিনৰ পৰাই জনমত গঢ়ি উঠিছে। যোৱা কেইবছৰত কথা-সংস্কৃতিৰ অসমীয়া আলোচনী বৃদ্ধি পোৱাৰ দৰে কেবাখনো অসমীয়া বিজ্ঞান আলোচনীয়ে ভুমুকি মাৰিছে। ১৯৭০-৭১ চনত প্ৰকাশিত 'দেহমন' আৰু 'স্বাস্থ্য প্ৰদীপ' আলোচনীয়ে অসমীয়া ভাষাত স্বাস্থ্য বিজ্ঞান চৰ্চাৰ ন-দিগন্তৰ পথ সূচনা কৰিছিল। ১৯৭৩-৭৪ চনত গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা 'লহৰ' নামৰ বিজ্ঞান আলোচনী প্ৰকাশ কৰি অসমীয়া ভাষাত বিজ্ঞান জাগৰণৰ লহৰ তুলিছিল। কটন কলেজৰ ১৯৭৪-৭৫ চনৰ 'স্পন্দন' আলোচনীয়ে ছাত্ৰ-ছাত্ৰীৰ উপৰিও সাধাৰণ পাঠককো স্পন্দিত কৰিছিল। কিন্তু পৰিতাপৰ কথা যে এই আটাইবোৰ আলোচনী অতীতৰ বুকুত জাহ গ'ল। ১৯৭৫ চনৰ পৰা ডিব্ৰুগড় বিশ্ববিদ্যালয় পদাৰ্থ বিজ্ঞান বিভাগৰ পৰা প্ৰকাশ পোৱা 'পদাৰ্থ বিজ্ঞান পত্ৰিকা' নামৰ বছেৰেকীয়া আলোচনী খনে পদাৰ্থ বিজ্ঞানৰ নৱ আৱিষ্কাৰ আৰু গৱেষণা বিষয় বস্তুক অসমীয়া ভাষাত প্ৰকাশ কৰি পাঠকৰ মন জুৰুৱাব পৰাতো বিশেষ মন কৰিবলগীয়া কথা। এনেকৈ ৰসায়ন, প্ৰাণী, উদ্ভিদ আদি বিজ্ঞানৰ নানান শাখাৰ পত্ৰিকাও প্ৰকাশ পোৱা হ'লে পাঠক উপকৃত হোৱাৰ উপৰিও অসমীয়া জনপ্ৰিয় বিজ্ঞান সাহিত্যৰ ভঁৰাল কিমান চহকী হ'লহেতেন, সেইয়া সহজে অনুমেয়। যোৱা দশকটোত অসম বিজ্ঞান সমিতিৰ বাৰ্ষিক অধিবেশনত প্ৰকাশিত স্মৃতিগ্ৰন্থবোৰে অসমীয়া বিজ্ঞান আলোচনী সাহিত্য লৈ কম অৰিহনা আগবঢ়োৱা নাই। ১৯৭৪ চনত 'ড' হিৰণ্য ভূঞা স্মৃতিগ্ৰন্থ" আৰু ১৯৭৬ চনত "বিজ্ঞান ৰচনা" অসম বিজ্ঞান সমিতিয়ে প্ৰকাশ কৰি অসমীয়া বিজ্ঞান আলোচনী সাহিত্যলৈ বিশেষ অৰিহনা যোগোৱাৰ লগতে বিজ্ঞান লিখনিৰ বাবে ন-লেখকক আত্ম প্ৰকাশৰ সুন্দৰ সুযোগ দিলে। ১৯৮১ চনৰ পৰা চেগা চোৰোকাকৈ হলেও ছাত্ৰ বিজ্ঞান সমিতিয়ে প্ৰকাশ কৰা নিউক্লিয়াৰ্চ আলোচনীয়ে নতুন পুৰুষৰ উপৰিও সকলো শ্ৰেণীৰ পাঠকৰ বিজ্ঞানৰ

খোৰাক যোগাইছে । ১৯৭৯-৮০ চনত অসম বিজ্ঞান সমিতিৰ নগাওঁ শাখাই বছেৰেকীয়া মুখপত্ৰ হিচাপে প্ৰকাশ কৰা "বিজ্ঞান বৰ্ণালী"ৰ লেখীয়াকৈ ভালেমান কেইটা বিজ্ঞান শাখাই উলিওৱা মুখপত্ৰবোৰ অসমীয়া বিজ্ঞান আলোচনী সাহিত্যলৈ অৰিহনা আগবঢ়াইছে । তাৰোপৰি অৰুণোদয় যুগৰপৰা, বাঁহী, আবাহন, ৰামধেনু আদি যুগ সৃষ্টিকাৰী আলোচনীৰ পাতত বিজ্ঞান লিখনিয়ে জকমকাই আছিল । বৰ্ত্তমান প্ৰকাশিত প্ৰায়বোৰ চিন্তাশীল আলোচনীত বিবিধ বিজ্ঞানৰ বতৰা গল্প, প্ৰবন্ধ নাটক আৰু উপন্যাসিকা আদি ৰূপত প্ৰকাশ পোৱা আৰু পাঠকৰ সমাদৰ পোৱাটো বেচ মনকৰিবলগীয়া কথা । ৰামধেনুৰ পাতৰ বিজ্ঞান স্তম্ভৰ দৰে এই যুগৰ প্ৰান্তিক আৰু প্ৰকাশ আদিত বিজ্ঞান লিখনিৰ বাবে নিয়মীয়া শিতান আছে । অসম সাহিত্য সভা পত্ৰিকাতো বিজ্ঞান লিখনিয়ে সুৰাই আছে । পশু পালন, কৃষি আৰু স্বাস্থ্য ৰক্ষাৰ বিষয়ে চৰকাৰে সৰু সৰু পুস্তিকা প্ৰকাশ কৰা, জনগণক বিজ্ঞান আৰু ক্ষুদ্ৰ উদ্যোগৰ বতৰাৰে জাগ্ৰত কৰাৰ প্ৰয়াস কৰাটো মনকৰিবলগীয়া ।

১৯৭৯ চনত অসম বিজ্ঞান সমিতিৰ নলবাৰী শাখাই 'বিজ্ঞান পত্ৰ' উত্তৰ লক্ষীমপুৰ বিজ্ঞান শাখাই 'বিজ্ঞান বাৰ্ত্তা' আৰু ডিব্ৰুগড় জিলা সমন্বয় ৰক্ষী সমিতিয়ে 'জন বিজ্ঞান' প্ৰকাশ কৰি অসমীয়া ভাষাত বিজ্ঞান বাতৰি কাকতৰ দীৰ্ঘ দিনীয়া অভাৱ কিঞ্চিত হলেও পূৰণ কৰিছে । শক্তি আশ্ৰম বিজ্ঞান সমিতিয়ে প্ৰকাশ কৰা বিজ্ঞান প্ৰবহেও আশাৰ বতৰা আনিছে । কিন্তু পৰিতাপৰ বিষয় যে এই বিজ্ঞান বাতৰি কাকতবোৰ অকাল মৃত্যুৰ গৰাহত পৰিছে ।

এইটো ঠিক যে অসমীয়া ভাষাত বিজ্ঞান বাতৰি কাকতৰ অভাৱ হ'লেও অৰুণোদয় যুগৰপৰাই প্ৰকাশিত বাতৰি কাকতসমূহত বিজ্ঞানৰ বিবিধ খবৰ চেগা চোৰোকাকৈ ওলায় আছে । বৰ্ত্তমান প্ৰকাশ পাই থকা অসমবাণী, জনমভুমি, নীলাচল, অগ্ৰদূত আদি অসমীয়া দৈনিক আৰু সাপ্তাহিক বাতৰি কাকতসমূহে বিজ্ঞানৰ বিবিধ বতৰা পৰিবেশন কৰি থকাটো শুভলক্ষণৰ পৰিচায়ক । দেখা যায় যে দৈনিক বাতৰি কাকত প্ৰকাশৰ বেলিকা ছোভিয়েট, আমেৰিকা আৰু জাৰ্মেনীৰ পিছতে



ভাৰতৰ স্থান । কিন্তু বিজ্ঞান বাতৰি পৰিবেশনেৰে জনগণক উদ্বুদ্ধ কৰাৰ ক্ষেত্ৰত ভাৰতৰ স্থান বহুত দেশৰ তলত । এই ক্ষেত্ৰত অসমৰ স্থান আকৌ ভাৰতৰ আন আন ভাষাৰ তুলনাত আৰু বহুত পিচ পৰা ।

সাহিত্যৰ ইতিহাসে কয়— একোখন আলোচনীয়ে একোএকোটা লেখক গোষ্ঠী সৃষ্টি কৰে আৰু উত্তৰ পুৰুষৰ প্ৰেৰণাৰ উৎস স্বৰূপে আলোচনীৰ সাহিত্যৰ দ্বাৰা অনেকেই প্ৰভাৱান্বিত হয় । তাৰোপৰি অসমীয়া জনপ্ৰিয় বিজ্ঞান সাহিত্যৰ জন্মই হৈছে —আলোচনীৰ পাততেই সেয়ে অসমীয়া জনপ্ৰিয় বিজ্ঞান সাহিত্যৰ বিষয়ে বক্তব্য জানিবলৈ যাওঁতে অসমীয়া বিজ্ঞান আলোচনী আৰু বিজ্ঞান বাতৰিৰ ওপৰত আলোকপাত কৰা উচিত ।

প্ৰবন্ধৰ কলেৱৰ বৃদ্ধি হোৱাৰ ভয়ত জনপ্ৰিয় বিজ্ঞান পুথিৰ তালিকা ইয়াত সন্নিবিষ্ট কৰা নহ'ল । বিজ্ঞানৰ আঠাইবোৰ দিশৰ প্ৰকাশিত পুথিসমূহ, আলোচনী, বাতৰি আদিলৈ চকু ফুৰাই আমি কব পৰা হৈছোহি— অসমীয়া জনপ্ৰিয় বিজ্ঞান সাহিত্যই চালুকীয়া অৱস্থাৰ পৰা যৌৱনৰ পূৰ্ণতা লভিবলৈ এতিয়াও কিন্তু বহুত দূৰ । অসমীয়া ভাষালৈ আন আন ভাষাৰ বিজ্ঞান সাহিত্য খুব কমকৈ অনুবাদ হৈছে । বিজ্ঞান সাহিত্যক প্ৰণালীবদ্ধ ভাৱে অসমীয়া ভাষালৈ অনুবাদ কৰাটো একান্ত প্ৰয়োজন । নানা ক্ষুদ্ৰ উদ্যোগৰ আঁচনিৰে আৰ্থিক উন্নতিৰ পৰিকল্পনা লোৱা অসমীয়া সমাজলৈও এনেকুৱা হাত পুথি নাই বুলিলেই কব পাৰি । গদাধৰ দাসৰ 'প্ৰাথমিক মিস্ত্ৰীৰ শিল্পৰ পৰিচয়' (১৯৬১) নামৰ পুথিখন, নীৰেন্দ্ৰ ভৰালীৰ 'যুগা উদ্যোগ' (১৯৭৬), প্ৰমুখ্যে ৮ খন উৎপাদন বিষয়ৰ পুথি আৰু প্ৰভদানন্দ দাসৰ 'ফল আৰু শাক পাচলিৰ সংৰক্ষণ' (১৯৭০), প্ৰমুখ্যে ৬ খন সাধাৰণ প্ৰযুক্তিৰ পুথিৰ বাহিৰে অসমীয়া ভাষাত এনে পুথি প্ৰকাশেই হোৱা নাই । বিজুলী শক্তিৰ প্ৰয়োগ কৰি আৰু বিবিধ কেচাঁ সামগ্ৰী তথা পেলনীয়া বস্তুৰে কেনেকৈ বিবিধ ক্ষুদ্ৰ উদ্যোগ গঢ়িব পাৰি, সেই ধৰণৰ বাবেৱৰণীয়া অনেক জনপ্ৰিয় বিজ্ঞান পুথি অসমীয়া ভাষাত ৰচি উদ্যোগ, প্ৰয়োগ আৰু

নির্মাণ সাধাৰণ জ্ঞানৰ মাজেদি সৰ্বসাধাৰণৰ মন উদ্যোগীক চেতনাৰে উদ্বুদ্ধ কৰিব পাৰিবই লাগিব। নহ'লে নিবনুৱা যুৱক আৰু গাঁৱলীয়াক হাজাৰ হাজাৰ টকা ঋণ দানেৰে উদ্যোগ গঢ়ি আৰ্থসামাজিক বিকাশৰ বাবে কৰা পৰিকল্পনাৰ ভালেখিনিয়েই অৰণ্যৰোদন হৈ পৰিবগৈ।

শক্তিৰ চাহিদা পূৰাবলৈ বিশেষকৈ আওহতীয়া গাঁৱে ভূয়েঁ গোবৰ গেচ প্ৰকল্প আৰু সৌৰ ভাতি নিৰ্মানৰ পূৰ্ণ প্ৰস্তুতি চলিছে। কিন্তু পৰিতাপৰ বিষয় যে এই ধৰনৰ জনপ্ৰিয় বিজ্ঞান পুথি আমাৰ ভাষাত ড° যজ্ঞেশ্বৰ হাতীবৰুৱাৰ 'শক্তি, শক্তি সংকট আৰু সৌৰ শক্তি' পুথি-খনৰ বাহিৰে আন পুথি প্ৰকাশ পোৱা নাই।

কৃষি প্ৰধান অসম দেশৰ জনগনৰ বাবে ৰেডিঅ'ৰ কৃষি জগতৰ উপৰিও কৃষি বিষয়ৰ শ-শ অসমীয়া জনপ্ৰিয় পুথি প্ৰকাশ হ'ব লাগিছিল। জীৱ-জন্তু আৰু গছ-বনৰ বাৰেবৰনীয়া বতৰাবোৰ জানিবলৈ সকলোৰে বৰ ভাল পায়। শিশু-কিশোৰহঁতে এইবোৰ বতৰা কম বিচাৰেনে? বন্য প্ৰাণীসপ্তাহ, বন সপ্তাহ আৰু বনানিকৰণৰ আলোচনা আৰু পৰিকল্পনাই উখল-মাখল লগোৱা আমাৰ ৰাজ্যত এনে পুথি ২৮ খন মানহে প্ৰকাশ পাইছে। শিশুৰ বাবে ৰঙীন ছবিৰে ভৰা এখনো এনেধৰণৰ বিজ্ঞান পুথি ৰচনা নোহোৱাটো অসমীয়া জাতিৰ বাবে কম দুখৰ কথা নহয়।

পৰিবেশ প্ৰদূষণে ভান্দৰ মূৰ্ত্তি ধাৰণ কৰা অসমৰ জনসাধাৰণে চাৰিখন সৰু পুস্তিকাৰ বাহিৰে তেনে পুথিৰ মুখ দেখা পোৱা নাই। অন্ধ বিশ্বাস, তন্ত্ৰ-মন্ত্ৰ, কুপ্ৰথা, ভ্ৰান্তি ধাৰণা আদিৰে বহুতক ভাবাক্ৰান্ত কৰিছে। বাতৰি কাকত আৰু আলোচনীৰ পাতত ওলোৱা প্ৰবন্ধ কেইটামানৰ বাহিৰে অসমৰ জনগনে বৈজ্ঞানিক বিশ্লেষণেৰে এইবোৰৰ বিৰুদ্ধে সচেতনতা লভিবপৰা বিজ্ঞান পুথি পঢ়িবলৈ পোৱা নাই।

ড° খেৰৱেলে কৈছিল "তাপ গতিৰ দ্বিতীয় সূত্ৰৰ মুলকথা বুজি পোৱাটো কুৰিশতিকাৰ সংস্কৃতিৰ এটা অংগ হোৱা উচিত।" তেওঁৰ কথাৰ সুৰত সুৰ মিলাই আমাৰ কবৰ মন যায়— জনগণৰ বুকুৰ আপোন হৈ পৰা দূৰদৰ্শন আৰু কম্পিউটাৰ সাধাৰণ কৌশলবোৰৰ



বতৰাও এই শতিকাৰ সংস্কৃতিৰ অংশ হোৱা উচিত। আনৱিক জীৱ বিজ্ঞানৰ অগ্ৰগতিয়ে জৈৱিক প্ৰক্ৰিয়া আৰু মগজুৰ কাৰ্য্য প্ৰণালীলৈ আলোড়ন অনা মৌলিক কথাবোৰ সাধাৰণ ভাৱে বুজিব আৰু উপলব্ধি কৰিব পৰাটোও এই শতিকাৰ সংস্কৃতিৰ অংগ হোৱা উচিত। এনেবোৰ বিষয়ৰ গল্প, কাহিনী আৰু প্ৰবন্ধৰ পুথিৰে অসমীয়া জনপ্ৰিয় বিজ্ঞান সাহিত্যৰ ভঁৰাল চহকী কৰাতো একান্ত প্ৰয়োজন হৈ পৰিছে।

বিজ্ঞান ভিত্তিক গল্প সাহিত্যই বিশ্বত বেচ সমাদৰ লাভ কৰিছে। কিন্তু ডঃ অমূল্য ফুকনৰ 'জুনুমণিৰ গল্প' আৰু শ্ৰীৰমেশ দাস আদিৰ 'বিজ্ঞান গল্প' পুথিৰ বাহিৰে অসমীয়া ভাষাত এইবিধ সাহিত্য পুথিৰ একেবাৰে অভাৱ।

জুলেভানৰ বিজ্ঞান গল্প আৰু উপন্যাসিকাৰ ৰসোত্তীৰ্ণ বৰ্ণনাই বিজ্ঞানীসকলক কৃত্ৰিম অভিযানৰ ক্ষেত্ৰত কেনেকৈ অনুপ্ৰাণিত কৰিছিল, সেইয়া সৰ্বজন বিদীত। এই দিশত অসমীয়া বিজ্ঞান সাহিত্য নিচেই নিচলা। অসমীয়া ভাষাৰ বহুজন গল্পকাৰ আৰু উপন্যাসিক বৰেণ্য বিজ্ঞানী হোৱা স্বত্বেও এই দুটা দিশত অসমীয়া বিজ্ঞান সাহিত্য সিমান দুখীয়া হোৱাতো পৰিতাপৰ কথা।

কবিতা, গান, নাটক আদি কথাৰ মাজেদি বিজ্ঞানক জনগনৰ মাজলৈ লৈ যোৱাৰ জাগৰন হৈছে। কেৰেলা শাস্ত্ৰীয় পৰিষদে এই দিশত নবজাগৰণৰ জন বিজ্ঞান যাত্ৰাই সৰ্বসাধাৰন ৰাইজৰ মাজতো এইবোৰ বিজ্ঞান সাহিত্যৰ মাধ্যমেৰে কেনেকৈ বিজ্ঞান সচেতনতাৰ প্লাৱন আনিছে, সেইয়া কোৱা নিষ্প্ৰয়োজন। এই প্ৰসঙ্গতে উল্লেখ কৰিব পাৰি মেণ্ডেলৰ সুত্ৰৰ ভিত্তিত লিখা 'কুকুৰনেচীয়া মানুহ' নামৰ নাটক খন অলপতে দূৰদৰ্শনত প্ৰদৰ্শন কৰাৰ কথা। নাটকখনে সকলোৰে মন জয় কৰিলে। এনেকুৱা বিজ্ঞান ভিত্তিক লেখা নাটক আৰু তাৰ মঞ্চাভিনয়ে জনগনৰ মাজত কিমান আঁচ বহুৱাব, সেইয়া সহজে অনুমেয়।

বড়ো কছাৰী সমাজৰ মাজত দৰৱ জাতিৰ বিষয়ে বৰ্ণনা থকা 'ৰৰোণি জলঙা' পুথিৰ নিচিনাকৈ মিছিং, খামতি, গাৰো কাৰ্বি আৰু

আন আন ভাষাতো হাতে লিখা অৱস্থাত বিজ্ঞান মূলক পুথি আছে বুলি অনুমান কৰা হৈছে। সাঁচি পাতৰ পুথিৰ দৰে সেইবোৰো সংগ্ৰহ আৰু প্ৰকাশৰ ব্যৱস্থা কৰিব পাৰিলে অসমীয়া জনবিজ্ঞান সাহিত্যৰ ভঁৰাল নিশ্চয় চহকী হ'ব।

অসমীয়া বৈজ্ঞানিক পৰিভাষা থকে অসমীয়া জনপ্ৰিয় বিজ্ঞান সাহিত্যৰ বাবে উল্লেখনীয় বাহকৰ ভূমিকা লৈছে বুলি আগতে উল্লেখ কৰা হৈছেই। বিজ্ঞান পৰিভাষাৰ ওপৰত গুৰুত্ব দিয়াতো একান্ত বাঞ্ছনীয়। সেইবুলি পৰিভাষাৰ নামত আচহুৱা শব্দ কিছুমান প্ৰয়োগ কৰি বেছি গোড়ামি দেখুওৱাটো অনুচিত বুলি কবৰ মন যায়। আন আন ভাষাৰ নিচেই চিনাকি শব্দক সামৰি থ'লে অসমীয়া শব্দৰ ভঁৰাল চহকী নহব জানো? এই বিষয়ে বিশদ আলোচনালৈ আগ নাবাঢ়ি এবাৰতে কব খোজো—সকলো দিশ বৈজ্ঞানিক বিশ্লেষণেৰে চালিজাৰি চাই বহল ভিত্তিত এখন সৰ্বাংগ সুন্দৰ অসমীয়া বিজ্ঞান পৰিভাষা প্ৰণয়ন কৰাৰ বাস্তৱমুখী আঁচনি অনতি পলমে হাতত লোৱা উচিত হব।

অসমীয়া জনপ্ৰিয় বিজ্ঞান সাহিত্যৰ বাবে পাঠকৰ জিজ্ঞাসাৰ অন্ত নাই। পাঠকৰ ৰুচি নিৰ্ভৰ কৰিছে লেখক, প্ৰকাশক আৰু পৃষ্ঠপোষকৰ সচেতনতাৰ ওপৰত।

"বিজ্ঞান সাধাৰণ লোকৰ ভালৰ বাবেহে। তেওঁলোকক বিজ্ঞানৰ অৱদানবোৰ ভোগ কৰাৰ সুবিধা দিয়ক। বুজিব পাৰিলেহে ভোগ কৰিব পাৰিব। তেওঁলোকে সহজে বুজা ভাষাত অৰ্থাৎ মাতৃ ভাষাত বিজ্ঞানৰ কথাবোৰ সহজ সৰল কৰি কলেহে বা লিখিলেহে বুজিব।" সত্যেন বোসৰ এই ফাঁকি কথাক সাৰোগত কৰি অশেষ দুখ কষ্ট স্বীকাৰ কৰিও এদল লোক বিজ্ঞান সাহিত্যৰ লেখকৰূপে সাধনাত ব্ৰতী হৈছে। বিজ্ঞান বতৰাৰ জিজ্ঞাসৰ তৃষ্ণাত আতুৰ হৈ থকা পাঠকৰ বাবে আৰু বহুজন বিজ্ঞান লেখকৰ একান্ত প্ৰয়োজন। সাধাৰণ অভিজ্ঞতাৰ পৰাই আমি অনুভৱ কৰিছো। 'জনগণৰ কাষলৈ যোৱা আৰু তেওঁলোকৰ অভাৱ অভিযোগবোৰ দূৰ কৰাত সহায় কৰাটো' "টলষ্টয়ৰ এই কথাফাঁকিক সাৰোগত কৰি ত্যাগ, কষ্ট, সংগ্ৰাম, সাধনাৰে



আৰু জনতাক বিজ্ঞান সচেতনতাৰে হাতত কলম তুলি ললে অসমীয়া জনপ্ৰিয় বিজ্ঞান সাহিত্যৰ ভঁৰাল চহকী কৰিব পৰা হাজাৰজন প্ৰগতিবাদী লেখক আমাৰ সমাজত সৃষ্টি হ'বই।

ৰঘুনাথ চৌধুৰীয়ে যদি 'প্ৰকৃতি দৰ্পন'ৰ লেখিয়া সৰ্বসাধাৰণ বিজ্ঞান পুথি লেখি জনগণক উদ্বুদ্ধ কৰিব পাৰে, আজিৰ বিজ্ঞান প্ৰযুক্তি বিদ্যাৰ যুগান্তকাৰী অৱদানক হেলাৰঙে ভোগ কৰি থকা অসমীয়া সাহিত্যিক সকলে জন-জীৱনৰ তাগিদাৰ খাতিৰত জনপ্ৰিয় বিজ্ঞান সাহিত্যলৈ অৰিহনা আগবঢ়াব নোৱাৰাৰ কি কাৰণ থাকিব পাৰে?

আমি অনুভৱ কৰিছো বহুতো বিজ্ঞানী, গৱেষক, বিজ্ঞান শিক্ষক, অভিযন্তা আৰু ডাক্তৰৰ একো একোটা সুন্দৰ মন আছে জনতাক বিজ্ঞানৰ বতৰা বিলাবলৈ। কিন্তু তেওঁলোকৰ বহুতে হাবাথুৰী খায় প্ৰকাশৰ ভাৱ ভাষা বিচাৰি। কিয়নো বিজ্ঞান সাহিত্যৰ লিখনিসমূহ স্পষ্ট সৰল আৰু সহজ বোধ্য হোৱাৰ উপৰিও যুক্তিহীনতা, আৰু দ্বিধা গ্ৰস্ততাৰ পৰা মুক্ত হব লাগিব। গতিকে সাহিত্যিক সকলে কিছু কষ্ট চিকাৰ কৰি হ'লেও তেওঁলোকৰ অন্তৰত গুজৰি গুমৰি থকা বিজ্ঞানৰ বতৰাবোৰক জনপ্ৰিয় বিজ্ঞান সাহিত্যলৈ ৰূপ দিয়াৰ ব্যৱস্থা নিশ্চয় কৰিব পাৰে। এই প্ৰসঙ্গতে আমাৰ মনত পৰিছে ড. হিৰণ্য ভূঞা দেৱলৈ। জনপ্ৰিয় বিজ্ঞান বক্তৃতাৰে আবাল বৃদ্ধ বণিতাৰ মন প্ৰাণ হৰণ কৰিব পৰা এই বৰেণ্য বিজ্ঞানীজনে এখন সভাত আক্ষেপেৰে কৈছিল "মই বিজ্ঞানৰ কথা শুৱলাকৈ কব পাৰো। কিন্তু লিখাৰ অভ্যাস হলে মোৰ নাই। কোনোবাই যদি কোৱা কথাবোৰক লিখিত জনপ্ৰিয় বিজ্ঞান সাহিত্যৰ ৰূপ দিয়াৰ চিন্তা কৰিলেহেতেন।" কিন্তু তেনে চিন্তা কৰা নহ'ল। ফলত ভূঞাদেৱক হেৰুৱাৰ লগে লগে তেখেতৰ বিজ্ঞান বক্তৃতা আৰু তাৰ পৰা সৃষ্টি হ'ব পৰা উপাদেয় অসমীয়া জনপ্ৰিয় বিজ্ঞান সাহিত্যৰ পৰা আমি বঞ্চিত হ'ব লগা হ'ল।

আমেৰিকাত প্ৰশিক্ষণপ্ৰাপ্ত আৰু অভিজ্ঞ বিজ্ঞান সাহিত্য ৰচক আছে। ফিলিপাইনত 'জে্পথ নিউজৰ' 'অন্তৰ্গত থকা 'বিজ্ঞান বাৰ্ত্তা' নামৰ অনুষ্ঠানে মাতৃভাষাত জনপ্ৰিয় বিজ্ঞান সাহিত্যৰ ক্ষেত্ৰত সুন্দৰ

পৃষ্ঠপোষকতা কৰিছে । কলিকতাৰ 'ইণ্ডিয়ান চায়েন্স নিউজ এচোচিয়েচনৰ' উদ্যোগত ভাৰতত এটা 'বিজ্ঞান বাৰ্ত্তাসেৱা' স্থাপন কৰি ভাৰতীয় আঞ্চলিক ভাষাবোৰত জনপ্ৰিয় বিজ্ঞান সাহিত্য ৰচনা কৰাৰ চিন্তা চৰ্চাৰে বহুদূৰ আগবাঢ়িছে । এইটো অঞ্চলতো এনেকুৱা অনুষ্ঠান গঢ়ি তুলি জনপ্ৰিয় বিজ্ঞান সাহিত্যৰ উৎকৰ্ষ সাধনৰ বাবে ধ্যান দিয়াৰ নিতান্ত প্ৰয়োজন বোধ কৰিছো । অৱশ্যে এই ক্ষেত্ৰত অসম বিজ্ঞান সমিতি, প্ৰকাশন পৰিষদ আৰু অসম সাহিত্য সভাই আশাশুধীয়া প্ৰচেষ্টা হাতত লৈছে । ১৯৮০ চনত অসম বিজ্ঞান সমিতিয়ে 'অসমীয়া বিজ্ঞান সাহিত্য' শীৰ্ষক দুদিনীয়া আলোচনা চক্ৰ এখনৰ আয়োজন কৰি অসমীয়া জনপ্ৰিয় বিজ্ঞান সাহিত্যৰ ক্ষেত্ৰত আশাৰ সঞ্চাৰ কৰিলে। প্ৰকাশন পৰিষদে সৌ সিদিনা বহুজন বিজ্ঞান সাহিত্য লেখকক আলোচনাৰ মজিয়াত বহুৱাই এই দিশত বাস্তৱমুখী ভূমিকা লোৱাৰ প্ৰয়াস কৰিছে । অসম সাহিত্য সভাই বহুৰি আয়োজন কৰা লেখক শিবিৰ আৰু লেখক কৰ্মশালাৰ জৰিয়তে অন্য সাহিত্যৰ লগতে বিজ্ঞান সাহিত্য বিকাশৰ বাবেও সুন্দৰ পৃষ্ঠপোষকতা কৰি আহিছে । শিশু বৰ্ষ উপলক্ষে ১৯৭৯ চনৰ জুলাই মাহত ডিগবৈত শাখাৰ সহযোগত অসম সাহিত্য সভাই আয়োজন কৰা শিশুসাহিত্য ৰচনাৰ কৰ্মশালাত যোগদান কৰি পোৱা প্ৰেৰণাৰে আমি শিশু উপযোগী প্ৰবন্ধাদিৰ উপৰিও 'গান বাজনা আৰু ৰং বিৰঙৰ খেল' নামৰ শিশু উপযোগী বিজ্ঞান পুথি লিখাৰ বাবে সক্ষম হৈছিলো । পুথিখন সাহিত্য সভাই প্ৰকাশো কৰিলে । দুলীয়াজান সাহিত্য সভাৰ সহযোগত অসম সাহিত্য সভাই আয়োজন কৰা এইখন 'অসমীয়া বিজ্ঞান সাহিত্য' শীৰ্ষক আলোচনা চক্ৰৰ অভিজ্ঞতাৰে আপোনালোক সকলোৱে একো একোজন সৃষ্টিশীল বিজ্ঞান লেখক ৰূপে ভূমিকা লব বুলি আমি বেছি আশাবাদী ।

জনপ্ৰিয় বিজ্ঞান সাহিত্য প্ৰকাশৰ বাবে অসম বিজ্ঞান-সমিতি, অসম সাহিত্য সভা, প্ৰকাশন পৰিষদ আদি চৰকাৰী আৰু অনেক বেচৰকাৰী অনুষ্ঠান প্ৰতিষ্ঠানে লোৱা ভূমিকাক আমি কৃতজ্ঞতাৰে স্মৰণ কৰিবই লাগিব । প্ৰকাশকবোৰে জন-জাগৰণৰ খাতিৰত এই দিশত আৰু বেছি বাস্তৱমুখী ক্ষীপ্ৰ ব্যৱস্থা লোৱাটো বাঞ্ছনীয় । সৃষ্টিশীল বিজ্ঞান পুথিৰ বাবে অসম সাহিত্য সভাই বটা আগবঢ়োৱাৰ দৰে বাকীবোৰ অনুষ্ঠানেও ব্যৱস্থা গ্ৰহণ কৰিলে অসমীয়া জনপ্ৰিয় বিজ্ঞান সাহিত্যৰ উন্নতি সাধনৰ গতি আৰু খৰতকীয়া হ'ব । এই প্ৰসঙ্গত আমি এটা কথা কবলৈ বাধ্য হৈছো যে জনতাৰ উপকাৰত অহা বিজ্ঞান পুথিৰ প্ৰকাশৰ বাবে অনেক বিজ্ঞান সাহিত্যৰ লেখকে প্ৰকাশকো বিচাৰি নাপায় অথচ তেওঁলোক সস্তীয়া ৰুচিকৰা আৰু সমাজদ্ৰোহী পুথি আৰু নোট বুক প্ৰকাশেৰে ধন ঘটাৰ লালসাত মত্ত হৈ পৰে । জাতীয় স্বাৰ্থৰ খাতিৰত প্ৰকাশকৰ এই হীনমনোবৃত্তিৰ মোহভঙ্গ হ'বই লাগিব । আন হাতে আমি বহুজন সচেতনশীল বিজ্ঞান লিখকক আমাৰ সমাজত দেখিছো, যি সকলে প্ৰকাশক আৰু কিতাপ বিক্ৰেতাৰ পৰা নানাভাৱে প্ৰতাৰিত আৰু হাৰাশাস্তি হৈ জনতাক বিজ্ঞান জাগৰণেৰে জাগ্ৰত কৰাক পণ ৰূপে লৈ বিজ্ঞান পুথিৰ পাণ্ডুলিপিক পেৰাত সোমাবলৈ নিদি অশেষ কষ্ট স্বীকাৰ কৰিও প্ৰকাশ কৰি জনগণৰ মাজত বিলাই দিছে । এনেহেন জনতামুখী সৎ প্ৰচেষ্টাক আমি স্বাগতম জনাও আৰু সকলোকে এই আদৰ্শক অনুসৰন কৰিবলৈ সবিনয়ে আহ্বান জনাওঁ । যুগৰ লগত সমান্তৰাল গতিত সাহিত্যও আগবাঢ়িলেহে এটা জাতিৰ উন্নতি অৱশ্যম্ভাবী । গতিকে বিজ্ঞান যুগৰ ক্ৰমবিকাশৰ মজিয়াত অসমীয়া সমাজে আন আন জাতিৰ লগত একালে ফেৰ মাৰি প্ৰগতিৰ পথত আগুৱাই যাবলৈ হলে মাতৃৰ গুন স্বৰূপ মাতৃ ভাষা অসমীয়াত জনপ্ৰিয় বিজ্ঞান সাহিত্যক সকলো দিশত সৰ্বাংগ সুন্দৰ কৰি তুলিবলৈ চেষ্টা কৰিব লাগিব ।

——

# অসমীয়া ভাষাত বিজ্ঞান চৰ্চা : এটি আলোচনা

শ্যামা প্ৰসাদ শৰ্মা

॥ চমু বিৱৰণ ॥

অসমীয়া ভাষাত বিজ্ঞান চৰ্চাৰ গ্ৰন্থসমূহ চিনাকি কৰাৰ পিছত দেখা যায় যে বিভিন্ন ক্ষেত্ৰৰ সমস্যাসমূহৰ ধৰণ (বা প্ৰকৃতি) আৰু মাত্ৰাৰ তাৰতম্য আছে। ইয়াৰ ভিতৰত যিবোৰ উমৈহতীয়া প্ৰকৃতিৰ সেইবোৰ চিনাক্ত কৰি, তেনে সমস্যাৰ চমু আলোচনা, সমাধানৰ পথ সম্পৰ্কে আলোচনা কৰা হৈছে। সমস্যাসমূহ কেনেদৰে সৃষ্টি হ'বলৈ পালে আৰু এইবোৰ আজি ইমানবছৰে কিয় এনেদৰে অৱহেলিত হৈ আছে, সেই অধ্যয়নৰ প্ৰয়োজন আছে যদিও, সংক্ষেপণৰ খাতিৰত তেনে আলোচনা অন্তৰ্ভুক্ত কৰা হোৱা নাই।

## (ক) অসমীয়া ভাষাত বিজ্ঞান চৰ্চাৰ ক্ষেত্ৰসমূহ তলত দিয়া ধৰণে বৰ্গীকৰণ কৰিব পাৰি।

পাঠ্যপুথি ৰখাৰ গৱেষণা পৰ্য্যন্ত — প্ৰাথমিক পৰ্যায়ৰপৰা স্নাতকোত্তৰ পৰ্য্যায়কে ধৰি মৌলিক গৱেষণা পৰ্য্যন্ত।

২। প্ৰসংগপুথি — (ক) পাঠ্যপুথিৰ অনুপূৰক বিষয়।

(খ) সমসাময়িক গুৰুত্বপুৰ্ণ আৱিষ্কাৰ / অধ্যয়ন / বিষয় আদি।

(গ) সাধাৰণ পঢ়ুৱৈৰ বাবে প্ৰয়োজনীয় বিষয়ৰ পুথি।

(ঘ) বিজ্ঞান আৰু সমাজ শীৰ্ষক বিজ্ঞানীৰ সামাজিক দায়িত্ব, বিশ্বশান্তি, সমাজৰ বিজ্ঞান সচেতনতা ইত্যাদি।



(ঙ) শিশু আৰু কিশোৰৰ উপযোগী পুথি।

(চ) বিজ্ঞানৰ ইতিহাস।

৩। অসমীয়া বিজ্ঞান সাহিত্য—(গল্প, নাটক উপন্যাস, প্ৰবন্ধ কলাকথা বা Science fiction)।

(ক) বিজ্ঞানভিন্ন অন্য বিষয়ৰ ছাত্ৰ-ছাত্ৰীৰ বাবে

(খ) বিজ্ঞানৰ ছাত্ৰ-ছাত্ৰীৰ বাবে

(গ) সাধাৰণভাবে সকলো স্তৰৰ পঢ়ুৱৈৰ বাবে

(৪) অসমীয়া বিজ্ঞান সাংবাদিকতা

(ক) বিজ্ঞান আলোচনী / সাময়িকী

(খ) বাতৰিকাকতৰ (বিভিন্ন প্ৰকাশ কালৰ) বিজ্ঞান শিতান

## (খ) সমস্যাৰ ধৰণ বা প্ৰকৃতি আৰু মাত্ৰা (Nature and Dimensions of the prblems)

বিভিন্ন ক্ষেত্ৰৰ বাবে সমস্যাসমূহৰ প্ৰকৃতি আৰু মাত্ৰাৰ তাৰতম্য থকাটো স্বাভাৱিক যদিও কেইটামান সমস্যা প্ৰত্যেক ক্ষেত্ৰৰ বাবে একে ধৰণৰে উমৈহতীয়া (common), সেই কেইটা হ'ল :

১। অসমীয়া ভাষাত বিজ্ঞান চৰ্চাৰ প্ৰয়োজনীয়তাৰ বিলম্বিত আৰু অতিসীমিত উপলব্ধি। এই উপলব্ধিও মুষ্টিমেয় এচামৰ মাজতেই সীমাবদ্ধ, ই এতিয়াও ব্যাপক আৰু বৃহত্তৰ মঞ্চ লাভ কৰিব পৰা নাই।

২। যথেষ্ট সংখ্যক মানবিশিষ্ট লিখকৰ অভাৱ

৩। এই দুয়োটাৰ (১ আৰু ২) ফলশ্ৰুতিৰূপে যথেষ্ট সংখ্যক পঢ়ুৱৈৰ অভাৱ

৪। পঢ়ুৱৈৰ অভাৱে বৈজ্ঞানিক প্ৰকাশন ব্যৱসায়িকভাৱে অনাকৰ্ষণীয় কৰি তোলাৰ ফলত, ইয়াৰ পাৰ্শ্ব আৰু পোনপটীয়া প্ৰভাৱ আকৌ চক্ৰীয়ভাৱে (cyclically) ১, ২, ৩ ৰ ওপৰত পৰিছে। সমস্যাৰ এই চক্ৰাকাৰ আৰু ক্ৰমসঞ্চয়ী প্ৰভাৱে যি বৃত্তৰ সৃষ্টি

কৰিছে তাক ভাঙিব নোৱাৰিলে; অসমীয়া ভাষাত বিজ্ঞান চৰ্চা আগত আৰু বহু কাললৈকে এই চক্ৰৰ পৰিসীমাতে বন্দী হৈ থাকিব লাগিব।

বাকীবিলাকৰ প্ৰত্যেকটো বৰ্গ (class) আৰু উপবৰ্গ (sub-class) যেনে ২ক—চলৈ) ৰ ক্ষেত্ৰত ভিন ভিন প্ৰকৃতি আৰু মাত্ৰাৰ সমস্যা আছে। উদাহৰণস্বৰূপে, পাঠ্যপুথিৰ (বৰ্গ ক ১) স্বকীয় ক্ষেত্ৰত তাৰ লক্ষ্য আৰু উপযোগিতাৰ লৈতে অসমীয়া বিজ্ঞান সাহিত্যৰ (বৰ্গ ক-৩) লক্ষ্য আৰু উপযোগিতাৰ যথেষ্ট পাৰ্থক্য আছে। ফলত সেই অনুপাতে সমস্যাৰ প্ৰকৃতি আৰু মাত্ৰাৰো তাৰতম্য ঘটিব।

গাইগুটীয়াভাৱে প্ৰত্যেক ক্ষেত্ৰৰে নিজস্ব সমস্যাসমূহৰ আলোচনাৰ ভিত্তিত সমস্যা সমাধানৰ পথ নিৰ্দেশ বা পথ নিৰ্দেশৰ অনুমান কৰিবলৈ হ'লে যথেষ্ট সময়ৰ প্ৰয়োজন। গতিকে চমুকৈ আমি ইয়াত উচ্চমহত্তীয়া সমস্যাসমূহৰ বিষয়ে থুলমূল আলোচনা এটি আগবঢ়োৱাৰ প্ৰয়াস কৰিম। আশা কৰা গৈছে, এই উচ্চমহত্তীয়া সমস্যাসমূহৰ জট যদি কিছু পৰিমাণেও ভাঙিব পৰা যায় তেতিয়া হ'লেও, অন্ততঃ আন কিছুমান আনুষংগিক সহজমাত্ৰাৰ ( easier dimension ) সমস্যা স্বয়ংক্ৰিয়ভাৱেই সমাধান হোৱাৰ পথ প্ৰশস্ত হৈ পৰিব।

## (গ) সমস্যাৰ চমু আলোচনা আৰু সমাধানৰ পথ

**১। অসমীয়া ভাষাত বিজ্ঞানচৰ্চাৰ প্ৰয়োজনীয়তাৰ বিলম্বিত আৰু অতিসীমিত উপলব্ধি;**

এই ক্ষেত্ৰত অসম বিজ্ঞান সমিতিয়ে অতিসীমিত জনবল আৰু ততোধিক সীমিত সা-সুবিধাৰে ১৯৬১ চনৰপৰাই সাধ্য অনুসৰি আৰু পৰিকল্পনা অনুযায়ী কাম-কাজ কৰি আহিছে যদিও এতিয়াও এই ক্ষেত্ৰত আৰু বহুত কৰিবলগীয়া আছে। বিজ্ঞান ৰচনাও যে সাহিত্যৰ পৰ্য্যায়ত পৰিব পাৰে আৰু অসমীয়াতো যে বিজ্ঞান সাহিত্য তথা বিজ্ঞান-সাংবাদিকতাৰ প্ৰয়োজনীয়তা আছে এই ধাৰণা স্পষ্ট আৰু গৃহীত হ'বৰ বৰ বেছি দিন হোৱা নাই।

বৈজ্ঞানিক সচেতনতা সৃষ্টিৰ বাবে আৰু ওপৰত উল্লেখ কৰা



উপলব্ধিৰ ব্যাপক প্ৰসাৰ তথা গ্ৰহণযোগ্যতাৰ বাবে অসমীয়া বিজ্ঞান সাহিত্যৰ প্ৰসাৰ, প্ৰচাৰ আৰু উৎকৰ্ষ সাধনৰ ক্ষেত্ৰত অসম বিজ্ঞান সমিতিয়ে যিবোৰ কাৰ্য্যপন্থা হাতত লৈ আহিছে বা লৈ আছে; সেইবোৰত সতীৰ্থ অনুষ্ঠান-প্ৰতিষ্ঠান, বিশেষকৈ অসম সাহিত্য সভাৰ পোনপটীয়া সহযোগৰ প্ৰয়োজন। ইয়াৰ বাবে—

১। সীমিত ধনবল আৰু জনবলেৰে অসম বিজ্ঞান সমিতিৰ যি অনুষ্ঠুপীয়া আঁচনি আছে তাৰ প্ৰসাৰ ঘটাব লাগে।

২। অসম সাহিত্য সভাৰ নিজাববীয়া হ্ৰস্বম্যাদী আৰু দীৰ্ঘম্যাদী আঁচনিৰ উপৰিও

৩। অসম সাহিত্য সভা আৰু অসম বিজ্ঞান সমিতিৰ এখন দীৰ্ঘম্যাদী আঁচনিৰ উচ্চমহত্তীয়া মঞ্চৰ প্ৰয়োজন আছে। তদুপৰি

৪। সাহিত্যিক আৰু বিজ্ঞান সাহিত্যিকসকলৰ মাজত আদান-প্ৰদান আৰু আলাপ-আলোচনাৰ বাবে অসম সাহিত্য সভাৰ বছেৰেকীয়া অধিবেশনত বিজ্ঞানতথা বিজ্ঞান সাহিত্যৰ অধিবেশন কৰাৰ নিয়মো নতুনকৈ প্ৰৱৰ্ত্তন কৰিব লাগে।

অসমীয়া ভাষাত বিজ্ঞান চৰ্চাৰ সমস্যাটোক বহলভাৱে দুটা ভাগত ভগাই ল'ব পাৰি—(১) পাঠ্যপুথিৰপৰা গৱেষণা পৰ্য্যন্ত আৰু (২) অসমীয়া বিজ্ঞান সাহিত্য।

(১)ৰ বাবে ৰাজ্যিক পাঠ্যপুথি নিগম, উচ্চ আৰু উচ্চতৰ মাধ্যমিক পৰিষদ / সংসদ, ৰাজ্যিক বিজ্ঞান সংস্থাকে ধৰি দুয়োটা বিশ্ববিদ্যালয়ৰে পাঠ্যপুথি প্ৰস্তুতি সমন্বয় সমিতিৰ উপৰিও ব্যক্তিগত খণ্ডৰ প্ৰকাশকসকল আছে; কিন্তু (২) ৰ বাবে মুখ্যতঃ অসম বিজ্ঞান সমিতি আৰু সময়-সাপেক্ষে অসম সাহিত্যসভাৰ বাহিৰে আন কোনো অনুষ্ঠান নাই। অসম প্ৰকাশন পৰিষদে মাজে সময়ে জনপ্ৰিয় বিজ্ঞানৰ পুথি প্ৰকাশ কৰিছে যদিও ইমানদিনে অসম বিজ্ঞান সমিতিৰ লেখীয়া তেনে কোনো নিৰ্দিষ্ট আঁচনি হাতত লোৱা নাছিল। সুখৰ কথা, অলপতে পৰিষদে এনে আঁচনি হাতত লোৱা বুলি জানিব পৰা গৈছে।

(২)ৰ বাবে, আমাৰ বোধেৰে, অসম সাহিত্য সভা আৰু অসম

বিজ্ঞান সমিতিৰ উমৈহতীয়া মঞ্চই এই দিশত যথেষ্ট খৰতকীয়াভাৱে কাম কৰিব পাৰিব ।

**১। যথেষ্ট সংখ্যক মানবিশিষ্ট লিখক লিখিকাৰ অভাৱ ঃ**

(খ) ত নিৰ্দেশ কৰা চক্ৰীয় উৎপাদকসমূহৰ ১, ৩ আৰু ৪ ৰ সমস্যাসমূহৰ ক্ষেত্ৰত প্ৰত্যক্ষ আৰু পৰোক্ষভাৱে সুদূৰপ্ৰসাৰী প্ৰভাৱ পেলাব পৰা উৎপাদক হৈছে ২য় টো. অৰ্থাৎ অসমীয়া ভাষাত বহুলভাৱে দুয়োটা পৰ্য্যায়তে যথেষ্ট সংখ্যক মানবিশিষ্ট লিখক-লিখিকাৰ অভাৱ । এই অভাৱ দূৰ কৰিবৰ বাবে পৰিকল্পিতভাৱে নিৰ্দিষ্ট আঁচনি লৈ এতিয়ালৈকে কোনো আগ বাঢ়ি অহা নাই, আনকি অসম বিজ্ঞান সমিতিও ।

এই ক্ষেত্ৰত আমাৰ ক্ষেত্ৰ— ভিত্তিক অধ্যয়নৰ ভিত্তিত ঠাৱৰ কৰা কাৰণসমূহ এনেধৰণৰ ঃ

১। যথেষ্ট সংখ্যক মানবিশিষ্ট প্ৰকাশ মাধ্যমৰ অভাৱ

২। অসমীয়া বিজ্ঞান সাহিত্যৰ প্ৰয়োজনীয়তাৰ প্ৰতি প্ৰকাশমাধ্যমৰ বেছিভাগ কৰ্মকৰ্তাই উদাসীন । বহুক্ষেত্ৰত এওঁলোকৰ দৃষ্টিভংগী নেতিবাচক । এই ধৰণৰ প্ৰাচীনপন্থীতা আৰু যুগ-মানসিকতাবিৰোধী মানসিকতা অসমীয়া বিজ্ঞান সাহিত্যৰ প্ৰসাৰ, প্ৰচাৰ আৰু উৎকৰ্ষ সাধনৰ ক্ষেত্ৰত অন্যতম মুখ্য অন্তৰায় হিচাপে প্ৰতিভাত হৈ আহিছে ।

৩। ১ম আৰু ২য় কাৰকৰ ক্ৰমসঞ্চয়ী ফলস্বৰূপে, উৎসাহী লিখক-লিখিকা নিৰুৎসাহ হয় আৰু প্ৰতিভাবান, লিখক-লিখিকাই সাহিত্যৰ অন্য ক্ষেত্ৰত প্ৰতিষ্ঠা লাভৰ চেষ্টা কৰে । এইদৰে অসমীয়া বিজ্ঞান সাহিত্যৰ সম্ভাৱনাপূৰ্ণ সেৱক হেৰুওৱাৰ দৃষ্টান্ত অনেক আছে ।

৪। নানান কাৰণত, অসমীয়া বিজ্ঞান সাহিত্যৰ অন্যান্য পাৰম্পৰিক শাখাত প্ৰতিষ্ঠা, নাম যশ আৰু অৰ্থ লাভ কৰাটো সহজসাধ্য হোৱা বাবে, সম্ভাৱনাপূৰ্ণ বহু বিজ্ঞান লিখকে, হয় সাহিত্য চৰ্চাৰ ক্ষেত্ৰ সলনি কৰে অথবা সমসাময়িকভাৱে বিজ্ঞান আৰু সাহিত্যৰ অন্য পাৰম্পৰিক শাখাত লিখা মেলা কৰে । প্ৰতিভাৰ এই প্ৰব্ৰজনে উঠি অহা চামৰ ওপৰত বিৰূপ প্ৰভাৱ পেলায়, কাৰণ ইয়াৰদ্বাৰা এইটো প্ৰতিভাত হয়



যে অসমীয়া বিজ্ঞান সাহিত্যৰ ক্ষেত্ৰ এতিয়াও সাহিত্যৰ অন্য শাখাৰদৰে প্ৰশস্ত আৰু প্ৰতিষ্ঠা লাভৰ সমকক্ষ হৈ উঠা নাই ।

এই অন্তৰায়সমূহ আঁতৰাবৰ বাবে নিম্নোক্ত কাৰ্য্যপন্থা হাতত লব পাৰি যেন লাগে ঃ

১। প্ৰকাশ মাধ্যমৰ কৰ্মকৰ্তাসকলৰ দৃষ্টিভংগী সলনি কৰিবৰ বাবে জনমত গঠনৰ ব্যৱস্থা কৰিব লাগে ।

২। বাতৰিকাকত আৰু আলোচনীত নিয়মীয়াভাৱে বিজ্ঞান সাহিত্যৰ শিতান থাকিব লাগে আৰু এই শিতান সম্পাদনা তথা পৰিচালনাৰ বাবে বাতৰি কাকত আৰু আলোচনীত একোগৰাকীকৈ বিজ্ঞান শিতান সম্পাদক বা বিভাগীয় বিজ্ঞান সম্পাদকৰ ব্যৱস্থা কৰিব লাগে ।

৩। লিখকসকলক যথাযুক্তভাৱে আৰ্থিক আৰু নৈতিক উৎসাহ দিয়াৰ লগতে প্ৰতিভাসম্পন্ন লিখক-লিখিকাৰ বিশেষ পৃষ্ঠপোষকতাৰ ব্যৱস্থা কৰিব লাগে । সম্প্ৰতি এনে উদ্যমৰ বিশেষ অভাৱ দেখা গৈছে ।

৪। নতুন লিখক-লিখিকাক আকৃষ্ট কৰিবৰ বাবে ১—৩ ত উল্লেখ কৰাবোৰে যথেষ্ট কাম কৰিব যদিও বিভিন্ন প্ৰতিযোগিতা, লিখক শিবিৰ, কৰ্মশালা আদিৰ জৰিয়তে এই কাম সাৰ্থক আৰু খৰতকীয়াভাৱে আগবঢ়াব পৰা যাব ।

৫। নতুন লিখক-লিখিকাৰ বাবে হ্ৰস্বম্যাদী প্ৰশিক্ষণ, বক্তৃতামালা আদিৰ আয়োজন কৰিব লাগে ।

৬। বিজ্ঞান সাহিত্য আৰু বিজ্ঞান সাহিত্যসেৱীৰ স্বাৰ্থৰক্ষাৰ বাবে সদৌ অসম ভিত্তিত এখন উমৈহতীয়া মঞ্চ সৃষ্টি কৰি ইয়াক অবিৰত ভাৱে কামত লগাব লাগে ।

এনে উৎসাহ উদ্গনিৰ জৰিয়তে লিখকসকল যেতিয়া আগ বাঢ়ি আহিব তেতিয়া (ক) পৰিভাষাৰ অভাৱ, (খ) অভিধানৰ অভাৱ (গ) বানান আৰু লিপান্তৰৰ সমস্যাকে ধৰি যিবোৰ আনুষংগিক সমস্যাৰ সন্মুখীন হ'ব সেইবোৰ ইয়াত আলোচনা কৰা হোৱা নাই ।

**৩। পঢ়ুৱৈৰ অভাৱ ঃ** অসমীয়া বিজ্ঞান সাহিত্যৰ চাহিদা ক্ৰমে বৃদ্ধি পাই আহিব ধৰিছে অথচ আমি এই চাহিদা পুৰাবৰ বাবে যথোচিত

ব্যৱস্থা হাতত ল'ব পৰা নাই। ইয়াৰ ফলত (১) পঢ়ুৱৈৰ সংখ্যা যি হাৰত বৃদ্ধি পাব লাগিছিল সেই হাৰত বৃদ্ধি পোৱা নাই ; (২) পঢ়ুৱৈৰ সংখ্যাৰ সৈতে প্ৰচলন (circulation) সংখ্যাৰ পোনপটীয়া সম্বন্ধ হোৱা বাবে, ই বিজ্ঞান আলোচনীৰ প্ৰচলন আৰু বিজ্ঞান সাহিত্যৰ বিক্ৰী তথা প্ৰকাশনৰ ওপৰত বিৰূপ প্ৰতিক্ৰিয়া কৰিছে। এই দুয়োটাৰ ফলশ্ৰুতি হিচাপে অসমীয়া সাহিত্যত আৰু এক সুদূৰপ্ৰসাৰী অপপ্ৰভাৱে গা কৰি উঠাৰ আশংকাই দেখা দিছে : (৩) অসাধু ব্যৱসায়ীয়ে বিজ্ঞান সাহিত্যৰ ক্ৰমবৰ্দ্ধিষ্ণু চাহিদাৰ সুবিধা লৈ যি কোনো ধৰণৰ বিজ্ঞানৰ ৰচনাৰে বজাৰ ওপচাই পেলাব পাৰে। এনে প্ৰকাশনৰ জৰিয়তে পঢ়ুৱৈৰ মানসিকতা নষ্ট হোৱাৰ আগতেই সৎ আৰু নৈষ্ঠিক প্ৰচেষ্টাৰে প্ৰস্তুত বিজ্ঞান সাহিত্যৰ নিয়মীয়া প্ৰকাশনত গুৰুত্ব দিব নোৱাৰিলে, পৰিস্থিতি অচিৰেই বেয়াৰ ফাললৈ ঢাল খাব।

সাম্প্ৰতিক কালত বিজ্ঞান সাহিত্য কেৱল (ক) শিক্ষায়তনিক জ্ঞান প্ৰসাৰ আৰু (খ) মনোৰঞ্জনৰ আহিলা হিচাপে কল্পনা কৰাটো যুগমানসিকতাৰ পৰিপন্থী। বহুত ক্ষেত্ৰত ই আমাৰ জীৱনধাৰাৰ এৰাব নোৱাৰা অংগস্বৰূপ হৈ পৰিছে আৰু তাৰ ফলশ্ৰুতি হিচাপেই পঢ়ুৱৈৰ চাহিদা বাঢ়ি আহিব ধৰিছে। এই চাহিদা পূৰণ কৰাৰ বাবে, পূৰ্ণ প্ৰস্তুতি চলাই সফল হ'ব পাৰিলে অসমীয়া সাহিত্যৰ মূল সুঁতিয়ে আৰু বেছি বেগৱতী আৰু শক্তিমতী হ'ব সেই বিষয়ে সন্দেহৰ অৱকাশ নাই। এই উদ্দেশ্যে নিম্নোক্ত কাৰ্য্যাৱলী হাতত লব পাৰি যেন লাগে :

১। বাতৰি কাকত আৰু আলোচনীত, বিভাগীয় বিজ্ঞান সম্পাদকৰ পৰিচালনাত নিয়মীয়াকৈ বিজ্ঞান শিতানৰ প্ৰকাশ ;

২। শিশুসকলৰ আৰু কিশোৰ উপযোগী বিজ্ঞান সাহিত্যৰ নিয়মীয়া প্ৰকাশৰ বাবে আঁচনি গ্ৰহণ

৩। বিশ্ববিখ্যাত বিজ্ঞানসাহিত্যৰ পুথিসমূহৰ অসমীয়া অনুবাদ প্ৰকাশ

৪। আমাৰ জনগণৰ তাৎকালিক প্ৰয়োজন সম্পৰ্কীয় পুস্তিকা প্ৰকাশ

৫। এই ধৰণৰ সকলো প্ৰকাশন যাতে এক বিজ্ঞানসন্মত বিতৰণ ব্যৱস্থাৰে জনগণৰ বাবে সহজলভ্য হ'ব পাৰে তাৰে ব্যৱস্থা কৰা।

# অসমীয়া জনপ্ৰিয় বিজ্ঞান সাহিত্য

ড° মুকুল কুমাৰ শৰ্মা

এই প্ৰবন্ধৰ শিৰোনামাত চাৰিটা শব্দ আছে ; তাৰে প্ৰধান শব্দটো হৈছে 'সাহিত্য' আৰু বাকী তিনিটা ইয়াৰ বিশ্লেষণ। গতিকে আলোচনা কৰিবলগীয়া মূল কথাকেইটা হ'ল "সাহিত্য", "বিজ্ঞান সাহিত্য" "জনপ্ৰিয়বিজ্ঞান সাহিত্য" আৰু "অসমীয়া জনপ্ৰিয় বিজ্ঞান সাহিত্য"— প্ৰতিবাৰতে এটাকৈ বিশেষণ পদ যোগ দিয়া হৈছে। আলোচনাৰ আৰম্ভণিতেই বিজ্ঞানৰ সাৰ্বজনীনতাৰ বিষয়ে একেষাৰ কোৱা উচিত বুলি বিবেচনা কৰিছোঁ।

## বিজ্ঞান কেৱল বিজ্ঞানী আৰু বিজ্ঞানৰ ছাত্ৰ-ছাত্ৰীৰ কাৰণেই নহয় :

বৰ্ত্তমান বিজ্ঞানক পঢ়াশলীয়া ছাত্ৰৰ পাঠ্যক্ৰমৰ অন্তৰ্গত কেৱল এটা বিষয় বুলি ভাবিলে ভুল কৰা হ'ব। বৰ্ত্তমান বিজ্ঞান আমাৰ জীৱনত এনে ওতঃপ্ৰোতভাৱে সোমাই পৰিছে যে ইয়াক সম্পূৰ্ণৰূপে অৱজ্ঞা কৰি জীৱন নিৰ্বাহ কৰা কাৰো কাৰণেই সম্ভৱ নহয়। দৈনন্দিন জীৱনৰ প্ৰতি খোজতে আমি বিজ্ঞানে উদ্ভাৱন কৰা নানান সামগ্ৰী ব্যৱহাৰ কৰাৰ উপৰিও আমাৰ মানসিক জগতখনত বিজ্ঞানে অশেষ পৰিবৰ্তন ঘটাইছে। আজি কালি প্ৰত্যেক কথাতে বৈজ্ঞানিক দৃষ্টিভঙ্গী, জীৱনৰ সকলো সমস্যা সমাধানৰ ক্ষেত্ৰত বৈজ্ঞানিক পদ্ধতিৰ প্ৰয়োগ, বৈজ্ঞানিক মনোভাৱ আদি সকলো মানুহৰ জীৱনৰে এক প্ৰধান উপাদান হৈ পৰিছে। বুটাম টিপিলেই বৈদ্যুতিক সা-সৰঞ্জামে বিভিন্নধৰণৰ কাম কৰি দি আমাক কায়িক পৰিশ্ৰমৰ পৰা বহু পৰিমাণে অব্যাহতি দিছে ; দ্ৰুত যান-বাহনৰ আৱিস্কাৰে মানুহৰ গতিৰ বেগ আৰু গতিশীলতা অভাৱনীয়ভাৱে বঢ়াই তুলিছে, আৰু গোটেই পৃথিবীখনকে যেন সৰু কৰি আনিছে : বিভিন্ন তথ্য-সূত্ৰ আদিৰ আৱিস্কাৰে আমাৰ মনৰ বহুতো কু-সংস্কাৰ আৰু অন্ধ-বিশ্বাস আঁতৰাইছে। এক কথাত কবলৈ গ'লে বিজ্ঞানে আমাৰ জীৱনৰ প্ৰতিটো বিন্দুকে স্পৰ্শ কৰিছে আৰু তাত পৰিবৰ্তন ঘটাইছে। বৰ্তমান পৃথিৱীত

এনে এডোখৰ ঠাই নাই, য'ত বিজ্ঞানৰ প্ৰভাৱ পৰা নাই ; এনে কোনো মানুহ নাই যি বিজ্ঞানৰ উন্নতিৰ দ্বাৰা লাভবান হোৱা নাই।

মানৱ সমাজলৈ বিজ্ঞানৰ অভূতপূৰ্ব বৰঙণিসমূহৰ কথা কওঁতে অৱশ্যে একে উশাহতে এইটোৱে উনুকিওৱা উচিত হ'ব যে বিজ্ঞানে নানান দিশত মানৱ জাতিৰ অপকাৰ সাধন নকৰাকৈও থকা নাই। এটম বোমাকে আদি কৰি প্ৰাণ নাশৰ বিভিন্ন কৌশল বিজ্ঞানৰেই অৱদান ; কল-কাৰখানা শিল্প-প্ৰতিষ্ঠান আদিয়ে মাটি, পানী আৰু বায়ু সাংঘাতিকভাৱে দূষিত কৰাৰ মূলতেও বিজ্ঞানকেই জগৰীয়া কৰিব পাৰি। সকলো দিশ চালি জাৰি চাই বিজ্ঞানে আমাৰ বেচি কল্যাণ সাধন কৰিছে নে বেছি অনিষ্ট সাধন কৰিছে সেই কথা লৈ বহুজনে তুমোফালে বহুত যুক্তি প্ৰদৰ্শন কৰি সীমাহীনভাৱে তৰ্ক কৰি যাব পাৰে ; কিন্তু এই কথা বোধ কৰো আমি সকলোৱেই স্বীকাৰ কৰিব লাগিব যে পূৰ্বৰ চাৰিঠেঙীয়া বনৰীয়া মানুহ নামৰ জন্তুবিধৰ পৰা বৰ্তমানৰ সুন্দৰ সাজ-পাৰ পিন্ধা আনে বুজি পোৱাকৈ নিজৰ মনৰ ভাৱ, চিন্তা আদি ভাষাৰে প্ৰকাশ কৰিব পৰা ; সুৰক্ষিত বাসস্থানত থাকি নিয়মীয়াকৈ পুষ্টিকৰ আহাৰ খাই বংশ বৃদ্ধি কৰিবলৈ সক্ষম হোৱা মানুহ সৃষ্টিৰ মূলতে আছে বিজ্ঞানৰ গৌৰৱময় কৃতিত্ব। যি মহামন্ত্ৰৰ বলত উদ্ভিদজগত, প্ৰাণীজগত আৰু পাৰ্থিৱ জগতখনক বহু পৰিমানে নিয়ন্ত্ৰণ কৰিবলৈ শিকি মানৱ জাতিয়ে বৰ্তমানৰ ৰূপ লাভ কৰিছে সেই বিজ্ঞান হেন মহামন্ত্ৰ আমাৰ প্ৰত্যেকৰে ৰন্ধ্ৰে ৰন্ধ্ৰে সোমাই নাথাকিলে সদা পৰিবৰ্তনীয় এই বৈজ্ঞানিক জগতখনত নিৰ্বিঘ্নে জীয়াই থকাই এক জটিল প্ৰক্ৰিয়া হৈ পৰিব পাৰে। বিজ্ঞানৰ উন্নতিৰ ফলত গঢ় লৈ উঠা এখন সমাজত সুখেৰে জীয়াই থকাৰ এনে জটিল প্ৰক্ৰিয়া সৰ্বসাধাৰণ লোকৰ বাবে সহজ কৰি তোলাত জনপ্ৰিয় বিজ্ঞান সাহিত্যৰ এক বিশেষ ভূমিকা আছে। এই কথা পাছত আকৌ দোহৰা হৈছে।

## সাহিত্য আৰু বিজ্ঞান সাহিত্য :

ভাষা উদ্ভাৱন হোৱাৰ পূৰ্বে মানুহে বিভিন্ন ধৰণৰ শব্দ উচ্চাৰণ কৰি আৰু হাত ভৰিৰ অঙ্গি-ভঙ্গীৰ জৰিয়তে ঠাৰে-চিয়াঁৰে নিজৰ মনৰ ভাৱ



নিজৰ মনৰ ভাৱ আনৰ আগত প্ৰকাশ কৰিছিল। অন্যান্য জীৱ-জন্তুবিলাকে এতিয়াও নিজৰ ভিতৰত ভাৱৰ আদান-প্ৰদান এনেকৈয়ে কৰি আছে। মানুহৰ ক্ষেত্ৰত বিভিন্ন উচ্চাৰণৰ লগত লাহে লাহে একো একোটা নিৰ্দিষ্ট অৰ্থৰ সংযোগ ঘটিল ; শব্দৰ উৎপত্তি হ'ল আৰু লগত কথিত ভাষাৰ সৃষ্টি হ'ল। ইয়াৰ বহু হাজাৰ বছৰৰ পাছত মানুহে কোৱা কথা লিখিবলৈ শিকিলে, তাৰে হাজাৰ হাজাৰ বছৰৰ পাছত ছপাশাল আৱিষ্কৃত হ'ল আৰু তাৰ ফলত এচাম মানুহে বহু কষ্টেৰে আৰ্জন কৰা জ্ঞান ইয়াৰ পাছৰ চাম মানুহলৈ প্ৰেৰণ কৰিব পৰা হ'ল। মানৱ জাতিৰ জ্ঞান সঞ্চয় কৰাৰ উপায় ওলাল। এতিয়া প্ৰশ্ন হ'ল যে মানুহে কি কয় ?, কি লিখে ? আৰু কেনেধৰণৰ কথা ছপা কৰি ভৱিষ্যতলৈ সঞ্চয় কৰিবলৈ চেষ্টা কৰে।

অন্ন বস্ত্ৰ আৰু বাসস্থান এই তিনিটাই মানুহৰ আটাইতকৈ বেছি প্ৰয়োজনীয় বস্তু। এই তিনিওটা সন্তোষজনক ৰূপত পাবৰ কাৰণে চেষ্টা কৰোঁতেই আদিম যুগৰ মানুহৰ প্ৰায় সকলো শক্তি আৰু সময় শেষ হৈছিল। কিন্তু কালক্ৰমত প্ৰয়োজনীয়' এই তিনিওবিধ সামগ্ৰী উচিত পৰিমানে পাবলৈ সক্ষম হোৱাৰ পাছত মানুহৰ বাঢ়ী সময় ওলাল আৰু তাৰ ফলত অন্যান্য চিন্তাৰ পট মুকলি হ'ল। চিন্তাশীল মানুহ (Home Sapiens) ৰ আৱিৰ্ভাৱ হ'ল। চিন্তাশীল মানুহৰ মস্ত চিন্তাৰ লিখিত ৰূপটোৱেই বোধকৰো সাহিত্য। বিজ্ঞানৰ এজন ছাত্ৰ হিচাপে মই অন্ততঃ ইয়াকেই সাহিত্য বুলি ভাবোঁ।

জীৱনত লাভ কৰা অভিজ্ঞতাৰ কথা, মনত উদয় হোৱা নানান কল্পনা, ভাৱ, চিন্তা আদি মানুহে কথিত আৰু লিখিত ভাষাৰে আনক জনাবলৈ ইচ্ছা কৰে। ইয়াতেই সাহিত্যৰ সৃষ্টি। কোনোবাই কবিতাৰ মাধ্যমেৰে, কোনোবাই গল্প, উপন্যাস. নাটক, প্ৰবন্ধৰ মাধ্যমেৰে বা সেইদৰে কোনোবাই ধেমেলীয়া, খুহুতীয়া ৰচনাৰ মাধ্যমেৰে নিজৰ ভাৱ প্ৰকাশ কৰে। যি সাহিত্যৰ বিষয়বস্তু বিজ্ঞান ; যি সাহিত্যত বিজ্ঞানৰ অভিজ্ঞতা প্ৰতিফলিত হয় ; যি সাহিত্যই বিজ্ঞানৰ বুৰঞ্জী, বিজ্ঞানীৰ জীৱনী আমাৰ আগত দাঙি ধৰে ; যি সাহিত্যই বিজ্ঞান অধ্যয়ন

কৰিবলৈ, বৈজ্ঞানিক মনোভাৱ গঠন কৰিবলৈ, বৈজ্ঞানিক দৃষ্টিভঙ্গি আয়ত্ত কৰিবলৈ আমাক প্ৰেৰণা যোগায়; যি সাহিত্যই বিজ্ঞানৰ কথা সহজ সৰল ভাষাত, কেতিয়াবা সাধুৰ আকাৰত, কেতিয়াবা মনোগ্ৰাহী দৈনন্দিন জীৱনৰ উদাহৰণৰ আলমত উপলব্ধি কৰাত আমাক সহায় কৰে সেই আটাইবিলাক সাহিত্যক একেলগে সাঙুৰি বিজ্ঞান সাহিত্য বুলি ক'ব পাৰি।

সাহিত্য যদিও সাহিত্যিকৰ মনৰ এক স্বতঃস্ফূৰ্ত্ত প্ৰকাশ তথাপি এনে প্ৰকাশতো কিছুমান নীতি-নিয়ম আছে; সমাজৰ প্ৰতি সাহিত্যিকৰ দায়বদ্ধতা আছে। সৰ্বসাধাৰণৰ খোৰাকৰ কাৰণে সৃষ্টি কৰা বিজ্ঞান সাহিত্যৰ স্বৰূপনো কেনে হোৱা উচিত তালৈ লক্ষ্য কৰা হওক।

**জনপ্ৰিয় বিজ্ঞান সাহিত্য ঃ** একালে বিজ্ঞানে আমাৰ সকলোৰে জীৱনতে প্ৰভাৱ পেলাইছে আৰু সেইবাবে সকলোৰেই বিজ্ঞানৰ কিছুমান কথা জনা, কিছুমান মনোভাৱ গ্ৰহণ কৰা, কিছুমান কৌশল শিকি লোৱা আৰু কিছুমান দৃষ্টিভঙ্গি আয়ত্ত কৰা নিতান্ত প্ৰয়োজন হৈ পৰিছে। আনহাতে, বিজ্ঞান এটা জটিল বিষয়, গল্প উপন্যাস আদিৰ দৰে পঢ়ি ইয়াৰ গুঢ়াৰ্থ উপলব্ধি কৰিব নোৱাৰি। এফালে প্ৰয়োজনীয়তা আৰু আনফালে দুৰ্বোধ্যতা - এই দুয়োটা পৰস্পৰ বিৰোধী কথাৰ মাজত কেনেকৈ সমন্বয় স্থাপন কৰিব পাৰি ? এই প্ৰশ্নৰ উত্তৰত আমি ক'ব খোজোঁ যে জনপ্ৰিয় ৰূপত লিখা বিজ্ঞান সাহিত্য এই দুই পৰস্পৰ বিৰোধী কথাৰ মাজত সাঁকো স্বৰূপ। এই সাঁকো সৃষ্টিয়ে বিজ্ঞানৰ দুৰ্বোধ্যতা আঁতৰ কৰে আৰু এই সাঁকো বগাই বিজ্ঞানৰ প্ৰয়োজনীয় সাৰবস্তু আহৰণ কৰিব পাৰি।

জনপ্ৰিয় বিজ্ঞান সাহিত্যৰ বিষয়বস্তু বিভিন্ন প্ৰকাৰৰ হ'ব পাৰে, যেনে ঃ

(১) বিজ্ঞানীসকলৰ জীৱন-কাহিনী, তেখেতসকলৰ কৰ্ম-পদ্ধতি, বিভিন্ন বিজ্ঞানীৰ মাজত যোগাযোগ আৰু আন্তঃক্ৰিয়া, তেখেতসকলৰ ঘৰুৱা জীৱনৰ লগত পৰিচয় ইত্যাদি।

(২) বিজ্ঞানৰ বুৰঞ্জী— কেনেকৈ বিজ্ঞানৰ একো একোটা ধাৰণা সময়ৰ গতিত বৃদ্ধি পাই ক্ৰমাৎ অধিক স্পষ্ট হৈ আহিছে তাৰ বিৱৰণ। যেনে আনবিক শক্তি, মহদেশ যাত্ৰা, বংশগতি বিজ্ঞান ইত্যাদি।



(৩) সৰ্ব-সাধাৰণ মানুহৰ বাবে প্ৰয়োজনীয় বিজ্ঞানৰ কিছুমান তত্ব, সূত্ৰ, সৰু-সুৰা কথাৰ বিশদ আৰু সহজে বুজি পোৱা ব্যাখ্যা। পানী, ৱায়ু আদি সম্পৰ্কে পাঠ্যপুথি, সঙ্গপুথি ইত্যাদি।

(৪) পাৰস্পৰিক সম্বন্ধৰ জৰিয়তে বিজ্ঞানৰ বিভিন্ন ভাগ উপভাগক সাঙুৰি একেলগে কৰা, কিছুমান পৰিঘটনাৰ বিৱৰণ, ব্যাখ্যা আৰু আলোচনা, যেনে শক্তি, আহাৰ পৰিবেশ ইত্যাদি।

(৫) আমাৰ দৈনন্দিন জীৱনত ব্যৱহাৰ হোৱা বৈজ্ঞানিক আহিলা-পাতি, সা-সৰঞ্জাম আদিৰ বিৱৰণ কাৰ্য্য প্ৰণালীৰ সৰল ব্যাখ্যা। টেলিভিছন, ৰেফ্ৰিজেৰেটৰ, বৈদ্যুতিক ইস্ত্ৰি ইত্যাদি।

(৬) ভবিষ্যত সম্ভাৱনীয়তাৰ কথা কল্পনা কৰি লিখা বিজ্ঞান ভিত্তিক গল্প, উপন্যাস, ৰম্য ৰচনা, কবিতা আদি।

(৭) বৈজ্ঞানিক দৃষ্টি ভঙ্গী, বৈজ্ঞানিক মনোভাৱ বৈজ্ঞানিক চিন্তা আদি উদ্ৰেক কৰাৰ মানসেৰে লিখা গল্প, প্ৰবন্ধ, ৰচনা আদি।

(৮) আধুনিক জগতৰ সকলো দিশত স্বাস্থ্যকৰ পৰিবেশ সৃষ্টি কৰাৰ ক্ষেত্ৰত জন-সাধাৰণৰ চেতনা জগাই তুলিবলৈ আৰু তেখেতসকলৰ কৰ্তব্য সম্বন্ধে সচেতন কৰিবলৈ প্ৰস্তুত কৰা লিখনি।

জনপ্ৰিয় হ'বৰ বাবে বিজ্ঞান সাহিত্যৰ কেইটামান বৈশিষ্ট্য থকা প্ৰয়োজন; যেনেঃ

(১) বিজ্ঞান সাহিত্যৰ ভাষা সাধাৰণ ৰাইজে বুজিব পৰাকৈ সহজ, সৰল হোৱা উচিত। যি চাম পঢ়ুৱৈক উদ্দেশ্য কৰি বিজ্ঞান সাহিত্য ৰচনা কৰা হয় যেনেঃ শিশু, বিদ্যালয়, মহাবিদ্যালয়ৰ ছাত্ৰ-ছাত্ৰী শিক্ষক-শিক্ষয়িত্ৰী, সাধাৰণ প্ৰাপ্ত বয়স্কলোক, খেতিয়ক শ্ৰেণী, গৃহিনী, ইত্যাদি। সাহিত্যৰ ভাষা সেই চাম লোকৰ বাবে উপযোগী হ'ব লাগে। জনপ্ৰিয় সাহিত্যৰ জৰিয়তে কিছুমান বৈজ্ঞানিক শব্দ সাধাৰণ ৰাইজৰ কথোপকথনৰ মাজত ইতিমধ্যে সোমাই পৰিছে। এনেবিলাক শব্দ আৰু লগতে যিবিলাক শব্দ লিখকে সাধাৰণ ৰাইজে শিকা উচিত বুলি

বিবেচনা কৰে তেনে শব্দৰ বাহিৰে জনপ্ৰিয় বিজ্ঞান সাহিত্যত অন্য জটিল বৈজ্ঞানিক শব্দৰ ব্যৱহাৰ কৰা অনুচিত ।

(২) বিজ্ঞান বিষয়ত বিশেষ শিক্ষা আহৰণ নকৰা ব্যক্তিক চকুৰ আগত ৰাখি লিখা জনপ্ৰিয় বিজ্ঞান সাহিত্য গাণিতিক সমীকৰণ আদিৰপৰা পাৰ্য্যমানে মুক্ত হ'ব লাগে ।

(৩) জটিল ধাৰণাবিলাক যিমান পাৰি সাধাৰণ উদাহৰণৰ সহায়ত সহজ কৰি তুলিবলৈ চেষ্টা কৰিব লাগে ; লিখকে নিজৰ জ্ঞানৰ গভীৰতা বা প্ৰসাৰতা জাহিৰ কৰিবলৈ গৈ লিখনি জটিল কৰিবলৈ চেষ্টা কৰা অনুচিত ।

(৪) বিজ্ঞানৰ নতুন নতুন আৱিষ্কাৰ সমূহ জনপ্ৰিয় বিজ্ঞান সাহিত্যত প্ৰতিফলিত হোৱা দৰকাৰ, যাতে জনসাধাৰণে বিজ্ঞানৰ সৰ্বাধুনিক প্ৰগতিৰ বিষয়ে এটা সম্যক ধাৰণা কৰিব পাৰে ।

**অসমীয়া জনপ্ৰিয় বিজ্ঞান সাহিত্য :** অসমীয়া ভাষাত জনপ্ৰিয় বিজ্ঞান সাহিত্য সিমান চহকী নহয় । সৰ্ব-সাধাৰণে পঢ়িব পৰা পুথি, আলোচনী আদিৰ সংখ্যা নিচেই অলপীয়া । সেইবাবে অসমীয়াত জনপ্ৰিয় বিজ্ঞান সাহিত্য টনকিয়াল কৰিবলৈ চেষ্টা কৰা বৰ প্ৰয়োজন হৈ পৰিছে । এই বিষয়ত আলোচনাৰ বাবে কেইটামান দিশ ইয়াত দাঙি ধৰা হৈছে ।

(১) অসমীয়া দৈনিক আৰু সাপ্তাহিক বাতৰি কাকত সমূহত আৰু পখেকীয়া, মাহেকীয়া, বছেৰেকীয়া আদি আলোচনী সমূহত নিয়মীয়াকৈ বিজ্ঞানৰ প্ৰবন্ধ প্ৰকাশ কৰাৰ দিহা কৰিব পাৰিলে বৰ ভাল হয় ।

(২) জনপ্ৰিয় বিজ্ঞান সাহিত্যৰ পুথি প্ৰকাশ কৰিবৰ কাৰণে প্ৰয়োজনীয় আটাইবিলাক দিশত দক্ষতা আহৰণ কৰি কোনোবা প্ৰকাশক ( অনুষ্ঠান বা ব্যক্তি) আগবাঢ়ি আহিলে সমাজৰ ডাঙৰ উপকাৰ হ'ব ।

(৩) মাধ্যমিক শিক্ষা পৰিষদে বিদ্যালয়ৰ বিভিন্ন শ্ৰেণীৰ বাবে উপযুক্ত জনপ্ৰিয় বিজ্ঞান সাহিত্যৰ পুথি দ্ৰুত পাঠ হিচাপে মনোনীত কৰিব পাৰে । ই লিখক আৰু প্ৰকাশক উভয়কে উৎসাহিত কৰিব ।

(৪) অসম সাহিত্য সভা, অসম বিজ্ঞান সমিতি আদিৰ দৰে অনুষ্ঠানে যোৱা তিনিটা বা চাৰিটা দশকত প্ৰকাশ কৰা অসমীয়া জনপ্ৰিয় বিজ্ঞান সাহিত্যৰ পুথিসমূহ আকৌ উপযুক্ত ব্যক্তিৰ দ্বাৰা পৰ্য্যালোচনা কৰি



ৰাইজৰ আগত পুনৰ চিনাকি কৰোৱাৰ ব্যৱস্থা কৰিব পাৰে । ভাল ভাল পুথিসমূহৰ নতুন তাঙৰণ প্ৰকাশ কৰিবলৈ চেষ্টা কৰা দৰকাৰ । অলপ আসোঁৱাহ যুক্ত পুথিবো আসোঁৱাহ দূৰ কৰি পুনৰ প্ৰকাশ কৰাৰ দিহা কৰিব লাগে ।

(৫) প্ৰতি বছৰতে প্ৰকাশ হোৱা বিজ্ঞানৰ পুথিসমূহৰ এখন তালিকা প্ৰস্তুত কৰিব পাৰিলে ভাল । এনে তালিকাত প্ৰতিখন পুথিৰে এটা চমু পৰিচয় ৰাইজৰ জ্ঞাতাৰ্থে প্ৰকাশ কৰা প্ৰয়োজন ।

(৬) গুৱাহাটী আৰু ডিব্ৰুগড় অনাতাঁৰ কেন্দ্ৰৰপৰা সময়ে সময়ে ভালে-মান বিজ্ঞানৰ কথিকা প্ৰচাৰিত হয় । এইবিলাকৰ প্ৰকাশৰ স্বত্ব অনাতাঁৰ কেন্দ্ৰৰ ওচৰত সংৰক্ষিত হৈ নাথাকে । ওপৰৰ ২ নম্বৰত উল্লেখ কৰা ধৰণৰ কোনোবা প্ৰকাশকে এনেবিলাক কথিকা প্ৰয়োজনীয়ভাৱে সাল-সলনি কৰাই দহ বাৰটাকৈ একেলগ কৰি পুথিৰ আকাৰত নিয়মীয়াকৈ প্ৰকাশ কৰিব পাৰে ।

(৭) বিদ্যালয়সমূহে ছাত্ৰ-ছাত্ৰীৰ বাবে কিতাপৰ তালিকা প্ৰস্তুত কৰোঁতে দুই এখন উপযুক্ত অসমীয়া জনপ্ৰিয় বিজ্ঞান সাহিত্যৰ পুথি সন্নিবিষ্ট কৰিব লাগে ।

(৮) অসম মাধ্যমিক পৰিষদে উপযুক্ত ব্যক্তিক পুথি লিখাৰ দায়িত্ব প্ৰণয়ন কৰাৰ কথা চিন্তা কৰিব পাৰে ।

(৯) প্ৰতি বছৰতে বেলেগ বেলেগ পাচোঁটামান বিষয়ত জনপ্ৰিয় বিজ্ঞান পুথি প্ৰতিযোগিতাৰ কাৰণে লিখিবলৈ দিব পাৰি । প্ৰত্যেক বিষয়ৰ সৰ্বোৎকৃষ্ট পুথিখনৰ লিখকক পুৰস্কৃত কৰাৰ উপৰিও এই পাচোঁখন পুথি যত্ন সহকাৰে নিভু'লভাৱে প্ৰকাশ কৰাৰ ব্যৱস্থা কৰিব লাগে । এনে কামে নতুন এচাম বিজ্ঞান সাহিত্যৰ লিখক গঢ়ি তোলাত অশেষ বৰঙণি যোগাব ।

(১০) গুৱাহাটী আৰু ডিব্ৰুগড় বিশ্ববিদ্যালয় আৰু যোৰহাটৰ অসম কৃষি বিশ্ববিদ্যালয়ে বিজ্ঞান ভিত্তিক জনপ্ৰিয় সাহিত্য সৃষ্টি কৰিবলৈ চেষ্টা কৰিব পাৰে ।

লিখক প্ৰকাশক, বিতৰণৰ দায়িত্বত থকা অনুষ্ঠান, পঢ়ুৱৈ আদি

সকলোৱে ইতিবাচক সহাৰি দিলে নিশ্চয় অসমীয়া জনপ্ৰিয় বিজ্ঞান সাহিত্যৰ উন্নতি হ'ব । এই সন্দৰ্ভত আমি অসম সাহিত্য সভাক এক গুৰুত্বপূৰ্ণ ভূমিকা লবৰ বাবে আহ্বান জনাই এই প্ৰবন্ধ সামৰিছোঁ ।

---

# বিজ্ঞান ভিত্তিক অসমীয়া শিশু সাহিত্য

ড° সোনেশ্বৰ শৰ্মা

শিশু সাহিত্যৰ সংজ্ঞা দিয়াটো কঠিন । যি সাহিত্যই শিশুৰ মনত অনিৰ্বচনীয় আনন্দৰ উদ্ৰেক কৰাৰ লগতে বাস্তৱ জগত সম্পৰ্কে অভিজ্ঞতা বঢ়ায়, মানসিক উৎকৰ্ষ সাধন কৰে আৰু মনত অনুসন্ধিৎসাৰ স্ফুৰণ ঘটায় সেই সাহিত্যই প্ৰকৃততে শিশু সাহিত্য । বৰ্তমান যুগত জ্ঞানৰ বিস্ফোৰণ এনেদৰে হৈছে যে কোনো শিশুৱে ডাঙৰে শিশুৰ কাৰণে বুলি চিহ্নিত কৰি দিয়া কিতাপ পঢ়িয়েই সন্তুষ্ট নহয়; তদুপৰি নানা তৰহৰ কিতাপৰ মাজৰ পৰা আকৰ্ষণীয় কিতাপ বাছি লৈ পঢ়াৰ সুযোগো আগতকৈ বহুগুণে বাঢ়িছে । আনহাতে কিতাপৰ বিষয়বস্তু, সজ্জা আৰু ৰচনাশৈলীৰ এনে ব্যাপক উন্নতি ঘটিছে যে ডাঙৰেও সেইবোৰ নপঢ়াকৈ থাকিব নোৱাৰে । সেয়েহে চাবলৈ গলে শিশু সাহিত্য প্ৰধানকৈ শিশুৰ বাবে হলেও ই সকলো শ্ৰেণীৰ পাঠকৰ বাবেই সুখপাঠ্য ; পাহৰিলে নহব যে সকলো প্ৰাপ্তবয়স্কৰ মনৰ মাজতেই এটা শিশু লুকাই থাকে ।

শিশুৰ জগতখনত বাস্তৱ আৰু কল্পনা এনেদৰে মিশ্ৰিত হৈ থাকে যে তাৰ সীমাৰেখা নিৰ্ণয় কৰা বৰ জটিল । শিশুৰ মনে সততে কল্পলোকত বিচৰণ কৰে । এগৰাকী লিখিকাৰ মতে শিশুৰ মনতো বিশ্বজগতৰ বিচিত্ৰ ভাৱ-অনুভূতিয়ে, চিন্তাছবিয়ে অনবৰতে ভুমুকি মাৰে, কিন্তু কোনো কাৰ্য্য-কাৰণৰ সূত্ৰ ধৰি নহয়, বিচ্ছিন্নভাৱে । (প্ৰীতি বৰুৱা, প্ৰকাশ) । কল্পলোকত বিচৰণ কৰি থকা শিশুৰ মনক বিজ্ঞানৰ কটকটীয়া যুক্তিৰ কাৰাগাৰত বন্দী কৰিব নোৱাৰি, কিন্তু সিহঁতৰ নিজৰ দৈনন্দিন অভিজ্ঞতাপ্ৰসূত নানা কথাৰ যুক্তিসংগত অৱতাৰনাৰে ৰহস্য উন্মোচন কৰাৰ বা সাঁথৰ ভঙাৰ আনন্দ প্ৰদান কৰিব পাৰি ।

শিশু সাহিত্যৰ লগত অংগাংগীভাৱে জড়িত হৈ আছে শিশুৰ সংজ্ঞা ।

শিশু বুলি কলে আমি কাক বুজো ? যদি ১৫ বছৰ বয়সলৈকে শৈশৱ কাল বুলি গ্ৰহণ কৰো তেতিয়াও সমস্যাৰ জটিলতা নকমে ; কিয়নো শৈশৱ হৈছে শাৰীৰিক আৰু মানসিক বৃদ্ধিৰ বাবে আটাইতকৈ বেছি গুৰুত্বপূৰ্ণ কাল । এই কালচোৱাত সিহঁতৰ বিকাশ ইমান দ্ৰুতগতিত আৰু আশ্চৰ্য্যজনকভাৱে হয় যে অটাইকে বয়সৰ এটা পৰ্য্যায়ৰ ভিতৰতে অন্তৰ্ভুক্ত কৰি ৰাখিব নোৱাৰি । শিশু সাহিত্যৰ দৃষ্টিকোণৰপৰা শিশুৱে কিতাপৰ ছবি আদি চাই আনন্দ লাভ কৰিব পৰা হোৱাৰে-পৰা ৮ বছৰলৈ এটা পৰ্য্যায়, ৮—১০ বছৰলৈ দ্বিতীয় পৰ্য্যয় আৰু ১০—১৫ বছৰ বয়সলৈ শেষ পৰ্য্যয় হিচাপে ধৰিব পাৰি । কিন্তু বৰ্তমানৰ যান্ত্ৰিক সভ্যতাৰ সুবিধাৰ ফলত শিশুসকলৰ মানসিক বিকাশো এনেদৰে প্ৰভাৱান্বিত হৈছে যে এই পৰ্য্যায় সকলো সময়ৰে বাবে প্ৰযোজ্য হব বুলি কব নোৱাৰি । বয়সৰ সীমাৰ পৰ্য্যায় অনুসৰি (ওপৰত উল্লেখ কৰা সীমা নহৈ বেলেগো হব পাৰে) শিশু সাহিত্য অনেক ভাষাত ৰচিত হৈছে, কিন্তু অসমীয়া ভাষাত বেলেগ বেলেগ বয়সৰ শিশুৰ কাৰণে কিতাপ লিখাত এতিয়াও গুৰুত্ব আৰোপ কৰাৰ চিন দেখা নাই । যদিও কাচিৎ কোনোখনত কিমান বছৰীয়া শিশুৰ বাবে উপযোগী সেই কথা লিখা থাকে, তথাপি তুলনা কৰাৰ সুবিধাৰ অভাৱত সেইখন প্ৰকৃততে কিমান বছৰীয়াৰ বাবে উপযোগী সেই বিষয়ে সন্দেহৰ অৱকাশ থাকি যায় ।

অসমীয়া ভাষাৰ বিজ্ঞান ভিত্তিক শিশু সাহিত্যৰ বিষয়ে আলোচনা কৰাৰ আগতে আমি ভাৰতৰ আন কিছুমান ভাষাত এই শ্ৰেণীৰ সাহিত্যৰ স্থান কি সেই বিষয়ে আলোচনা কৰিব পাৰো । বেচিভাগ ভাষাৰেই মূল কিতাপ ভাষাৰ অন্তৰায়ৰ বাবে পঢ়িব নোৱাৰাত গৌণ উৎসৰ সহায়তে এই মন্তব্য দিব লাগিব । দেখা যায় যে বেচিভাগ ভাষাৰেই বিজ্ঞান ভিত্তিক শিশু সাহিত্য বৰ চহকী নহয়, যদিও মুঠ বিজ্ঞান সাহিত্যৰ ক্ষেত্ৰত কোনোটো ভাষা কিছু আগবঢ়া । আনহাতে দুটামান ভাষাত বিজ্ঞান ভিত্তিক শিশু সাহিত্য বেচিকৈ ৰচিত হৈছে আৰু এই প্ৰচেষ্টা অব্যাহত আছে।



বঙালী ভাষাত প্ৰতি বছৰে বহু কিতাপ প্ৰকাশ হয়, কিন্তু তাৰ ভিতৰত শিশু সাহিত্যৰ কিতাপ বৰ বেচি নাথাকে । অৱশ্যে এই ভাষাত লিখা বোধোদয় চিৰিজৰ কিতাপবোৰৰ কথা প্ৰশংসাৰে সুঁৱৰিব পাৰি । হিন্দীতো বহু বিজ্ঞান ভিত্তিক শিশু সাহিত্য ৰচিত হৈছে, কিন্তু তাৰ বেচিভাগেই কেৱল নীৰস তথ্যৰ থুপ আৰু আন কিছুমান হ'ল ভুল তথ্যৰ সমষ্টি । গতিকে শিশু সাহিত্যই যি উদ্দেশ্য পূৰণ কৰিব লাগে তাৰপৰা এইবোৰ কেবা যোজনো দূৰত । কানাড়া ভাষাত এতিয়ালৈ প্ৰায় ৪০০০ খন কিতাপ শিশুৰ বাবে ৰচিত হৈছে, তাৰে বহুখিনি শিশু সাহিত্য । এই ভাষাত 'বাল বিজ্ঞান' নামৰ শিশু বিজ্ঞান আলোচনীও আছে । শিশু সাহিত্যত (বা মুঠ বিজ্ঞান সাহিত্যত) আটাইতকৈ চহকী ভাষা বোধকৰো 'মালায়ালম' । কেৰালা চৰকাৰৰ অধীনস্থ ৰাজ্যিক শিক্ষা প্ৰতিষ্ঠানে 'মালায়ালম' ভাষাত ১০০তকৈ অধিক বিজ্ঞান ভিত্তিক কিতাপ শিশুসকলৰ বাবে প্ৰকাশ কৰিছে। কেৰালা শাস্ত্ৰ সাহিত্য পৰিষদ' আৰু আন কিছুমান ব্যক্তিগত প্ৰকাশকেও কিছুসংখ্যক শিশু বিজ্ঞান সাহিত্য প্ৰকাশ কৰিছে । মাৰাঠী ভাষাতো যথেষ্ট সংখ্যক শিশু বিজ্ঞান সাহিত্য ৰচিত হৈছে । সেইদৰে উৰিয়া, তামিল, তেলেগু, আদি ভাষাতো সাহিত্যৰ এই দিশটো গুৰুত্ব সহকাৰে বিবেচিত হৈ আহিছে ।

শিশুৰ বাবে লিখা এই কিতাপবোৰৰ মান খুব উচ্চ বুলি কব নোৱাৰি, কাৰণ প্ৰায়বোৰতেই তথ্যৰ পয়োভৰ থাকে অভিনৱত্ব নাথাকে ।

অসমীয়া ভাষাৰ গদ্যসাহিত্যৰ ইমান পুৰণি ঐতিহ্যৰ পৰিপ্ৰেক্ষিতত বিজ্ঞান ভিত্তিক শিশু সাহিত্যৰ অৱস্থা বৰ আশাব্যঞ্জক নহয় । অসমীয়া ভাষাত যিমানবোৰ বিজ্ঞানভিত্তিক পুথি সাহিত্য ৰচিত হৈছে তাৰ প্ৰায় আটাইবোৰেই স্কুলৰ উচ্চ শ্ৰেণীৰ ছাত্ৰ-ছাত্ৰীৰ বাবেহে উপযোগী ; অৱশ্যে বয়সিয়াল লোকেও এইবোৰ পঢ়ি ভাল পাব বা কোনোজন কম বয়সীয়া শিশুৱেও কেইখনমান পঢ়ি আনন্দ পাব আৰু উপকৃত হব । এইখিনিতে এটা কথা কৈ থোৱা ভাল যে এই আলোচনাত সাধাৰণ স্কুলীয়া পাঠ্য-পুথি আৰু বিজ্ঞানৰ কল্প কাহিনী (চায়েন্স ফিক্‌শ্যন) অন্তভুক্ত কৰা

হোৱা নাই । আলোচনী আৰু বাতৰিকাকতত মাজে সময়ে প্ৰকৃতাৰ্থত শিশুক উদ্দেশ্য কৰিয়েই লিখা ভাল ৰচনা দুই এখন দেখিবলৈ পোৱা যায়, অৱশ্যে এইবোৰ সাধাৰণতে আৰু বোধকৰো স্বাভাৱিকতেই, প্ৰকৃতি সম্বন্ধীয় ৰচনা। এই শ্ৰেণীৰ প্ৰবন্ধ প্ৰকাশৰ ক্ষেত্ৰত অসম বিজ্ঞান সমিতিৰ দ্বাৰা প্ৰকাশিত বিজ্ঞান জেউতিয়ে অগ্ৰণী ভূমিকা লৈ আহিছে।

অসমীয়া ভাষাত এতিয়াও বয়সৰ শ্ৰেণী অনুযায়ী শিশু-বিজ্ঞান সাহিত্য ৰচনাৰ প্ৰতি বিশেষ মনোযোগ দিয়া হোৱা নাই । কেইখনমান কিতাপত (যেনে, আদিম যুগৰ আদি কথা আৰু আমাৰ দৰে সিহঁতো মানুহ— দুয়োখনৰে লেখক ড° ভুবন মোহন দাস) পঢ়ুৱৈৰ বয়স ধৰি দিয়া হৈছে কিন্তু এইবোৰো একেবাৰে প্ৰথম পৰ্য্যায়ৰ শিশুৰ বাবে নহয় । গতিকে দেখা যায় যে যদিও শিশুক কম বয়সৰেপৰা বাস্তৱ জগতখনৰ লগত পৰিচয় কৰি দিয়া উচিত তথাপি আমি তেওঁলোকৰ বাবে কোনো ধৰণৰ কিতাপ লিখাৰ যত্ন কৰা নাই । এইখিনিতে এটা প্ৰশ্ন উঠিব পাৰে যে একেবাৰে কম বয়সীয়া শিশুক (৮ বছৰ পৰ্য্যন্ত) বিজ্ঞানৰ কি কথা কব পাৰি আৰু কেনেকৈ কব পাৰি ? ডাঙৰৰ বাবে প্ৰস্তুত কৰা কিতাপৰ লগত এইবোৰৰ প্ৰভেদ থাকিব ক'ত ? শিশুৰ বোধশক্তি কিন্তু সাধাৰণতে ডাঙৰে ভবাৰ দৰে বৰ কম নহয়, গতিকে সহজ ভাষাত কলে বহু টান যেন লগা কথাও সিহঁতে বুজি পায় । সেয়েহে বয়সৰ বিভিন্ন স্তৰৰ বাবে লিখা কিতাপবোৰৰ প্ৰধান প্ৰভেদ থকা উচিত শব্দৰ ব্যৱহাৰ আৰু বাক্যৰ গাথনিত । একেবাৰে কম বয়সীয়াবোৰৰ কাৰণে লিখা কিতাপত কম সংখ্যক নতুন নতুন শব্দ, সৰল আৰু পোনপটীয়া অৰ্থ বুজোৱা শব্দ আৰু চুটি সৰল বাক্য প্ৰয়োগ কৰি লিখিব লাগে । তেতিয়া সিহঁতে বুজিবলৈ সহজ পায় । এনেদৰে ক্ৰমশ জটিল শব্দাৱলীৰ ( graded vocabulary ) ব্যৱহাৰ অসমীয়া ভাষাত প্ৰয়োগ কৰা হোৱা নাই । এই বিষয়ে গৱেষণাৰ যথেষ্ট স্থল আছে । বহু লিখকে কিবা এটা বিষয় বুজাবৰ বাবে গল্প বা সাধু বা কাহিনীৰ আশ্ৰয় লয়, কিন্তু কাহিনী স্বতঃস্ফূৰ্ত নহলে প্ৰকৃত ৰসগ্ৰহণত যথেষ্ট অসুবিধাহে হয় । কেবাখনো বিজ্ঞান ভিত্তিক কিতাপত



এই দোষ দেখা যায় । আনকি কোনোখনত বিজ্ঞানতকৈ গল্পই প্ৰাধান্য পায় (জোনৰ দেশৰ মানুহ, হৰেন্দ্ৰ বৰ্মন, ১৯৭১) আৰু কোনো গল্প জোৰকৈ জাপি দিব খোজাৰ চিন স্পষ্টকৈ ওলাই পৰে ( জীৱ জগতৰ সাধু, ফাইজনুৰ আলি, ১৯৭১ ) । আনহাতে বিজ্ঞানৰ কথা সৰলকৈ লিখা বৰ টান কাম , সৰল কৰিবলৈ যাওঁতে বিষয়বস্তুৰ গুৰুত্ব হ্ৰাস পায় বা কেতিয়াবা বিজ্ঞানৰ সত্যৰ স্বৰূপ হেৰাই যায় । এইটোও বৰ ক্ষতিকাৰক, কাৰণ বিজ্ঞান সাহিত্য কেৱল মাথোন সাহিত্য নহয়, ই প্ৰথমে বিজ্ঞান । এইখিনিতে এটা জটিল প্ৰশ্নৰ অৱতাৰণা কৰিব পাৰি — শিশুৱে কোনো এটা বিষয় পোনপটীয়াকৈ বুজাব খুজিলে ভাল পায়, নে তাৰ লগত আন গল্পৰ অৱতাৰণা কৰিলেহে ভাল পায় ? এই প্ৰশ্নৰ উত্তৰ হয়তো একে আষাৰে দিয়া টান । ইয়াৰ সপক্ষে আৰু বিপক্ষে হয়তো নানা যুক্তিও দিব পৰা যাব । কিন্তু একেবাৰে কম বয়সীয়া শিশুৰ বাবে পোনপটীয়া কথাৰ আকৰ্ষণহে বেছি । বয়স বঢ়াৰ লগে লগে বোধশক্তি বাঢ়ে আৰু তেনেক্ষেত্ৰত বৰ্ণনা ৰসাল কৰিবৰ বাবে সংগতিপূৰ্ণভাৱে নানান কাহিনী (আৱিষ্কাৰৰ লগত জৰিত, আৱিষ্কাৰকৰ লগত জৰিত ইত্যাদি) সংযুক্ত কৰিব পাৰি ।

এতিয়া অসমীয়া ভাষাত ৰচিত কেইখনমান কিতাপৰ আলোচনাৰ জৰিয়তে অসমীয়া বিজ্ঞান-ভিত্তিক শিশু সাহিত্যৰ মানদণ্ড সম্পৰ্কে এটা ধাৰণা কৰি লব পাৰি । প্ৰকাশিত সকলো কিতাপৰ তালিকা এখন দিয়াৰ উদ্দেশ্য ইয়াত নাই আৰু সকলোৰোৰ লিখকৰ বিষয়ে আলোচনা কৰিবও খোজা নাই, কিয়নো এই সম্পৰ্কে আন উৎসত (বৈশ্য, সো. শৰ্মা কা. শৰ্মা, কি. পাঠক) বহুতো তথ্য পাব।

বহু বছৰ আগতে (১৯৪৩) ৰোহিনী কুমাৰ বৰুৱাই 'বিজ্ঞানৰ সাধু' নাম দি এখন শিশু উপযোগী কিতাপ লিখিছিল । এয়ে বোধকৰো অসমীয়া শিশু বিজ্ঞান সাহিত্যৰ আৰম্ভণি । তাৰ পাছত পুৰণি চাম লিখকৰ কেবাজনেও লিখিছে যদিও তেখেতসকলৰ ভিতৰত প্ৰসন্ন গোস্বামীৰ 'ফুলৰ সাধু' আৰু 'জন্তুৰ সাধু' (১৯৬১), ভুবন মোহন দাসৰ

'আদিম যুগৰ আদিম কথা', ৺হৰেন্দ্ৰ নাথ কলিতাৰ 'আকাশৰ কথা' (১৯৬৪) আৰু 'পৃথিৱীৰ সাধু' (১৯৬৯), কনক চন্দ্ৰ মহন্তৰ 'চকুৰ আৰৰ নেদেখা কাহিনী' আৰু 'প্ৰাণীজগতৰ বিচিত্ৰ কাহিনী' (১৯৬৫) জীৱন দাসৰ 'অকণিৰ অৰণ্য' (১৯৭১) আৰু ড° প্ৰতুল চন্দ্ৰ গোস্বামীৰ 'খাদ্য-প্ৰাণৰ কথা' উল্লেখযোগ্য। বিষয়বস্তুৰ শুদ্ধতাৰ ফালৰ পৰা এই কেইখন কিতাপৰ গুৰুত্ব মনকৰিবলগীয়া। ড° গোস্বামীৰ 'জন্তুৰ সাধুত' সাধুকথাৰ ছলেৰে শিশুসকলক জীৱজন্তুৰ বিষয়ে নানা কথা কব বিচাৰিছে, পিচে তেখেতে অৱতাৰণা কৰা গল্পৰ প্ৰাধান্যই বিজ্ঞানৰ গুৰুত্ব হানি কৰিছে। "চকুৰ আৰৰ নেদেখা কাহিনীয়ে" বেক্টেৰিয়া, কাঠফুলা, শেলাই আদি সূক্ষ্ম উদ্ভিদৰ ৰহস্যময় জগতখনৰ দুৱাৰ শিশুৰ বাবে মুকলি কৰিব। 'প্ৰাণীজগতৰ বিচিত্ৰ কাহিনীত' লিখকে সৰল ভাষাৰে নানা প্ৰকাৰ জীৱজন্তুৰ লগত শিশুসকলক পোনপটীয়াভাৱে পৰিচয় কৰি দিছে। 'আকাশৰ কথাত' ৰামধেনু যুগৰ এগৰাকী গল্প লিখক ৺হৰেন্দ্ৰ নাথ কলিতাই সৌৰজগত আৰু বহিৰ্বিশ্বৰ বৰ্ণনা কৰিছে। তেখেতৰ আন এখন কিতাপ 'পৃথিৱীৰ সাধুত' ভৌতিক পৰিচয়ৰ লগতে গছ-গছনি আৰু জীৱ-জন্তুৰ কথাও কিছু কৈছে আৰু পৃথিৱীৰ খনিজ সম্পদ সম্পৰ্কেও লিখিছে।

বিজ্ঞান সাহিত্যৰ নতুন চাম লিখকে অষ্টম দশকৰ পৰা কিতাপ প্ৰবন্ধ আদি ৰচনাত আশাশুধীয়া ভাৱে লাগি আছে। তেওঁলোকে কিতাপ, প্ৰবন্ধ, ৰেডিঅ' কথিকা, ৰূপক আদিৰ জৰিয়তে বিজ্ঞানক সাধাৰণ লোকৰ, বিশেষকৈ শিশুৰ ওচৰ চপাই আনিছে। এই চাম লিখকৰ ভিতৰত ড° দীনেশ চন্দ্ৰ গোস্বামী, ড° বিজয়কৃষ্ণ দেৱ শৰ্মা, ড° সোণেশ্বৰ শৰ্মা, ৰমেশ গোস্বামী শান্তনু তামুলী, ক্ষীৰধৰ বৰুৱা আদিৰ নাম বিশেষভাৱে উল্লেখযোগ্য। ড° গোস্বামীয়ে প্ৰবন্ধ, নাটক, আদিৰ জৰিয়তে কম বয়সীয়া ছাত্ৰ-ছাত্ৰীক বিজ্ঞানৰ প্ৰতি আগ্ৰহান্বিত কৰি তোলাত যথেষ্ট বৰঙণি আগবঢ়াইছে। তেখেতে লিখা কেইখনমান কিতাপ হ'ল বতৰ, সংযোগ (১৯৭৯), বিশ্ব ব্ৰহ্মাণ্ড, শব্দ (১৯৮৪), অভিনৱ আবিষ্কাৰ (১৯৭৫) ইত্যাদি। ড° গোস্বামীৰ ৰচনাৰ সৰলতা মন



কৰিবলগীয়া। ড° সোনেশ্বৰ শৰ্মাৰ 'নীলিম সলিল ৰাশি' (১৯৭৬), পৃথিবীত জীৱৰ উৎপত্তি (বিজ্ঞান জেউতিত চোৰা চোৰাকৈ প্ৰকাশিত), আৰু 'নিলয় বিধে বিধে' (বিজ্ঞান জেউতিত প্ৰকাশিত, পৰিবৰ্দ্ধিত ৰূপত কিতাপ আকাৰে ছপা হৈ আছে উল্লেখযোগ্য। উল্লেখযোগ্য এই কাৰণেই যে এইবোৰৰ ভাষা স্পষ্ট আৰু পোনপটীয়া আৰু শব্দৰ ব্যৱহাৰত থাকিবলগীয়া মিতব্যয়িতাও আছে। তামুলীৰ সৰীসৃপ (.৯৭২), ক্ষীৰধৰ বৰুৱাৰ 'আকাশীযানৰ কথা' (১৯৮২, ডা° জীৱন চন্দ্ৰ দত্ত বৰুৱাৰ 'স্বাস্থ্যৰক্ষাৰ কেইটিমান খুটিনাটি কথা' (১৯৮২), আনন্দ দেৱ গোস্বামীৰ 'ফুলৰ উকাৰ সৰিল' (১৯৮১), দীনেশ বৈশ্যৰ 'বায়ু আৰু পানী' (১৯৮১, নাৰায়ণ চন্দ্ৰ ভৌমিকৰ 'সাপৰ পৰিচয়' ১৯৮৩, প্ৰসন্ন কুমাৰ ডেকাৰ 'মনোৰম মৰুভূমি' (১৯৮৪), যজ্ঞেশ্বৰ হাতীবৰুৱাৰ 'শক্তি, শক্তি সংকট আৰু সৌৰ শক্তি' (১৯৮৬), ড° মহেন্দ্ৰ বৰাৰ কৃত্ৰিম উপগ্ৰহ (১৯৮৩, ডিম্বেশ্বৰ চলিহাৰ 'আৱিষ্কাৰৰ আৰে আৰে' (১৯৮২) আদিও উল্লেখযোগ্য।

ড° দীনেশ চন্দ্ৰ গোস্বামীয়ে লিখা বতৰ এখন ভাল কিতাপ, যদিও সম্পূৰ্ণ দোষমুক্ত নহয়। লিখকৰ মতে শিশু আৰু 'নৱ-সাক্ষৰিত সকলৰ বাবে কিতাপখন যুগুতোৱা হৈছে। কিন্তু যিহেতু 'নৱ-সাক্ষৰিত'ৰ বাবে উপযোগী কৰি তোলাৰ প্ৰশ্ন এটা আছিল, সেয়েহে শিশুৰ বাবে উপযোগী কৰাত কিছু হলেও অসুবিধা আছিল কাৰণ দুয়ো দলৰে মানসিক বিকাশৰ ক্ষেত্ৰত যথেষ্ট প্ৰভেদ আছে।

অসম সাহিত্য সভাৰ দ্বাৰা প্ৰকাশিত ৰমেশ চন্দ্ৰ গোস্বামীয়ে লিখা এখন শিশু বিজ্ঞান পুথি হ'ল 'সাগৰৰ কথা'। সাগৰ সম্বন্ধে অসমীয়া ভাষাত যিমান কেইখন কিতাপ আছে সিমান কিতাপ আন কোনো এটা বিষয়তে নাই। 'সাগৰৰ কথাৰ' বৰ্ণনা ভাল, ভাষাও শুৱলা, কিন্তু ইয়াৰ লগত তথ্যৰ সম্পূৰ্ণ শুদ্ধতা লগলাগি যোৱা হলে সোণত সুৱগা চৰিলহেঁতেন। [ সাগৰৰ গভীৰতা সম্পৰ্কে দুঠাইত (পৃঃ ১৪, পৃঃ ১৬) দুটা তথ্য দিছে। সাগৰৰ তলিত কোনো যান যাব নোৱাৰে বুলি কোৱাও শুদ্ধ নহয়] দুই এটা কথা সঁচা হলেও ব্যাখ্যাৰ অভাৱত শিশুৱে বুজি

নাপাব। যেনে. সাগৰৰ বেছি গভীৰৰপৰা কম গভীৰ অঞ্চললৈ মাছবোৰ তুলি আনিলে গা ফাটি ছিৰাছিৰ হয় কিয় ? স্পঞ্জবোৰক প্ৰাণী আৰু উদ্ভিদৰ মাজৰ অৱস্থাৰ জীৱ বুলি কোৱাটো ঠিক নহয়। সাগৰৰ তলিত ডাঠ হাবি আছে বুলি কোৱাও বিভ্ৰান্তিকৰ।

আন এখন দোষৰ পৰা সম্পূৰ্ণ মুক্ত নোহোৱা ভাল কিতাপ হল 'শক্তি, শক্তি সংকট আৰু সৌৰ শক্তি'। তাত এঠাইত তেখেতে সৰলীকৰণৰ খাতিৰত বৈজ্ঞানিক সত্যক উলাই কৰিছে। তেখেতে কৈছে "চেনিৰ বহুত কণিকাৰ মিলন হৈ আমাৰ ধান, গম, মাকৈ আদি হয়। আচলতে সেইদৰেই বাঁহ কাঠবোৰো হয়।" সৰল কৰিবলৈ যোৱাৰ ফলত দেখা দিয়া ভুল কিতাপখনত আৰু আছে; আকৌ গোটেই কিতাপখনতে তেখেতে শক্তিৰ একক বেলেগ ধৰণে প্ৰকাশ কৰিছে।

পুষ্টিবিজ্ঞানত ১ কেল'ৰি বুলি কলে প্ৰকৃততে এক কিল' কেল'ৰিকে বুজায়। কিন্তু লেখকে তাকে নকৰি কেল'ৰিক ১০০০ গুণ ডাঙৰকৈ দেখুৱাৰ ফলত যিবোৰ সংখ্যাৰ উদ্ভৱ হৈছে সেইবোৰ পাঠকে আন কতো বিচাৰি নাপাব। তেখেতে লিখিছে মাংসদাৰৰ প্ৰতি গ্ৰামৰপৰা পোৱা শক্তি ৪১০০ কেল'ৰি, কিন্তু পাঠকে আন সকলোকে এই মান পাব ৪'১ কেল'ৰি (বা ৪ কেল'ৰি) হিচাপেহে। ইয়েই পাঠকৰ মনত বিভ্ৰান্তি আনি দিব।

জীৱন দাসে 'নীল সাগৰৰ কাহিনীত' খুব চমুকৈ সাগৰৰ বিষয়ে নানা কথা লিখিছে। সৰল বৰ্ণনাৰ দৃষ্টিকোণৰপৰা এইখন কম বয়সীয়া শিশুৰ উপযোগী ভাল কিতাপ হব পাৰিলেহেঁতেন যদিহে কিতাপখনত অনেক ভুল তথ্য নাথাকিলহেঁতেন, (উদাহৰণঃ আমাৰ দেশৰ মধ্য ভাৰতত মৰুভূমি আছে., সাগৰীয় জীৱজন্তুবোৰ ভু-ভাগৰ জীৱজন্তুতকৈ বহুগুণে ডাঙৰ; অক্টোপাছ, চিল; ডলফিন আদি মাছ; ঘঁৰিয়ালে গোটে গোটে মানুহ গিলি থব পাৰে, প্ৰ'টয়'ৱাৰপৰা উদ্ভিদ আৰু জীৱজন্তুৰ আৱিৰ্ভাৱ হৈছে; প্লেকন নামৰ প্ৰাণীয়ে সহজে গছ-গছনি আৰু জন্তু জন্ম দিব পাৰে ইত্যাদি)। উপযুক্ত পুনৰীক্ষণৰ অভাৱতেই এইবোৰ ভুল হৈ গৈছে। বৰ্ণনাত পোনপটীয়া শৈলী প্ৰয়োগ কৰা, শিশু-



মনত কৌতুহলৰ উদ্ৰেক কৰিব পৰা এখন ভাল কিতাপ হ'ব পাৰিলেহেঁতেন সুৰেন্দ্ৰ নাথ হাজৰিকাৰ 'বৈজ্ঞানিক আৰু আৱিষ্কাৰ'। কিন্তু কিতাপখনত থকা নানা প্ৰকাৰ ভুলে (বানান, বাক্যৰ গঠন, তথ্য ইত্যাদি) ইয়াক এখন ভাল কিতাপ হিচাপে থিয় হোৱাৰ সম্ভাৱনা নাইকিয়া কৰিলে।

এই কেইটা উদাহৰণ দিয়াৰ অৰ্থ হ'ল এয়ে যে অসমীয়া ভাষাৰ ভাল লিখকৰ ভাল কিতাপো দোষমুক্ত নহয়। আনহাতে এনেকুৱা কিতাপো ৰচিত হৈছে যিবোৰ হয়তো ৰচিত নোহোৱা হলেও অসমীয়া সাহিত্যৰ একো অপকাৰ নহ'লহেঁতেন।

কিতাপৰ বাহিৰেও আলোচনীত বহু ভাল প্ৰবন্ধ সিঁচৰতি হৈ আছে। আলোচনীৰ ভিতৰত বৰ্তমান লুপ্ত কিন্তু বিজ্ঞান সাহিত্যত যথেষ্ট অৰিহণা যোগোৱা আলোচনীৰ কথা কব খোজা নাই। অসম বিজ্ঞান সমিতিয়ে প্ৰকাশ কৰা বিজ্ঞান জেউতিত ইতিমধ্যে উল্লেখ কৰা লিখকসকলৰ বাহিৰেও আন বহু লিখকে প্ৰৱন্ধ লিখিছে। তাৰ ভিতৰৰ বহু প্ৰৱন্ধ শিশু সাহিত্য হিচাপে মনত ৰাখিবলগীয়া। বি, জে,ৰ উপৰিও আন এখন বিজ্ঞান-আলোচনী 'দৃষ্টিৰ' কথাও কব লাগিব। দৃষ্টিৰ একোটা সংখ্যাত মাথোন এটা বিষয়হে আলোচনা কৰা হয়। যদিও দৃষ্টিৰ ৰচনাবোৰ সৰ্বসাধাৰণ শিক্ষিত লোকৰ বাবেহে লিখা তথাপি এইবোৰ যে কিশোৰ-কিশোৰীয়েও আগ্ৰহেৰে পঢ়িব তাত অকনো সন্দেহ নাই। দৃষ্টিৰ 'অনুজীৱজগতৰ কথা', 'পতংগজগত', 'পশুৰ জগত' এই ক্ষেত্ৰত বিশেষভাৱে উল্লেখযোগ্য। অসমীয়া ভাষাত প্ৰকাশিত শিশু আলোচনী যেনে মৌচাক, সঁফুৰা, মুকুতা, চান্দমামা (অনুদিত) আদিয়ে নিয়মীয়াকৈ বিজ্ঞানৰ ৰচনা প্ৰকাশ কৰে। আকৌ বাতৰি কাকত কেইখনমানেও শিশু উপযোগী বিজ্ঞানৰ প্ৰৱন্ধ প্ৰকাশ কৰে। কিন্তু প্ৰৱন্ধ আটাইবোৰতেই বিজ্ঞানৰ বিষয়বস্তু সম্পাদনাৰ ক্ষেত্ৰত শিথিল মনোভাৱ অৱলম্বন কৰা আৰু চমক লগোৱা কথাৰে শিশুক আকৰ্ষিত কৰাৰ প্ৰতি বেচি আগ্ৰহান্বিত যেন দেখা যায়।

বিজ্ঞানভিত্তিক শিশু সাহিত্য কেনে হোৱা উচিত এই বিষয়ে নানা মত থাকিব আৰু নানাজনে নানা ব্যাখ্যাও দাঙি ধৰিব। ই শিশুৰ

ভৱিষ্যত জীৱন গঢ়াত সহায় কৰিব লাগিব, সিহঁতৰ চিন্তাশক্তি তীক্ষ্ণ কৰি তোলাত অৰিহণা যোগাব লাগিব; আৰু সমাজ, মানৱজাতি আৰু প্ৰকৃতিৰ প্ৰতি থকা সিহঁতৰ দায়িত্বৰ প্ৰতিও সচেতন কৰি তুলিব পাৰিব লাগিব। বিজ্ঞান সাহিত্যই এনেকুৱা আদৰ্শ অৱস্থা এটা সম্পূৰ্ণৰূপে গঢ়ি তুলিব নোৱাৰিলেও ই হোৱা উচিত শুদ্ধ, ভুল তথ্য, ভুল ব্যাখ্যা বা ভুল দিকনিৰ্দেশ তাত থাকিব নালাগিব। ৰচনাৰ প্ৰকাশভংগীও এনেকুৱা হোৱা উচিত যাতে কণ কণ শিশু মনত কোনোপধ্যে খোকোজা নলগায় বা বিভ্ৰান্তিৰ সৃষ্টি নকৰে। এই কথা মনত ৰাখিব লাগিব যে শিশুৱে ছপাৰ আখৰত দেখা সকলো কথাকেই সঁচা বুলি দৃঢ়ভাৱে বিশ্বাস কৰে, আৰু সকলো অভিভাৱক ভুল আঙুলিয়াই দিবৰ বাবে সক্ষম নহয়।

লিখনি মধুৰ কৰিবৰ বাবে কৰা যত্নৰ ক্ষেত্ৰত দুই ধৰণৰ প্ৰৱনতা দেখা যায় (১) গল্পৰ ছলেৰে বিজ্ঞানৰ কথাবোৰ বুজোৱা, আৰু (২) মানুহৰ সমাজ বা আচৰণৰ বিষয়ে আলোচনা কৰিবৰ বাবে যিবোৰ শব্দ বা প্ৰকাশভংগী ব্যৱহাৰ কৰা হয় তেনেবোৰ প্ৰকাশভংগীকেই জীৱ-জন্তুৰ ক্ষেত্ৰতো প্ৰয়োগ কৰা। প্ৰথমটোৰ ক্ষেত্ৰত বিশেষ আপত্তি কৰিব লগীয়া নাথাকে যদিহে বিজ্ঞান আৰু কাহিনী এক হৈ যায়, অথবা প্ৰক্ষিপ্ত বাহ্যিক ঘটনাৱলীয়ে বৈজ্ঞানিক তথ্যক আগবঢ়াই নিয়াত সহায় কৰে। উদাহৰণ স্বৰূপে ইংৰাজী ভাষাৰ এখন কিতাপৰ উল্লেখ কৰিব পাৰি— Mr. Tomkins learns the facts of life" (Gamow). অসমীয়া ভাষাত এই শ্ৰেণীৰ কিতাপ নাই। এইখিনিতে হাতীবৰুৱাৰ 'শক্তি', শক্তি-সংকট আৰু সৌৰশক্তি' নামৰ কিতাপখনৰ কথা উল্লেখ কৰিব পাৰি। এই কিতাপখনো দোষমুক্ত নহয়। দ্বিতীয় ধৰণৰ প্ৰৱণতাৰ উল্লেখ কৰিবলৈ হলে ডিম্বেশ্বৰ চলিহাৰ 'চৰাই' আৰু প্ৰাণীজগতৰ বিস্ময়ৰ নাম লব পাৰো। তেনেকুৱা প্ৰকাশভংগীয়ে ব্যাখ্যা কৰিব খোজা সকলো কথা বেছি স্পষ্ট কৰি তোলে বুলি কব নোৱাৰি। তাৰ কেইটামান উদাহৰণ এনেধৰণৰঃ মানুহৰ সমাজত ছোৱালী বিয়া দিবৰ সময়ত ঘৰ; বৰ আদি চোৱাৰ লগত টোকোৰা চৰাইৰ সংগীৰ অনুসন্ধানৰ বিজনি অনা, প্ৰাণীয়ে পিন্ধা উৰা কৰা, জীৱৰ আশা আকাংক্ষা থকা, মাইক্ৰ'বৰ চৰকাৰ ভঙা-পতা,



কেংগাৰুৰ মোনাখন কিছুমান তিৰোতাই কাম কৰিবৰ সময়ত পিঠিত কেঁচুৱা বান্ধিবৰ কাৰণে সজা কাপোৰৰ মোনাৰ দৰেই বুলি কোৱা, মকৰাই বহুতো শতিকাৰ আগৰেপৰাই টেলিগ্ৰাফ ব্যৱহাৰ কৰি আহিছে বুলি কোৱা, সাংসাৰিক চিন্তা নাথাকে বাবেই (প্ৰব্ৰজনকাৰী পোৱালি-বোৰে ৰং তামাছা কৰি লাহে লাহে আহি থাকে বুলি কোৱা, ইত্যাদি। আচৰণ বিজ্ঞানৰ ক্ষেত্ৰত মানুহ আৰু জীৱ-জন্তুৰ বহু কথা মিলে যদিও সিবোৰ বুজোৱাৰ বাবে প্ৰয়োগ কৰা শব্দৰ ক্ষেত্ৰত সাৱধান হোৱা দৰকাৰ।

শিশুৰ বাবে লিখা আন এক ধৰণৰ ৰচনাও চকুত পৰিছে, ইয়াত সাধুকথাৰ গাঁথনিৰে প্ৰতিষ্ঠিত সত্যক প্ৰতিভাত কৰাৰ প্ৰচেষ্টা চলোৱা হৈছে। বৈজ্ঞানিক সত্য বা তথ্যক ৰচনাশৈলীৰ বৈচিত্ৰৰে ৰঞ্জিত কৰা এনেকুৱা কেইটামান গল্প (বা নতুন সাধু) লিখিছে ৺দেবেন্দ্ৰ নাথ আচাৰ্যই লেখেতৰ 'হাতীপটি চিকমিকি (১৯৭৯) নামৰ কিতাপত। তাৰ 'পাহাৰ নদী আৰু সাগৰ' হাতীপটি চিকিমিকি নাচি নাচি যায় আৰু বেলিটো নথকা হলে আদি কেইটামান উল্লেখযোগ্য বিজ্ঞানৰ সাধু। এইবোৰ বিজ্ঞানৰ কল্পকাহিনী নহয়।

অসমীয়া শিশু বিজ্ঞান সাহিত্যৰ কিতাপ, প্ৰবন্ধ আদি পঢ়াৰ পাছত ইয়াৰ বিকাশ বৰ্তমান প্ৰকৃতি, গুণ আৰু ভৱিষ্যতৰ বাবে কঢ়িয়াই অনা আশা বা নিৰাশাৰ ছবি এখন দাঙি ধৰাত অসুবিধা নহয়। এই শ্ৰেণীৰ ৰচনাৰ সংখ্যা বৰ কম নহলেও গুণৰ ফালৰপৰা কিন্তু তেনেই নিম্ন পৰ্য্যায়ৰ হৈ আছে। নিম্ন মানদণ্ডৰ বুলি কোৱাৰ প্ৰধান কাৰণ হ'ল তথ্যৰ ভুল, দুৰ্বল বাক্য গাঁথনি, ভুল শব্দ প্ৰয়োগ আৰু ভুল বানান। মই আগতে উল্লেখ কৰাৰদৰে এই কথা পুনৰ দোহাৰিব খুজিছোঁ যে কেইখনমান কিতাপৰ বাহিৰে প্ৰায় আটাইবোৰ কিতাপতে তথ্যৰ ভুলৰ লগতে আন নানা ভুল বা বিভ্ৰাট দেখিবলৈ পোৱা যায়। লিখকসকলৰ স্ব স্ব স্থানৰ কথা ভাবিলে এইকথা বৰ আচৰিত যেনেই লাগে। ই পৰোক্ষভাৱে আমাৰ শিক্ষালাভৰ অসম্পূৰ্ণতা বা দুৰ্বলতাকেই সূচায়। তদুপৰি পুনৰীক্ষণ আৰু সম্পাদনাৰ অভাৱে ইয়াত অৰিহনা যোগায়। কিতাপো যে ভালদৰে সম্পাদনা কৰাৰ প্ৰয়োজন সেই ধাৰণা

এতিয়াও অসমীয়া ভাষা-সাহিত্যলৈ আহি পৰা নাই। কিন্তু উপযুক্ত লোকে সম্পাদন কৰি দিয়াৰ পাছত লিখকৰ স্ব-মহিমাৰে মহিমান্বিত একোখন কিতাপৰ উজ্জলতা দুগুণে বাঢ়ে, সোণত সুৱগা চৰে। তাকে নকৰাৰ ফলত কিতাপবোৰ ভুলে-ভ্ৰান্তিয়ে ছপাশাল পায় আৰু শিশু, চেমনীয়া, বা আন পঢ়ুৰৈ এইবোৰ ভুলৰ বলি হয়। ড° ভুবন মোহন দাসেও এই কথাৰ ওপৰত গুৰুত্ব দিছে। যদিও তেখেতে আলোচনী আৰু বাতৰি কাকতৰ প্ৰবন্ধবোৰ সম্ভৱতঃ সম্পাদিত' ৰূপত প্ৰকাশ হয় বুলি লিখিছে তথাপি এই প্ৰবন্ধলিখকৰ অভিজ্ঞতা অনুসৰি সম্পাদনাৰ চিন সেইবোৰত নাই। অৱশ্যে বিজ্ঞান জেউতি এই ক্ষেত্ৰত ব্যতিক্ৰম। লিখক আৰু সম্পাদকৰ মাজৰ ভাব বিনিময়, আলোচনা আদিৰ মাধ্যমেৰে যে কিতাপ একোখনৰ মানদণ্ড বহু ওপৰলৈ তুলিব পাৰি সেই কথা হৃদয়ংগম কৰাৰ সময় আহি পৰিছে।

ড সত্যেন্দ্ৰ নাথ শৰ্মাই এঠাইত লিখিছে যে অসমীয়া শিশু সাহিত্য সমূহ দেখাত আকৰ্ষণীয়কৈ ছপোৱা নহয়, তাত সুন্দৰ সুন্দৰ ছবি নাথাকে, ছপা বন্ধাও মনোমোহা নহয়। প্ৰকৃততে কবলৈ গলে অসমত এতিয়াও ধুনীয়াকৈ ছপা বন্ধা কৰিব পৰা অত্যাধুনিক ব্যৱস্থাবোৰ নাই। অনুপাৰ শিশু বিজ্ঞান সাহিত্যৰ বাবে অপৰিহাৰ্য্য সুন্দৰ ছবি আঁকিব পৰা শিল্পীও অসমত নাই। পশ্চিমীয়া দেশত কিতাপ চিত্ৰাংকিত কৰাৰ ক্ষেত্ৰতো বিশেষজ্ঞৰ অভাৱ নাই, অৰ্থাৎ কোনো প্ৰকৃতি বিষয়ক ছবি আঁকাত, কোনোৱে চৰাই আঁকাত, কোনোৱে জ্যামিতিক ছবি আঁকাত বিশেষ ভাৱে পাৰদৰ্শী। কিন্তু আমাৰ ইয়াত এতিয়াও বিজ্ঞানৰ কিতাপ এখন সুন্দৰ চিত্ৰাংকনেৰে সুন্দৰ ভাৱে সজাই পৰাই দিব পৰা মানুহ আমাৰ চকুত পৰা নাই। অৱশ্যে এজন শিল্পীৰ মতে প্ৰকাশকে উপযুক্ত পৰিশ্ৰমিক দিবৰ বাবে ইচ্ছুক নোহোৱাই এই শূন্যতাৰ কাৰণ।

বিজ্ঞানৰ ছবি আঁকিবলৈ চিত্ৰাংকনত পাৰদৰ্শী হলেই নহয়, তেওঁৰ এক বিশেষ দৃষ্টি আৰু বিজ্ঞানবোধ থকাৰ প্ৰয়োজন। বহু কিতাপত এইবোৰৰ অভাৱত ছবিবোৰে কথা নকয়, বৰঞ্চ আথৰে কোৱা কথা বুজাত হেঙাৰ হৈহে দেখা দিয়ে। এই দিশটোৰ কথাও গুৰুত্ব সহকাৰে বিবেচনা কৰিব লাগে।



সাহিত্যৰ স্বৰূপ উদঙাই দিয়াত আৰু সাহিত্যৰ পথনিৰ্দেশ কৰাত সমালোচনাৰ ভূমিকা অনস্বীকাৰ্য্য। কিন্তু অসমীয়া সাহিত্যৰ সমালোচক-সকলে সাধাৰণতে বিজ্ঞানৰ জনবোধ্য পুথিসমূহ (শিশু সাহিত্যকে ধৰি) সাধাৰণতে সমালোচনাৰ মাজলৈ টানি নিনিয়ে। তদুপৰি এইবোৰ কিতাপৰ কথা উল্লেখকৰাৰ পৰাও তেনে সমালোচক সকল বিৰত থাকে। ভাল সমালোচনাৰ অভাৱত লিখকে নিজৰ দোষ ত্ৰুটিখিনিও গম নাপায়। অৱশ্যে আধুনিক বিজ্ঞানৰ লগত পৰিচয় নথকা লোকে কৰা এৰা-ধৰা মনোভাৱৰ সমালোচনাই বিজ্ঞান সাহিত্যকেই উপলুঙা কৰাৰ উপৰিও অসমীয়া শিশু বিজ্ঞান সাহিত্যৰ স্বৰূপ সম্পৰ্কে অসমীয়া আৰু অনা অসমীয়া সকলো শ্ৰেণীৰ মানুহকে ভুল ধাৰণা লোৱাত অৰিহনাহে যোগাব। ঠিক এনেকুৱা এক বিভ্ৰাটৰে সৃষ্টি কৰিছে ড° নিৰ্মলপ্ৰভা বৰদলৈয়ে লিখা Childrens literature শিতানত Assamese নামৰ প্ৰবন্ধটোৱে। তাত তেখেতে নতুন চাম লিখকৰ কথা কবলৈ গৈ প্ৰকৃততে এই চৰ্চাত আশাশুধীয়াভাৱে লাগি থকা লিখকসকলৰ প্ৰতি অবিচাৰ কৰিছে। লগতে এই শ্ৰেণীৰ লিখনিসমূহৰ বিষয়ে নিজৰ অজ্ঞতাৰ জৰিয়তে আনকো প্ৰভাৱান্বিত কৰিছে। শিশুবিজ্ঞান সাহিত্যৰ কথা কবলৈ গৈ অসম বিজ্ঞান সমিতিৰ ভূমিকা সম্পৰ্কে উলাই কৰাটোও সমিতিৰ প্ৰতি অবিচাৰ কৰা হৈছে। তেখেতে অন্তৰ্ভুক্ত কৰা 'বিজ্ঞান কোষ' প্ৰকৃততে শিশু সাহিত্য হয় নে নহয় এই বিষয়েও সন্দেহৰ অৱকাশ আছে। তদুপৰি বিজ্ঞানৰ এজন সুলিখক ড° দীনেশ গোস্বামীক প্ৰশংসা কৰিছে ভুল যুক্তিত; এজন বিজ্ঞানৰ কল্পকাহিনীৰ (Sci fiction) লিখক হিচাপে। কিন্তু দীনেশ গোস্বামীয়ে শিশুৰ বাবে ৰেডিঅ'যোগে এটা কাহিনী প্ৰকাশ কৰাৰ বাহিৰে আনবোৰ লিখিছে ডাঙৰৰ বাবে; তাৰে সৰহখিনিকেই 'কেৱল প্ৰাপ্তবয়স্কৰ বাবে' বুলিও কব পাৰি। বিষয়টোৰ প্ৰতি শ্ৰদ্ধা নাথাকিলে, বা বিষয়ৰ ওপৰত ভাল দখল নাথাকিলে সমালোচনাই কেতিয়াবা যে অপকাৰো কৰিব পাৰে ই তাৰেই প্ৰমাণ। যিহেতু ইংৰাজী ভাষাত লিখা এই প্ৰবন্ধটো দেশ বিদেশৰ বহু লোকে পঢ়িব, সেয়েহে ইয়াক অধিক গুৰুত্ব সহকাৰে বিবেচনা কৰাৰ প্ৰয়োজন আছিল।

অসমীয়া শিশু সাহিত্যৰ ভঁৰাল চহকী কৰাত অভিভাৱক সকলেও অবিহণা যোগাব পাৰে। তেওঁলোকে লৰা-ছোৱালীক নিজৰ ভাষাৰ কিতাপ পঢ়াৰ প্ৰতি আগ্ৰহান্বিত কৰিব পাৰে। আনহাতে প্ৰকাশক সকলেও বৰ্তমান যুগৰ দাবী অনুসৰি কিতাপবোৰ সুৰুচিপূৰ্ণকৈ সজাই-পৰাই প্ৰকাশ কৰিব লাগে। অসম সাহিত্যসভাইও শিশুবিজ্ঞান পুথি প্ৰকাশত অগ্ৰণী ভূমিকা লৈ বিজ্ঞানৰ সেৱা কৰাৰ লগতে অসমীয়া জাতিৰ প্ৰতিও এক নতুন পথেৰে সেৱা আগবঢ়াব পাৰে।

কিন্তু বিজ্ঞান সাহিত্য সম্পূৰ্ণ উৎকৰ্ষতাপৰ কৰি তোলাৰ প্ৰধান দায়িত্ব হ'ল লিখক, পুনৰীক্ষক আৰু সম্পাদকসকলৰ। লিখকসকলে নিজৰ নিজৰ বিষয়ৰ উপৰিও বিজ্ঞানৰ (আৰু সাহিত্যৰো) আন আন শাখাৰ কিছু বুনিয়াদী কিতাপ পঢ়ি জ্ঞান আহৰণ কৰিব লাগে যাতে বিভিন্ন বিষয়ৰপৰা লাভ কৰা জ্ঞানৰ সংশ্লেষণ ঘটাই শুদ্ধ আৰু মধুৰ বিজ্ঞান সাহিত্য ৰচনা কৰিব পাৰে। লিখকৰ জ্ঞানক শুদ্ধ পথেৰে পৰিচালিত কৰাৰ দায়িত্ব পুনৰীক্ষক আৰু সম্পাদকসকলৰ। অৱশ্যে সৰ্বশেষ বিচাৰৰ অধিকাৰী হ'ল পাঠক পাঠিকাসকল, যিসকলে গ্ৰহণ বা বৰ্জনৰ জৰিয়তে নিজৰ মত স্পষ্টভাৱে প্ৰকাশ কৰিব পাৰে।

---

গ্ৰন্থপঞ্জী :


George, K, M. (Editor) Comparative Indian Literature Vol 2, 1145—1203, (1983) Kerala Sahitya Academy

Bordoloi. N P. Assamese, Comparative Indian Literature Vol 2, Kerala Sahitya Academy.

বৈশ্য, দীনেশ, (সম্পাদক) অসমীয়া বিজ্ঞান সাহিত্য, ১৯৮২, অসম বিজ্ঞান সমিতি

শৰ্মা, সোনেশ্বৰ : অসমীয়া বিজ্ঞান সাহিত্য, অসম সাহিত্য সভা পত্ৰিকা, ১৮৯৫ শক ৩০ (৬) ৯০—৯৪, ৩০ (৭) ৬৪—৬৭, (১৯৭২ চন)





শৰ্মা, কালিনাথ : অসমীয়া বিজ্ঞান আলোচনা, তফজ্জুল আলি সম্পাদিত মধ্য বিংশ শতিকাত অসমীয়া সাহিত্য অভ্যৰ্থনা সমিতি, ৪১ শ অধিবেশন, অসম সাহিত্য সভা, মংগলদৈ, ফেব্ৰুৱাৰী ১৯৭৪, ৩৩০—৩৬

Das, B. M. History and Development of Childrens literature in Assam Writer and Illustrator 6 (3) 4—10, 21 (1987)

বৰুৱা, প্ৰীতি : যোৱা পঁচিশ বছৰৰ অসমীয়া শিশু সাহিত্য। প্ৰকাশ ১০ (৩-৪) ৩২—৩৯ (১৯৮৪—১৯৮৫)

পাঠক, ড° কিশোৰী মোহন : যোৱা পঁচিশ বছৰৰ অসমীয়া বিজ্ঞান সাহিত্য, প্ৰকাশ, ১০ (৩-৪) ১০৪-১১২, (১৯৮৪-১৯৮৫)


*(ইয়াত মৌলিক আলোচনা আগবঢ়োৱা গ্ৰন্থ কেইখন সন্নিবিষ্ট কৰা হোৱা নাই)*

——

# অসমীয়া জনপ্ৰিয় বিজ্ঞানত জ্যোতিৰ্বিজ্ঞান

শ্ৰীকমল বৰদলৈ

জ্যোতিৰ্বিজ্ঞানৰ আলমলৈ, জনপ্ৰিয় সাহিত্য ৰচনাৰ প্ৰধান সুবিধা হ'ল— আকাশত ওপঙি ফুৰা গ্ৰহ নক্ষত্ৰবোৰৰ প্ৰতি সকলো ধৰণৰ মানুহৰ কৌতুহল আৰু বিস্ময়। এই বিস্ময় আৰু কৌতুহল জ্যোতিৰ্বিজ্ঞানৰ অগ্ৰগতিৰ লগে লগে যেন বাঢ়িহে গৈছে।

বিদেশত জ্যোতিৰ্বিজ্ঞানৰ ওপৰত ভেজা দি সকলো ধৰণৰ জনপ্ৰিয় সাহিত্যৰ সৃষ্টি হৈ আছে। আনকি, বাতৰি কাকতত ওলোৱা কমিক্ "Flash Gardon" কাহিনীৰ সঁজা জ্যোতিৰ্বিজ্ঞানৰ। ভাৰতীয় ভাষা সমূহত এনেধৰণৰ সাহিত্যৰ সৃষ্টি নহয়। অসমীয়া ভাষাত এনে সাহিত্যৰ পৰিমাণ কম। অসম বিজ্ঞান সমিতিয়ে এই সম্পৰ্কে যথেষ্ট উদ্যমেৰে কাম কৰি আছে।

চাৰিশ বছৰৰ আগলৈকে জ্যোতিৰ্বিজ্ঞানৰ সুঁতিটি ক্ষীণ আছিল। টেলিস্কোপৰ আৱিষ্কাৰৰ লগে লগে সুঁতিটি বহলিল। বিশেষকৈ বিংশ শতিকাৰ মাজভাগত "লাইকা"ই মহকাশত ভুকভুকাই এই সুঁতিত যেন ভাগীৰথীৰ ধলহে নমাই আনিলে। যোৱা ত্ৰিশটা বছৰৰ ভিতৰত মানুহ জোনলৈ গল, কৃত্ৰিম উপগ্ৰহ পৃথিৱীয়ে পালে, মহাকাশযানে সৌৰজগত চেৰাই গ'ল আদিব্ৰহ্মাণ্ডৰ বিষয়ে বহুতো কথা জানিলো, আৰু বুজিলো যে ব্ৰহ্মাণ্ডৰ বিষয়ে জানিব লগা কথা আৰু অনেক আছে।

এই জনা-নজনাৰ চকা-ছন্দা পোহৰত বিশ্বব্ৰহ্মাণ্ডৰ বিশালতা বিচিত্ৰতা আদিৰ যি উমান পালোঁ, সেইবোৰৰ ৰেণু-সংগ্ৰহেৰে অসমীয়া সাহিত্যৰ বহঘৰা আমি সহজেই মৌ-জোলেৰে থুপাই থব পাৰোঁ। এই প্ৰবন্ধত মাত্ৰ উদ্যোগীসকলৰ কাৰণে জ্যোতিৰ্বিজ্ঞানৰ কিছুমান বতৰা দিবলৈ চেষ্টা কৰা হৈছে।

প্ৰথমতে দূৰত্বৰ কথাকে আলচোঁ। পোহৰৰ গতিবেগ চেকেণ্ডত তিনিলাখ



কিলোমিটাৰ। সূৰ্য্যৰ পৰা পৃথিৱীলৈ পোহৰ আহিবলৈ ৮ মিনিটৰ অলপ বেছি সময় লাগে আৰু সৌৰজগত অতিক্ৰম কৰিবলৈ প্ৰায় ছয় ঘণ্টা লাগে। সূৰ্য্যৰ পিছতে আমাৰ অতি ওচৰত থকা তৰা "অক্সীমা চেঞ্চুৰী"ৰ পৰা পোহৰ পৃথিৱীলৈ আহিবলৈ প্ৰায় চাৰি বছৰ তিনিমাহ লাগে। তাৰমানে, কিলোমিটাৰৰ হিচাবত এই দূৰত্ব হব ৪,১০,১০০ কোটি কিলোমিটাৰ। বিশ্বব্ৰহ্মাণ্ডত এনে কিছুমান নক্ষত্ৰ আছে, যাৰ পৰা পোহৰ আহিবলৈ হেজাৰ হেজাৰ বছৰ লাগে। প্ৰকৃততে আমাৰ চকুত জিলমিলোৱা বেছিভাগ তৰাৰ, পোহৰ বহু দূৰ অতীতৰ, হয়তো পৃথিৱীৰ সৃষ্টি হোৱাৰ আগৰে। দূৰত্বৰ মাপকাঠিৰ বাবে যেন পোহৰৰ গতিবেগ যথেষ্ট নহয়। এই দূৰত্বক অতিক্ৰম কৰিবলৈ আধুনা মহাকাশ-যান যেন বৰ ধীৰ গতিৰ। অৱশ্যে মানুহেও সেও মনা নাই। এইবিলাকক কেন্দ্ৰ কৰি গঢ়ি উঠা মানুহৰ কল্পনা-পৰিকল্পনা আৰু প্ৰচেষ্টাই বিজ্ঞান-সাহিত্য ৰজনজনাই আছে।

আয়তন আৰু সংখ্যাৰ পিনৰ পৰাও বিশ্বব্ৰহ্মাণ্ড প্ৰায় অকল্পনীয়। পৃথিৱীৰ ব্যাসাৰ্দ্ধ প্ৰায় ৬৩৭৮ কিলোমিটাৰ। বুধগ্ৰহ ব্যাসাৰ্দ্ধ ২৪৩৯ কিঃ মিঃ) আমাৰ জোনবাইতকৈ (ব্যাসাৰ্দ্ধ ১৭৩৮ কিঃ মিঃ) অলপহে ডাঙৰ। মঙ্গলগ্ৰহ (ব্যাসাৰ্দ্ধ ৩৩৯৮ কিঃ মিঃ) পৃথিৱীৰ প্ৰায় সমান। বৃহস্পতি (ব্যাসাৰ্দ্ধ ৭১৯৮ কিঃ মিঃ) আৰু শনি গ্ৰহ (ব্যাসাৰ্দ্ধ ৬০০০০ কিঃ মিঃ) বৰ বিশাল। ইউৰেনাচ (ব্যাসাৰ্দ্ধ ২৬১৪৫ কিঃ মিঃ) আৰু নেপচুন (ব্যাসাৰ্দ্ধ ২৪৭৫০ কিঃমিঃ) প্ৰায় সমান। প্লুটো সৰু কিন্তু ইয়াৰ সম্পৰ্কে সঠিক জনা নাযায়। বৃহস্পতিৰ উপগ্ৰহ গেনিমেড (ব্যাসাৰ্দ্ধ ২৬৩৮) আৰু শনিৰ উপগ্ৰহ টিটান (ব্যাসাৰ্দ্ধ ২৫৭৫ কিঃ মিঃ) বুধগ্ৰহতকৈ ডাঙৰ। সৌৰজগতৰ পিতা সূৰ্য্যৰ ব্যাসাৰ্দ্ধ সাত লাখ কিলোমিটাৰ আৰু অকলেই ই সৌৰজগতৰ ৯৯.৮৫৭ শতাংশ বস্তু বহন কৰিছে।

সূৰ্য্য এটা মজলীয়া আয়তনৰ তৰা। একোটা তৰা সূৰ্য্যতকৈ এশ গুণ ডাঙৰ হব পাৰে। অতি ডাঙৰ তৰা (Saper giont) বোৰ সূৰ্য্যতকৈ এহেজাৰ গুণে ডাঙৰ হব পাৰে। এটা তেনেকুৱা তৰাই

আমাৰ সৌৰজগতত‌কৈও (ব্যাসাৰ্দ্ধ ১৯০০ নিযুত কিঃ মিঃ) ডাঙৰ হ'ব পাৰে।

আমাৰ ব্ৰহ্মাণ্ডখনৰ (Galaxy) নাম হাতীপটি। ইয়াত প্ৰায় দুশ নিযুত সকবৰ তৰা আছে। ওচৰচুবুৰীয়া ব্ৰহ্মাণ্ড "এনড্ৰমেডা" আমাৰ হাতীপটিতকৈ দুগুণে ডাঙৰ। বিশ্বব্ৰহ্মাণ্ডত এনে ব্ৰহ্মাণ্ডৰ সংখ্যা অগণন। এই হিচাবত পৃথিবীৰ আয়তন অতি নগণ্য, হয়তো বেজবৰুৱাই আমাক দি যোৱা লুইতৰ বগা বালিচৰ বোৰৰ এটি বালিকণাৰ নিচিনা।

বিপুলা বিশ্বব্ৰহ্মাণ্ডৰ বিশালতাৰ সীমা আছে জানে? অনন্ত ব্ৰহ্মাণ্ডৰ ৰূপেই গীতাৰ বিশ্বৰূপ। যুগে যুগে ইয়াৰ বিশালতাই ধৰ্ম আৰু সাহিত্যৰ ক্ৰিয়া আৰু প্ৰতিক্ৰিয়া কৰি আছে। বিজ্ঞানৰ দূৰবীণেৰে দেখা এই বিশালতাই অসমীয়া সাহিত্যৰ পথাৰ সহজেই বিস্তীৰ্ণ কৰিব পাৰে।

বিতোপন। বিশ্ব-ফুলনিৰ বিচিত্ৰতা বিস্ময়কৰ, ৰহস্যময় আৰু আনন্দদায়ক। ইয়াৰ সৌন্দৰ্য্যৰ ধাৰণা কৰিবলৈ বিজ্ঞানী আৰু সাহিত্যিক দুয়ো একেলগ হ'ব লাগিব।

আমাৰ ৰঙীয়া বহণীয়া সসাগৰা পৃথিৱীখন বাহিৰৰ পৰা দেখিবলৈ নীলা। মঙ্গলক শিলাময় মৰুভূমিবোৰৰ কাৰণে ৰঙা দেখি। ডাঠ মেঘৰ আৱৰণৰ কাৰণে বৃহস্পতি আৰু শনিগ্ৰহ ৰঙীন। ওচৰত থকা শুক্ৰগ্ৰহ আমাৰ ভোটা তৰা। জোনৰ পোহৰ শীতল। ক্ৰিয়েনো জোনৰ প্ৰতিবিম্বিত ক্ষমতা ৰব কম। সূৰ্য্য পুৱা আৰু গোধূলী পোহৰৰ বিচ্ছুৰণৰ বাবে হেঙুল বৰণীয়া। নেজাল তৰা—তৰা নহয়। নেজডালত থাকে গেচ আৰু ধূলিকণা। এইডাল মধ্যাকৰ্ষণ শক্তিৰ কাৰণে দীঘল হৈ থাকে। খসীয়া তৰা (বা উল্কা) পাগীও নহয়, তৰাও নহয়, পৃথিৱীলৈ সিঁচি খোৱা গ্ৰহাণুহে।

সূৰ্য্যটোৰ ভিতৰত হিলিয়াম গেচ প্ৰচণ্ড বিস্ফোৰণ প্ৰক্ৰিয়াত হাইড্ৰজেন গেচলৈ ৰূপান্তৰিত হৈ আছে।

আওহাওৱাৰ পিনৰ পৰা পৃথিৱীত নাইট্ৰজেন, অম্লজান সমৃদ্ধ বায়ুমণ্ডল আৰু পানী আছে। জোন আৰু বুধত বায়ুমণ্ডল আৰু পানী নাই। শুক্ৰগ্ৰহৰ ডাঠ বায়ুমণ্ডল চাল্‌ফিউৰিক এচিডেৰে সিক্ত, তপত



কাৰ্বন-ডাই-অক্সাইডৰ, তাত পানী নাই। মঙ্গল গ্ৰহত চেঁচা পানী আগতে আছিল, এতিয়া শুকাই নাইকিয়া হল। বায়ুত কাৰ্বন-ডাই-অক্সাইডৰ পৰিমাণ ৯৫০,৩২%০। বৃহস্পতি আৰু শনি বৰ ঠাণ্ডা, বায়ুত প্ৰধানকৈ হাইড্ৰজেন আৰু হিলিয়াম। ইউৰেনাচ, নেপচুন আৰু প্লুটোৰ বায়ুত প্ৰধানকৈ মিথেইন আৰু এম'নিয়া আছে।

গ্ৰহবোৰ গোলাকাৰ, কিন্তু বৃহস্পতি আৰু মঙ্গলৰ মাজত থকা গ্ৰহাণু (Asteroid) কিছুমান কিম্ভুত কিম্বাকাৰ। সেইদৰে কিছুমান উপগ্ৰহৰ আকাৰো গোলাকাৰ নহয়। মঙ্গলৰ দুয়োটা উপগ্ৰহ (ফ'বচ ২৭×২১×১৯ কিঃ মিঃ আৰু দেইম' ১৬×১২×১১ কিঃ মিঃ) সৰু আৰু গোটা। বৃহস্পতিৰ ১৬ টা উপগ্ৰহৰ ১২ টা সৰু, বাকী চাৰিটা বেচ ডাঙৰ (লে ১৮১৬, ইউৰোপা ১৫৬৯, গেনিমেড ২৬৩৮, কেলিচ'ট ২৪১০ কিঃ মিঃ ব্যাসাৰ্দ্ধ) শনিৰ ২১টা উপগ্ৰহৰ ভিতৰত টিটান ডাঙৰ (ব্যাসাৰ্দ্ধ ২৫৭৫ কিঃমিঃ) বাকীবোৰ সৰু ১৫০০ কিঃ মিঃ তলৰ ব্যাসাৰ্দ্ধ)। ইউৰেনাচৰ ৫টা নেপচুনৰ ২টা আৰু প্লুটোৰ এটা উপগ্ৰহ আছে। শনি, বৃহস্পতি আৰু ইউৰেনাচৰ ৰঙচঙীয়া আঙঠিও আছে। এই আঙঠিবোৰত (Ring) সৰু সৰু ওপঙি থকা গোটা পদাৰ্থ আৰু গেচ থাকে। আমাৰ মহাকাশযান Voyager শনিগ্ৰহৰ আঙঠিৰ মাজেদি গৈছিল। বেছিভাগ উপগ্ৰহ আৰু গ্ৰহাণু গোটা। প্ৰচণ্ড উল্কাপাতৰ কাৰণে এই গোটা উপগ্ৰহ আৰু গ্ৰহাণুৰ বেচি—ভাগতেই বৰ আইৰ নিচিনা কিছুমান দাগ উপৰিভাগত দেখা যায়। এনে দাগ বুধ, শুক্ৰ আৰু মঙ্গলগ্ৰহত আছে। পানী থকাৰ কাৰণে পৃথিৱীৰ পৰা এনে দাগবোৰ নাইকিয়া হৈ গ'ল।

গ্ৰহসমূহৰ গতিও নানা ধৰণৰ। বুধৰ এটা দিনত আমাৰ মতে দুবছৰ হয় (আহ্নিক গতি ১৭৬ দিন আৰু বাৰ্ষিক গতি ৮৭,৯৬৯ দিন)। শুক্ৰৰ কক্ষপথ বৃত্তাকাৰ হোৱাৰ কাৰণে ঋতুপৰিবৰ্তন নহয়। মঙ্গলগ্ৰহৰ দিন আমাৰ প্ৰায় সমানেই (২৪.৬২ ঘণ্টা) কিন্তু বছৰ (৬৮৭ দিন) আমাৰ প্ৰায় দুগুণ। বৃহস্পতিৰ আহ্নিক গতি খৰ (পৃথিৱীতকৈ ২৫ গুণ) কিন্তু বাৰ্ষিক গতিৰ সময় (১১,৮৬ বছৰ)। সেইদৰে শনিৰ

আহ্নিক আৰু বাৰ্ষিক গতি ১০ ঘণ্টা ৩২ মিঃ আৰু ২৯ বছৰ। ইউৰেনাচৰ এটা দিন আৰু এটা নিশাৰ তাৰ এবছৰ হয় (৮৪ বছৰ)। নেপচুনৰ এটা বছৰ আমাৰ ১৬৪,৭৯৩ বছৰ (দিন আৰু বছৰৰ সংখ্যাবোৰত পৃথিৱীক একক হিচাবে ব্যৱহাৰ কৰা হৈছে)। শুক্ৰ আৰু ইউৰেনাচৰ বাহিৰে বাকী গ্ৰহবোৰ ঘড়ীৰ বিপৰীতে নিজ মেৰুদণ্ডত ঘুৰে। উপগ্ৰহবোৰৰ বেছি ভাগৰেই আহ্নিক গতি আৰু বাৰ্ষিক গতিৰ সময় একেই।

সৌৰজগতীয় মাধ্যম (Interplanetory medium) শূণ্য (Vaccum) নহয়। হাইড্ৰজেন গেচ আৰু পদাৰ্থ কণা তেনেই পাতলকৈ থাকে। আমাৰ সৌৰজগত এটা নীহাৰিকাৰ পৰা সৃষ্টিহোৱা বুলি ভবা হৈছে। তেনেকুৱা নীহাৰিকা আকাশত বহুতো আছে। "লেগুণ" নীহাৰিকাটো হাইড্ৰজেন আৰু পদাৰ্থ কনাৰে ভৰা। ইয়াত তৰাৰ সৃষ্টি হৈ আছে। এই নীহাৰিকাৰ এটা তৰাৰ বয়স মাথোন ১০,০০০ বছৰ। এনেকুৱা বহুতো নীহাৰিকা আছে আৰু ইয়াৰে উল্লেখযোগ্য কিছুমান হ'ল—"ৰিং নেবুলা," "ৰোজেট নেবুলা" নৰ্থ আমেৰিকা নেবুলা" ইত্যাদি।

অত্যন্ত চাপৰ ফলত মহাজাগতিক পদাৰ্থ কণাবোৰ থুপ খাই খাই তৰাৰ সৃষ্টি হয়। জীৱিত তৰাবোৰত সাধাৰণতে হিলিয়াম গেছ প্ৰচণ্ড তাপ বিকিৰিত কৰি হাইড্ৰোজেন গেচলৈ পৰিবৰ্ত্তিত হৈ থাকে। হিলিয়াম গেচ শেষ হৈ যোৱাৰ লগে লগে তৰাও লাহে লাহে মৰিবলৈ ধৰে। ডাঙৰ তৰাবোৰ চেঁচা হবলৈ ধৰোতে প্ৰথমতে সংকুচিত হয় আৰু তাৰ পিছত বৰ খৰ গতিত বাঢ়িব ধৰে। বাঢ়ি বাঢ়ি শেষত চুপাৰ নভা হৈ বিস্ফোৰিত হয়। বিস্ফোৰণৰ ফলত আকৌ নিহাৰিকাৰ উৎপত্তি হৈ পুনৰ তৰা গ্ৰহ আদি হোৱাৰ প্ৰক্ৰিয়া আৰম্ভ হব পাৰে। বিস্ফোৰিত চুপাৰ নভাৰ কেন্দ্ৰ অংশ তপত হৈ থাকে। এই অংশক বগা বাওনা (White dwarf) বোলে। বগা বাওনাবোৰ বৰ সৰু (ব্যাসাৰ্দ্ধ ১৫ কিঃ মিঃ হব পাৰে), কিন্তু বৰ গধুৰ আৰু অতি শক্তিশালী চুম্বক বা ৰঞ্জনৰশ্মিৰ উৎস (X Ray Gamma Ray burster) বা



ৰেডিও একটিভ (Radio active) শক্তিৰ উৎস (Pulser Maser) হব পাৰে। চেঁচা হৈ যোৱাৰ পিছত "বগা বাওনা" (White dwarf) ক'লা গাঁত (Black hole) লৈ পৰিবৰ্ত্তিত হয়। এই ক'লা গাঁতে সকলোকে আনকি পোহৰকো গিলি থব পাৰে। ডাঙৰ তৰাৰ ক্ষেত্ৰত হে Supernova হয়। সৰু তৰা চেঁচা হৈ পোনে পোনে বগা বাওঁনা হয়। 'চুপাৰ নভা' প্ৰায় ৩০-৫০ বছৰৰ ভিতৰত এটা হোৱা দেখা পাওঁ। এনে চুপাৰ নভাৰ পৰা আমাৰ সৌৰজগতৰ নিচিনা কেইবাখনো সৌৰজগত হ'ব পাৰে। মহাকাশৰ বুকুত সেয়ে আমাৰ অতীত, বৰ্ত্তমান আৰু ভৱিষ্যতৰ ছবি দেখিবলৈ পাওঁ। আমাৰ সূৰ্য্যটো প্ৰায় ১০ নিযুত বছৰৰ পিছত মৰিবলৈ আৰম্ভ কৰিব। আকাশত দেখা নীলা-বগা তৰাবোৰ বৰ তপত (প্ৰায় ১০,০০০ কেলভিন বা বেচি)। ৰঙা তৰাবোৰ তুলনাত চেঁচা (প্ৰায় ২০০০ কেলভিন)। সাধাৰণতে তৰাবোৰ এটিয়াকৈ সৃষ্টি নহয়। তৰাৰ একোটা থুপেই গেলেক্সি (ব্ৰহ্মাণ্ড)। আমাৰ গেলেক্সি বা হাতীপটীৰ আকৃতি ভোৰতালৰ লেখীয়া। ইয়াৰ স্থান মহাজাগতিক গোলকৰ (Celestial Sphere) দক্ষিণ গোলাৰ্ধত। এই গেলেক্সি কেন্দ্ৰৰ চাৰিওফালে সূৰ্য্যই ২০০ নিযুত বছৰত এবাৰ ঘুৰে। হাতীপটী-ব্ৰহ্মাণ্ডৰ দুটা উপব্ৰহ্মাণ্ড আছে। বৃহৎ মেগেল'লেনিক আৰু ক্ষুদ্ৰ মেগেল'লেনিক।

বিশ্বব্ৰহ্মাণ্ডত অলেখ গেলেক্সি আছে আৰু এইবোৰ ইটোৰ পৰা সিটো আঁতৰি যাব ধৰিছে।

বিচিত্ৰ বিশ্বত পদাৰ্থৰ পৰিবৰ্ত্তন মন কৰিবলগীয়া। হাইড্ৰজেনৰ পৰা হিলিয়াম বা ওজোটা হৈছে। হিলিয়ামৰ পৰা কাৰ্বন, কাৰ্বনৰ পৰা নিয়ন, মেগনেচিয়াম, অম্লজানৰ পৰা চিলিকন, চালফাৰ আদি হৈ আছে।

বিশাল আৰু বিচিত্ৰ বিশ্বব্ৰহ্মাণ্ডত সৃষ্টি আৰু ধ্বংস হৈ আছে। ধ্বংস হৈ সৃষ্টি আৰু সৃষ্টি হৈ ধ্বংস হৈ আছে। এনেবোৰ ঘাইকৈ মধ্যাকৰ্ষণ শক্তি, বিদ্যুৎ চুম্বকত্ব আনবিক প্ৰক্ৰিয়া আদিৰ কাৰণে হয়।

মানুহে উমান পোৱা বিশ্বব্ৰহ্মাণ্ডৰ বয়স প্ৰায় ১৫ বিলিয়ন বছৰ।

ইয়াৰ কৰবাত (পৃথিবীক বাদ দি) জীৱ আছে নে ? প্ৰথমতে সৌৰ-জগতৰ কথাকে ধৰা যাওঁক । সূৰ্য্য অত্যন্ত তপত, বুধ আৰু জোনত বায়ু নাই শুক্ৰৰ পানী নাই । গতিকে এইবোৰত জীৱ থকা সম্ভৱ নহয় । বৃহস্পতি বৰ চেঁচা আৰু গেচীয় । অতি প্ৰাথমিক স্তৰৰ জীৱ তাত থাকিব পাৰে । মঙ্গলৰ মাটিত এসময়ত পানী আছিল কিন্তু এতিয়া জীৱ থকাৰ প্ৰমাণ পোৱা নগল । শনিগ্ৰহৰ উপগ্ৰহ টিটান আৰু বৃহস্পতিৰ উপগ্ৰহ গেনিমেডত আওহাওয়াত জীৱ থাকিব পাৰে কিন্তু এতিয়ালৈকে জীৱ থকাৰ প্ৰমাণ পোৱা নাই । বিশ্বব্ৰহ্মাণ্ডৰ ভৰাবোৰৰো সৌৰজগত আছে । এনেকুৱা কোটি কোটি সৌৰজগতৰ কৰবাত কৰবাত জীৱ থকাটো সম্ভৱ, কিন্তু সেইবোৰ চুই চাই প্ৰমাণ কৰিবলৈ বিজ্ঞানৰ হাকুটি এতিয়াও বৰ চুটি । বিচিত্ৰ বিশ্বব্ৰহ্মাণ্ডৰ জীৱবো ধাৰণা আমি বিচিত্ৰ ভাবে হয়তো পাম হয়তো জীৱ আৰু অজীৱৰ পাৰ্থক্য নোহোৱা হব । জীৱন প্ৰবাহ অনন্তপ্ৰবাহৰ এটি ক্ষীণ সুতিহে মাথোন ।

বিশ্বব্ৰহ্মাণ্ড সম্পদৰ ভৰাল । অকল সৌৰজগততে এনে সৰু সৰু উপগ্ৰহ আৰু গ্ৰহানু অনেক (Astersoid) আছে যিবিলাক নানান মূল্যবান সম্পদেৰে গঠিত । উদাহৰণ স্বৰূপে বৃহস্পতিৰ এটি সৰু উপগ্ৰহ 'ল' ইউৰেনিয়াম থৰিয়ামেৰে ভৰা । আমি মহাকাশযানেৰে ইয়াক পৃথিবীৰ কক্ষপথত স্থাপন কৰিব পাৰিলে আনবিক বিজ্ঞানৰ প্ৰয়োগ থৰতকীয়া কৰিব পৰা হ'ব ।

আমাৰ সুজলা সুফলা বসুন্ধৰাৰ বৰ্তমানৰ অভাৱ-আপদ নোহোৱা হোৱাৰ আশা বিশ্বব্ৰহ্মাণ্ডই কঢ়িয়াই আনিছে । অন্য গ্ৰহত মানুহৰ বসতি স্থাপনে পৃথিবীৰ জন-বিস্ফোৰণ, আবহাওৱা দূষিত কৰণ আদি সমস্যা নাইকিয়া কৰিব । সম্পদৰ আমদানিয়ে মানুহক শোষক হোৱাৰ পৰা বেঁচাই দিব । আমাৰ চিন্তা আৰু ধাৰণাৰ পৰিসৰ বহল হৈ পৰিব । সভ্যতাৰ অগ্ৰগতি হব । হয়তো, অন্যান্য গ্ৰহৰ সভ্যতাৰ লগত যোগাযোগো হব । কিন্তু মানুহৰ লোভ আৰু স্বাৰ্থপৰতাই সকলো সম্ভাৱনাকে বিড়ম্বনা কৰিব পাৰে । পৃথিবীৰ দ্বন্দ্ব-খৰিয়ালবোৰ



গ্ৰহে গ্ৰহে বিয়পি পৰিব পাৰে । আমেৰিকাৰ Star War আঁচনি তেনেকুৱা এটা দুৰ্ভাৱনা । সাহিত্যিক সকলে জনপ্ৰিয় বিজ্ঞান-সাহিত্যৰ যোগেদি মানুহক সুন্দৰ বিশ্বক সংবুদ্ধিৰে অনুধাৱন কৰিবলৈ অনুপ্ৰাণিত কৰিব পাৰে ।

জ্যোতিবিজ্ঞানৰ আলমলৈ অসমীয়া ভাষাত জনপ্ৰিয় সাহিত্য সৃষ্টি কৰিবলৈ হ'লে সাহিত্যিকে সাধাৰণ ভাবে হলেও এই বিজ্ঞানৰ কিছু কথা জানিব লাগিব । ভাষা হ'ব লাগিব সাধাৰণ মানুহৰ । কাহিনীয়ে উৎসুকতা জগাই তুলিব লাগিব । এই বিষয়ত শিশু সাহিত্য ৰচোঁতে কল্পনাই যাতে সঁচা কথাটো ঢাকি নেপেলায়, তালৈ চকু দিয়া প্ৰয়োজন ।

উপন্যাস সাহিত্যত মানৱীয় দোষ-গুণবোৰ বিভিন্ন পৰিস্থিতি আৰু সংঘাটৰ যোগেদি সহজেই জ্যোতিবিজ্ঞানৰ সহায় লৈ প্ৰকাশ কৰিব পাৰি । জ্ঞান, সাধনা, ত্যাগ উদ্যম আৰু সাহস মহাকাশ অভিযানবোৰৰ প্ৰাৰম্ভিক প্ৰয়োজন । আনহাতে ৰাজনীতি ক্ষমতা লিপ্সা স্বাৰ্থপৰতা আদিয়ে মহাকাশৰ দূৰ প্ৰান্তৰকো বিষাক্ত কৰি তুলিব পাৰে । ব্যক্তিগত, পাৰিবাৰিক সমাজ ধৰ্ম্ম আদিত হোৱা নানান প্ৰতিক্ৰিয়াৰ সমল আদি উপন্যাসৰ বুকুত সুন্দৰকৈ সজাই তুলিব পাৰি । তদুপৰি গ্ৰহ-গ্ৰহান্তৰত ন-ন পাৰিস্থিতিৰ মুখামুখি হোৱাৰ সমস্যা উপন্যাসৰ উপজীব্য বিষয় হব পাৰে ।

গল্প সাহিত্যত অসাধাৰণ মানুহৰ সাধাৰণ কথাবোৰৰ সৰু সৰু ছবি দিব পৰা যায় । অন্যগ্ৰহৰ প্ৰাণীৰ ক্ৰিয়া কলাপ আদিৰ আভাস দিলে পঢ়ুৱৈয়ে আমোদ পাব ।

কবিতাত বিশ্বব্ৰহ্মাণ্ডৰ স্পন্দন, গৰ্জন আৰু নীৰৱতা আদিৰ প্ৰকাশ কৰিব পাৰি । বিচিত্ৰতা আৰু বিপুলতাৰ কথাটো আছেই । সৌন্দৰ্য্য আৰু দৰ্শন আকাশখনত ভৰি আছে ।

জীৱনী সাহিত্যত জ্যোতিবিজ্ঞানী আৰু নভোচাৰী সকলৰ জীৱন ধাৰা লিখা প্ৰয়োজন কিয়নো সমাজৰ প্ৰতি এওঁলোকৰ বৰঙণি কম নহয় ।

বিশ্বব্ৰহ্মাণ্ডৰ সম্পৰ্কে জ্যোতিবিজ্ঞানে দিয়া নানান বতৰাৰ ভেটিত

অসমীয়া জনপ্ৰিয় বিজ্ঞান সাহিত্য লহপহ কৈ বঢ়াৰ সুবিধা অনেক। সাহিত্যসেৱী সকল উদ্যোগী হোৱাৰ সময় হ'ল, কিয়নো অসমীয়া সাহিত্যৰ উন্নতিৰ সুঁতিটি বহলাব নোৱাৰিলে শুকাই যোৱাৰো সম্ভাৱনা নোহোৱা নহয়।

# অসমীয়া বিজ্ঞান সাহিত্যত বাক্যৰ গঠন আৰু শব্দ গ্ৰহণ

শ্ৰীবলেন্দ্ৰ কুমাৰ দাস

অকল ভাষাৰ মাধ্যমত বিজ্ঞান চৰ্চা সম্পূৰ্ণ হব নোৱাৰে; যিহেতু পৰীক্ষা-নিৰীক্ষা বিজ্ঞানৰ এক অত্যাৱশ্যকীয় উপাদান। এই পৰীক্ষা-নিৰীক্ষাত ভাষাই কোনো গুৰুত্বপূৰ্ণ ভূমিকা নলয়। কিন্তু পৰীক্ষা-নিৰীক্ষাৰ ফলাফল আনৰ সৈতে আদান-প্ৰদান কৰিবলৈ ভাষাৰ সহায় লবই লাগিব।

অসমীয়া ভাষাত বিজ্ঞান-চৰ্চা, সমস্যা আৰু সমাধান বিষয়ক আলোচনা দুটা দৃষ্টি কোণৰপৰা কৰিব পাৰি ঃ

(১) বিজ্ঞানৰ মৌলিক চৰ্চা

(২) বিজ্ঞান সাহিত্যৰ চৰ্চা

বিজ্ঞানৰ মৌলিক চৰ্চা মুষ্টিমেয় বিজ্ঞানী চামৰ মাজতে আবদ্ধ। কিন্তু বিজ্ঞান সাহিত্যৰ চৰ্চা বোলোঁতে সমাজৰ সকলো স্তৰৰ লোকেই সংশ্লিষ্ট হৈ পৰে। প্ৰথম বিধত অৰ্থাৎ বিজ্ঞানৰ মৌলিক চৰ্চাৰ ক্ষেত্ৰত বিষয়বস্তু, ভাষাৰ পৰ্য্যায় আদি কোনো সমস্যা নহয়। কিন্তু পৰিভাষা এটা সমস্যা হৈ পৰে। অৱশ্যে স্বীকাৰ্য্য যে জ্ঞানৰ আন যি কোনো শাখা-প্ৰশাখা আৰু যি কোনো ভাষাতে পৰিভাষা এটা ডাঙৰ সমস্যা। ইংৰাজীৰ নিচিনা ভাষাতো পৰিভাষাৰ সৃষ্টি কৰা হৈছে গ্ৰীক-লেটিন ভাষাৰ আশ্ৰয় লৈ। গতিকে জ্ঞানৰ আৱিষ্কাৰৰ লগে লগে আমাৰ ভাষাতো পৰিভাষাৰ সৃষ্টি যথাসম্ভৱ শীঘ্ৰে কৰিব লাগিব। পৰিভাষাৰ বানান আৰু উচ্চাৰণৰ সমস্যাও আছে। এই বিষয়ে পিছত আলোচনা কৰা হ'ব।

এতিয়া দ্বিতীয় দৃষ্টি কোণৰ পৰা অৰ্থাৎ বিজ্ঞান সাহিত্যৰ চৰ্চাত

পৰিলক্ষিত সমস্যাৰ বিষয়ে আলোচনা কৰা যাওক। অসমীয়া বিজ্ঞান সাহিত্যৰ চৰ্চা আৰু সমস্যা বিষয়টো দুটা দৃষ্টি কোণৰপৰা চাব পাৰি :

(১) বিজ্ঞান সাহিত্যিক

(২) বিজ্ঞান সাহিত্যৰ সেৱনকাৰী *

দুইটা দৃষ্টি কোণৰ পৰা চালে বিষয়বস্তু, ভাষা, পৰিভাষা লগতে তাৰ বানান আৰু উচ্চাৰণ), সেৱনকাৰীৰ পৰ্য্যায়, প্ৰচাৰ মাধ্যম আদিৰ আলোচনাৰ প্ৰয়োজন হয়।

বিষয়বস্তু সম্পৰ্কত দেখা যায় যে পঢ়ুৱৈ এজনে তেওঁৰ অনুৰাগ অনুযায়ী যিকোনো বিষয়ৰ এখন কিতাপ অসমীয়া ভাষাত পাবলৈ আশা কৰিব নোৱাৰি। উদাহৰণ স্বৰূপে কোমল বয়সৰ ছাত্ৰ এজনে তেওঁৰ অনুৰাগ অনুযায়ী নিজৰ পৰিবেশতে বিৰাজ কৰা চৰাই একোটি বা গছ এজোপাৰ বিষয়ে অসমীয়াত সনুসন্ধান চৰিতাৰ্থ কৰাত বিশেষ অসুবিধাৰ সন্মুখীন হৱ লাগিব, আনহাতে হয়তো পদাৰ্থৰ চতুৰ্থ অৱস্থা প্লাজমা অথবা জেনেটিক ইঞ্জিনিয়াৰিঙৰ ভালেমান নতুন কথাৰ সম্ভেদ আমাৰ ভাষাত জানিবলৈ বিশেষ সমস্যা নহয়। এই বৈসাদৃশ্যৰ উৎস বিচাৰিলে এই ধাৰণাই প্ৰতীয়মান হব যে আমাৰ ভাষাৰ বিজ্ঞান সাহিত্য আমাৰ প্ৰয়োজনৰ তাগিদাত সৃষ্টি হোৱা নাই। পশ্চিমৰ উন্নত সমাজত আলোচিত, চৰ্চিত, আবিস্কৃত বিষয় বস্তুৱেহে আমাৰ ৰচনাত বিস্তৰ প্ৰভাব বিস্তাৰ কৰিছে। ইয়াৰো মূল বিচাৰিবলৈ গ'লে হয়তো এনে একোটা প্ৰপঞ্চ প্ৰতিষ্ঠা হব যে আমাৰ চিন্তা সৃজনীৰে বিষয় বস্তু বাচনি কৰাতকৈ আনে গঢ়া সামগ্ৰীটোকে আমাৰ ভাষাত উলিয়াই দিয়াটো উজু কাম। অৱশ্যে আৱিস্কৃত ন-ন তথ্যৰ প্ৰচাৰৰ তাগিদাত পশ্চিমীয়া সমাজত আলোচিত বিষয় বস্তুৱে আমাৰ সাহিত্য প্ৰভাৱিত কৰাটো স্বাভাৱিক কথা; কিন্তু সমাজৰ প্ৰয়োজনৰ প্ৰতি সমূলি পিঠি দি চলাটো সামাজিক দায়বদ্ধতাক অৱজ্ঞা কৰাৰ নামান্তৰ মাথোন।

*পুথি-আলোচনী, ৰেডিঅ', দূৰদৰ্শনৰ মাধ্যমেদি সাহিত্য প্ৰচাৰৰ সুবিধা হোৱাত অকল পঢ়ুৱৈ শব্দটো ব্যৱহাৰ নকৰি 'সেৱনকাৰী' বা হিতাধিকাৰী (Benefrciary) শব্দটো প্ৰয়োগ কৰা হৈছে।



বিষয়বস্তুৰ দৰে বিজ্ঞান ৰচনাৰ ভাষাও জনপ্ৰিয় হবলৈ বাকী। অপ্ৰিয় হ'লেও এই কথা স্বীকাৰ কৰিব লাগিব যে আমাৰ ভাষাত বিজ্ঞান সাহিত্যৰ নামত বহুতো ৰচনা প্ৰকাশ পাইছে যাৰ ভাষা পাঠ্যপুথি গন্ধী। এই পাঠ্যপুথি গন্ধী ভাষাৰ ব্যাপকতাই বিজ্ঞানক জনপ্ৰিয় কৰি তোলাত কিছু পৰিমাণে হেঙাৰৰ সৃষ্টি কৰিছে। বিষয়টো অধিক স্পষ্ট কৰিবলৈ দুটা উদাহৰণ ডাঙি ধৰিছোঁ :

* (১) "নিউটনৰ সূত্ৰমতে বলৰ প্ৰয়োগ নহ'লে

বস্তুৰ গতি সুষম আৰু ৰৈখিক হৈয়ে থাকে।"

এচাম পঢ়ুৱৈয়ে এই কথাখিনি বুজাৰ পূৰ্ণ সম্ভাৱনা আছে। কিন্তু সুষম আৰু ৰৈখিক শব্দৰ ব্যৱহাৰে তলৰ এচামক বুজাত অসুবিধাত পেলোৱাৰ আশংকা দূৰ কৰিব নোৱাৰি। এই কথাখিনিকে অন্য ভাষাতো প্ৰকাশ কৰাৰ যথেষ্ট সুবিধা আছে য'ত কথাখিনিৰ মৰ্ম্ম বুজাত তলৰ শ্ৰেণীৰ পঢ়ুৱৈয়ে অসুবিধা নাপায়। এইদৰে কলে বোধকৰোঁ কথাখিনি উজু হৈ পৰিব :

"নিউটনৰ সূত্ৰই কয় যে যদি চলি থকা কোনো বস্তু এটাৰ ওপৰত কোনো বলে ক্ৰিয়া নকৰে তেন্তে বস্তুটো সদায় সমান বেগেৰে আৰু একেটা দিশত গৈ থাকিব।" কথাখিনি আৰু কিছু বিতং কৈ ব্যাখ্যা কৰিলে ইয়াৰ অৰ্থ বুজা পঢ়ুৱৈৰ সংখ্যা আৰু কিছু বাঢ়িব।

আন এটা উদাহৰণ লৈছোঁ : যদি কোনো পাৰিবাহীয়ে আৱৰ্তন কৰি থাকোঁতে কোনো চুম্বক ক্ষেত্ৰৰ বলৰেখাবোৰ ছেদন কৰে তেতিয়া ফেৰাডেৰ বিদ্যুৎ চুম্বকীয় সূত্ৰ অনুযায়ী আৱিষ্ট বিদ্যুৎ চুম্বকীয় বলৰ সৃষ্টি হয় আৰু এই বলৰ কাৰণেই পৰিবাহীৰ মাজেৰে বিদ্যুৎ প্ৰৱাহিত হয়, যদিহে পৰিবাহীৰ বৰ্তনী সম্পূৰ্ণ থাকে। (এম, এইচ, ডি জেনেৰেটৰ'— বিজ্ঞান জেউতি- ১৫ শ বছৰ, ৫ম সংখ্যা)

বিদ্যুতৰ আঁতিগুৰি নজনা লোকৰ বাবে কথাখিনি বোধৰ বাহিৰত। বৈজ্ঞানিক পৰিভাষাৰ পয়োভৰ, দীঘলীয়া বাক্যগঠন এই দুৰ্বোধ্যতাৰ অন্যতম কাৰণ।

(১) উদাহৰণ দুটা লিখকৰ অসমীয়া বিজ্ঞান সাহিত্য আৰু পঢ়ুৱৈৰ পৰ্য্যায় নামৰ ৰচনাৰ পৰা উদ্ধৃত।

এই কথাও অৱশ্যে আমি মনত ৰখা উচিত যে কিছুমান বিষয়বস্তু ভাষাৰ ফালৰ পৰা যিমানেই সহজ কৰা নাযাওক, সি সকলে স্তৰৰে বোধগম্য হব বুলিও আশা কৰিব নোৱাৰি। তথাপিও আমি সততে মনত ৰখা উচিত যে বিষয়বস্তু যিয়েই নহওক সততে ব্যৱহাৰ হোৱা শব্দ প্ৰয়োগ, চুটি চুটি বাক্য গাঠনি, বৈজ্ঞানিক পৰিভাষাৰ নূন্যতম ব্যৱহাৰে বিজ্ঞানক বহুতৰে ওচৰ চপাত সহায় কৰিব।

বিজ্ঞান সাহিত্য চৰ্চাত সাহিত্যিক আৰু পঢ়ুৱৈয়ে সততে সন্মুখীন হোৱা আন এটা সমস্যা হ'ল পৰিভাষা আৰু পৰিভাষাৰ লিপ্যন্তৰৰ বানান সমস্যা। পৰিভাষা সৃষ্টিৰ ক্ষেত্ৰত আবেগবদ্বাৰা পৰিচালিত হৈ অধিক অসমীয়া কৰণ কৰাতকৈ বাস্তৱ দৃষ্টিভঙ্গী একোটা লোৱা ভাল হ'ব। সাধাৰণ মানুহেও বুজি পোৱা দুই এটা ইংৰাজী শব্দৰ অপভ্ৰংশ অসমীয়া শব্দ হিচাপে স্বীকাৰ কৰাটো ভাল হ'ব। বহুতো ইংৰাজী শব্দ আমি অসমীয়াত ৰাখিছো— যেনে বেল, মটৰ, । বহুতো কথিত অসমীয়াতে প্ৰচলিত ইংৰাজী অপভ্ৰংশ শব্দক অসমীয়া কৰিবলৈ গৈ জটিল কৰিছো যেনে, ব'ল-(বাল্ব) চাকি, হেন্দেল-হ্যান্দল, টিউবেল (টিউবৱেল-ইংৰাজী) নলীনাদ। কিছুমান শব্দ কিন্তু ইংৰাজীৰ অপভ্ৰংশতে থাকি গ'ল যেনে, বাইচাইকল—চাইকল—চাইকেল। আমাৰ বোধেৰে আমাৰ ভাষাত বহুলভাৱে ব্যৱহাৰ পোৱা অপভ্ৰংশ ৰূপটো ৰাখিব লাগে। অৱশ্যে একোটা শব্দৰ অপভ্ৰংশ ৰূপ একাধিক হলে এটা মান (ষ্টাণ্ডাৰ্ড) শব্দৰ সৃষ্টিৰ প্ৰয়োজন।

বিজ্ঞানীৰ নামৰ উচ্চাৰণ আৰু বানান সম্পৰ্কেও খেলিমেলি দেখা যায়। যেনে :

Renault : ৰেণা, ৰেনা, ৰেনল্ট ৰেণাল্ট, ৰেণ্ট ৰেনাল্ট ৰেনল্ট

De Broglie : ডি ব্ৰয়, ডি ব্ৰই, দি ব্ৰয়, দি ব্ৰই, ডি ব্ৰগলি, দি ব্ৰগলি ইত্যাদি।

De cartes : ডেকাৰ্ট, দেকাৰ্ট, ডেকাৰ্টছ, দেকাৰ্টছ ইত্যাদি।

Raman : ৰমণ, ৰামাণ।



এই সম্পৰ্কে নিৰ্দিষ্ট নিয়ম বন্ধাৰ প্ৰয়োজন।

সেইদৰে লিপ্যন্তৰৰ বানান সমস্যাও মনকৰিবলগীয়া। একেটা শব্দকে বিভিন্ন জনে বিভিন্ন ভাৱে ব্যৱহাৰ কৰাত বানান-সচেতন সাহিত্যিক আৰু পঢ়ুৱৈয়ে বিৰক্তিবোধ কৰিবলগা হয়। তাৰে উদাহৰণ কেইটামান এনে ধৰণৰ :

অজোন / অ'জ'ন (Ozone)

কাৰ্বন / কাৰ্বণ

কিলোগ্ৰাম / কিল'গ্ৰাম

হাইড্ৰোজেন / হাইড্ৰ'জেন / হাইড্ৰ'জেন / হাইড্ৰোজেন

নিয়াছিন / নিয়াচিন

ছেটাৰ্ণ / ছেটাৰ্ণ ইত্যাদি।

বিভক্তিযুক্ত কৰোঁতেও সাধাৰণতে প্ৰচলিত ৰীতি বিজ্ঞান ৰচনাত ত্যাগ কৰা দেখা যায়। যেনে "গেলিলিওই দূৰবীণ আৱিষ্কাৰ কৰে।" আমি কিন্তু ব্যাকৰণৰ ফালৰ পৰা বাক্যটো "গেলিলিও"ৱে দূৰবীণ আৱিষ্কাৰ কৰে।" হব লাগে বুলি ভাবোঁ। যেনে, "শ্ৰী শ্ৰীথানেশ্বৰ বড়োৱে বানবিধস্ত অঞ্চলবোৰ পৰিদৰ্শন কৰে।" —"বড়োই "নহয়)

আমাৰ বোধেৰে বৈয়াকৰণিক সমস্যাবোৰ সমাধান কল্পে অসম সাহিত্য সভা, ৰাজ্যৰ বিশ্ববিদ্যালয় কেইখন, প্ৰকাশন পৰিষদ, অসম বিজ্ঞান সমিতি আদি অনুষ্ঠান সমূহে একগোট হৈ আলোচনা কৰি সমাধান সূত্ৰ আগবঢ়াব পাৰিব।

ব্যক্তি হিচাপে বিজ্ঞান সাহিত্যিক সকলৰ সামাজিক দায়বদ্ধতা অস্বীকাৰ কৰিব নোৱাৰি। সেইবুলি সকলোৱে সমাজৰ প্ৰয়োজনৰ প্ৰতি দৃষ্টি ৰাখি সাহিত্য চৰ্চাত ব্ৰতী হব বুলি আশা কৰা টান। কিন্তু কোনোৱে এই সামাজিক প্ৰয়োজনৰ প্ৰতি লক্ষ্য ৰাখি বিজ্ঞান ৰচনাৰ কামত ব্ৰতী হোৱাটো একান্ত দৰকাৰ। কোনো ব্যক্তি বিশেষে এই কামত আগ বাঢ়ি কৃতকাৰ্য্যতা লাভ কৰাৰ আশা কম, কোনো অনুষ্ঠানে এই কাম ফেৰা হাতত লোৱা উচিত। প্ৰথমতে এটা অনুসন্ধানমূলক অধ্যয়ন কৰাৰ প্ৰয়োজন। এই অধ্যয়নটিয়ে এটা সিদ্ধান্ত দিব বৰ্ত্তমান আমাৰ

সমাজত কেনেকুৱা বিষয় বস্তুৰ অধিক প্ৰয়োজন যাতে সকলো শ্ৰেণীৰ লোকেৰে (ছাত্ৰ, সাধাৰণ বিজ্ঞান অনুৰাগী লোক, কৰ্মজীৱীসকল) প্ৰয়োজন পূৰাব পৰা যায়। কোন পৰ্য্যায়ৰ সেৱনকাৰীৰ বাবে কি বিষয়বস্তু উপযুক্ত হ'ব আৰু সেই অনুপাতে ভাষাৰ পৰ্য্যায় কেনেকুৱা হ'ব আদি সম্পৰ্কত অধ্যয়নটিয়ে পৰামৰ্শ দিব। ক্ষেত্ৰ বিশেষে দলীয় ৰচকৰ হাতত ৰচনাৰ দায়িত্ব অৰ্পন কৰিব পৰা যায় যাতে বিষয়বস্তু আৰু ভাষাৰ মাজত ভাৱসাম্য ৰাখিব পৰা যায়।

সামৰণিত কব পাৰি যে অসমীয়া ভাষাত বিজ্ঞান চৰ্চাৰ ভেটি এটাই ভালদৰে গঢ় লৈছে। বিজ্ঞানক জনমুখী কৰিবলৈ আমাৰ বিজ্ঞান সাহিত্যই কেৱল তথ্য-ভিত্তিক বিজ্ঞানৰ ন ন আৱিষ্কাৰ আলোচনাতে আবদ্ধ নাথাকি ইয়াৰ ক্ষেত্ৰ সকলোশ্ৰেণীৰ লোকলৈ বহলাব লাগিব। বৈয়াকৰণিক সমস্যা বাজিৰ সমাধানাৰ্থে বিজ্ঞজনে আলোচনাৰ মেজত বহি সমাধান সূত্ৰ প্ৰদানৰ আশু-ব্যৱস্থা কৰাটো সমীচিন হ'ব।

# অসমীয়া ভাষাত বিজ্ঞান চৰ্চাৰ প্ৰয়োজনীয়তা

শ্ৰীদিলীপ কুমাৰ দত্ত

জাতীয় জীৱনত বিজ্ঞান এক অপৰিহাৰ্য্য অঙ্গ। বিজ্ঞানক বাদ দি কোনো জাতিয়েই আগবাঢ়ি যাব নোৱাৰে। এটা জাতিৰ মানদণ্ড সেই জাতিৰ বিজ্ঞান চৰ্চাৰ মানদণ্ড আৰু তাৰ ব্যৱহাৰিক প্ৰয়োজনেই নিৰ্ণয় কৰিছে। বিশাল পৃথিৱীখন বিজ্ঞানে নিচেই সৰু কৰি দিছে। যিটো কাম কৰোতে আগেয়ে বহুতদিন লাগিছিল এতিয়া বিজ্ঞানৰ বলত মুহূৰ্ত্তেতে হৈছে। মানৱজাতিৰ চিন্তাধাৰা নিজৰ পৃথিৱীৰ পৰা আঁতৰি মহাকাশত বিচৰণ কৰিছে। পৃথিৱীত আমি ব্যৱহাৰ কৰা দৈনন্দিন জীৱনৰ ইন্ধন শেষ হৈ গলে, পৃথিৱীখন লোকে লোকাৰণ্য হৈ গলে ভৱিষ্যতে অন্য উপায় কি লব সেই বিষয়েও মানুহে বিজ্ঞানৰ জৰিয়তে চিন্তা কৰিছে। সাধাৰণ ঘৰুৱা পৰিবেশৰ পৰা জটিল জাতীয় সমস্যালৈকে আনি বিজ্ঞানৰ লগত ওতঃপ্ৰোতঃ ভাৱে সাঙোৰ খাই আছোঁ।

ভাষা আৰু সাহিত্যৰ বিকাশ এটা জাতিৰ জাতি গঠনৰ যেনেকৈ এটা ভেঁটী বিজ্ঞান চৰ্চা আৰু ইয়াৰ ব্যৱহাৰিক প্ৰয়োজনো সেই জাতিৰ অন্য এটি ভেটি। যিদৰে ভাষা-সাহিত্যৰ সৰস বিকাশৰ জৰিয়তে এটি জাতিয়ে নিজকে প্ৰতিষ্ঠিত কৰি তুলিব পাৰে সেইদৰে বিজ্ঞানেও এটা জাতিক শ্ৰেষ্ঠ আগশাৰীৰ জাতি বুলি পৰিগণিত কৰিব পাৰে। এটা জাতিৰ জাতীয় গাঠনি, শৃঙ্খলা, সংস্কৃতি আৰু যুগৰ লগত খাপখোৱা ধাৱমান প্ৰগতি সেইজাতিৰ সুষ্ঠ সবল চিন্তাধাৰা আৰু বৈজ্ঞানিক আঁচনিৰ মাজেৰে গঢ় লোৱা মনোবিকাশেই প্ৰধান সম্পদ। বৰ্ত্তমান যুগত কেৱল যোগ্য জনৰহে স্থান আছে। অনুপযোগীৰ স্থান নাই। কালৰ সোঁতত তেওঁলোক বিলুপ্ত হৈ গৈছে কাৰণ লাগিলে যিয়েই নহওক। সৰ্ব্বনাশী গ্ৰাসৰ পৰা মুক্ত হৈ পৃথিৱীত আনৰ লগত সমানে ফেৰমাৰি মূৰদাঙি থাকিবলৈ হলে এটা জাতিয়ে জাতিক মনোবিকাশৰ গঢ় দিব

লাগিব। বিজ্ঞানক বাদ দি কোনো জাতিয়ে আজিৰ প্ৰগতিশীল জগতত নিজকে গঢ় দিব নোৱাৰে। গতিকে জাতীয় মনোবিকাশৰ প্ৰচেষ্টাৰ লগে লগে সৰ্ব্বসাধাৰণে সহজে বুজিব পৰাকৈ বিজ্ঞান চৰ্চাৰ অতি প্ৰয়োজন হৈ পৰিছে। এটা জাতিৰ প্ৰত্যেকজন নাগৰিকে উপলব্ধি কৰিব লাগিব যে প্ৰতিটো খোজতে বিজ্ঞানক বাদ দি জাতি হিচাবে মেৰুদণ্ড পোনাই থাকিব নোৱাৰি।

সৰ্বসাধাৰণৰ মাজত বিজ্ঞানৰ চৰ্চা আৰু তাৰ ব্যৱহাৰিক প্ৰয়োজন এটা জাতি টনকিয়াল কৰি তুলিব পাৰে। অসমীয়া ভাষাত সাধাৰণ ৰাইজে বুজিব পৰাকৈ বিজ্ঞানৰ আলোচনা আৰু প্ৰচাৰ প্ৰায় নাই বুলিলেও বঢ়াই কোৱা নহব। জটিল আধুনিক বিজ্ঞানৰ কথা বাদ দিলেও দৈনন্দিত লাগি থকা প্ৰাথমিক বিজ্ঞানৰ চৰ্চাও অসমীয়া ৰাইজৰ মাজত অতি সামান্য। প্ৰাথমিক বিজ্ঞানৰ সম্যক জ্ঞান আৰু প্ৰয়োজনে এখন সমাজৰ আমূল পৰিবৰ্তন আনিব পাৰে। উদাহৰণ স্বৰূপে ঘৰুৱা বা সামাজিক পৰিবেশত প্ৰাথমিক বিজ্ঞানৰ নিয়মীয়া ব্যৱহাৰ কৰিলে সুন্দৰ বাস-উপযোগী পৰিবেশৰ সৃষ্টি হোৱাৰ উপৰিও বহুতো দুৰাৰোগ্য ৰোগৰ পৰা (কলেৰা, গ্ৰহণী, বসন্ত ইত্যাদি) মুক্ত হৈ থাকিব পাৰি। ৰোগবিহীন একোটা পৰিয়াল বা এখন সমাজে যথাৰ্থতে প্ৰগতিৰ পথত অগ্ৰসৰ হবলৈ আৰু সুচিন্তা কৰিবলৈ আনতকৈ সৰহ সময় পায়। সবল জাতিৰ গঢ় দিবৰ ই জানো এটা আহিলা নহয়? কিন্তু অসমীয়া ভাষাত এনেকুৱা নূন্যতম প্ৰয়োজনখিনিৰ বিষয়েও চৰ্চা তথা আলোচনা অতি নগন্য। যিবা অলপ আছে সিও নগৰ অঞ্চলতে আৱদ্ধ হৈ আছে। গাঁৱৰ ভিতৰুৱা অঞ্চললৈ ইয়াৰ প্ৰসাৰণ হোৱা নাই। নিজৰ ভাষাত বিজ্ঞানৰ চৰ্চা আৰু বিকাশ সাধন হলে সৰ্বসাধাৰণ ৰাইজে ইয়াক সহজে গ্ৰহণ কৰিব আৰু লগে লগে তেওঁলোকৰ আৰ্থিক অৱস্থাৰো উন্নতি হব। টনকিয়াল অৱস্থাই হৈছে সমাজৰ জাতি গঠনৰ মুল ভেটি।

অসমত নিৰক্ষৰতাৰ হাৰ অতি বেছি। শিক্ষা-দীক্ষাৰ সুচল ব্যৱস্থা চহৰ অঞ্চলৰ তুলনাত গাওঁ অঞ্চলত নিচেই কম। বহুতো ভিতৰুৱা অঞ্চলত দৈনন্দিন জীৱনত লাগি থকা প্ৰাথমিক শিক্ষাখিনিও আমাৰ



অসমীয়া মানুহে নোপোৱাকৈ আছে। এই নিৰক্ষৰতাৰ মূল কাৰণ হৈছে যোগাযোগৰ অভাৱ। আমাৰ প্ৰায় সকলো উন্নয়ণমূলক আঁচনিয়েই নগৰ কেন্দ্ৰীক। ফলস্বৰূপে গাওঁ অঞ্চলৰপৰা গুলোৱা সকলো শিক্ষিত ডেকা-গাভৰু নগৰ অঞ্চললৈ চাপলি মেলে বা নগৰ অঞ্চলতে আৱদ্ধ হৈ যায়। এটা জাতিৰ উন্নতি কেৱল কেন্দ্ৰীভূত নগৰ অঞ্চলৰ উন্নতিৰ ওপৰতে নিৰ্ভৰ কৰিব নোৱাৰি। উন্নয়ণমূলক আঁচনি সমূহ বিকেন্দ্ৰীক হৈ গাওঁ অঞ্চললৈ যাব লাগিব। গাওঁ অঞ্চলৰ শিক্ষিত ডেকা-গাভৰু সকলৰ শিক্ষাৰ সমানুপাতে আকৰ্ষণীয় অনুষ্ঠান আৰু উদ্যোগ লাগিব। শিক্ষিত সকলক নগৰ অঞ্চললৈ ধাবিত হবলৈ নিদি গাওঁ অঞ্চলত বিকেন্দ্ৰীত কৰি ৰাখিব পাৰিলে গাওঁলীয়া অঞ্চলত শিক্ষাৰ প্ৰচাৰৰ লগে লগে ইয়াৰ মানদণ্ড অৱশ্যেই ভাল হব। গাওঁলীয়া ৰাইজে শিক্ষা পোৱাৰ উপৰিও যিকোনো কথাতে কৌলিক চিন্তা কৰিব পাৰিব। শিক্ষাৰ ভেটিযে চিন্তাধাৰাও সবল হলেহে আন সকলো দিশ ক্ৰমান্বয়ে সহজ হৈ পৰিব।

অসমীয়া ভাষাত বিজ্ঞান চৰ্চা কৰাত বহুতো অন্তৰায় আছে। নিৰক্ষৰতা, আৰ্থিক কাৰণ, লিখনি তথা লিখকৰ অভাৱ, প্ৰচাৰ, আৰু যোগাযোগৰ অভাৱ ইত্যাদি। বিজ্ঞানৰ বিশেষ শব্দৰ বিলাক সাধাৰণ ৰাইজে বুজিব পৰাকৈ শুৱলা পৰিভাষাৰ অভাৱো অন্য এটা কাৰণ। বহুতো ইংৰাজী প্ৰতিশব্দৰ পৰিভাষাৰ সৃষ্টি কৰা হৈছে যদিও আমাৰ মানুহে ইয়াৰ সৰহ ভাগেই লগত ইংৰাজী শব্দটো কাষত লিখি নিদিলে আচল অৰ্থ উলিয়াব নোৱাৰে। বিজ্ঞানৰ আচল গুৰি কথাৰ অৰ্থ উলিয়াব নোৱাৰিলে তেন্তে চৰ্চা বিভ্ৰান্তিকৰ হ'ব। আচলতে বিজ্ঞানৰ বহুতো শব্দ তথা ভাষা আন্তঃৰ্জাতিক। তেনেভাষা বা শব্দৰ অসমীয়াত সুকীয়াকৈ পৰিভাষা নুলিয়ালে অসমীয়া ভাষাত বিজ্ঞান চৰ্চাৰ সমস্যা বহুতো লাঘৱ হব যেন লাগে। কঠিন দাঁতভঙা পৰিভাষাৰ পৰিবৰ্তে সহজ সৰল ইংৰাজী শব্দক আমাৰ ভাষাত স্থান দিলে আমাৰ ভাষাত বিজ্ঞান চৰ্চাৰ উদ্দেশ্য সহজে সাধন হব। কঠুৱা কঠিন ভাষাৰ সলনি সৰ্বসাধাৰণে সহজে বুজিব পৰাকৈ চৰ্চা কৰিলেহে বিজ্ঞানে ৰাইজৰ মাজত

সমাদৰ পাব। সৰ্বসাধাৰণ সকলোৱে বিজ্ঞানৰ প্ৰকৃত মোল বুজিব পাৰিলেহে ইয়াৰ চৰ্চাই সমাজত স্থান পাব। তাৰ কাৰণে লাগিব জনপ্ৰিয় বিজ্ঞান আৰু প্ৰচাৰ পদ্ধতি। বহুতো বিজ্ঞানমূলক শিক্ষা কথাছবি বা Slide প্ৰদৰ্শন কৰিও প্ৰচাৰ কৰিব পাৰি। সদায় দৈনন্দিন জীৱনত দেখি থকা সাধাৰণ ঘটনা বিলাকো সাধাৰণ ৰাইজক বুজালে নুবুজিব পাৰে। কিন্তু কোনো ছবি প্ৰদৰ্শন কৰিলে সহজে বুজিব পাৰিব। উদাহৰণ স্বৰূপে অযথা অপৰিকল্পিত ভাবে হাবি জঙ্গল কাটিলে কালৰ সোঁতত যে জলবায়ু আৰু ভূপৃষ্ঠৰ আমূল পৰিবৰ্ত্তন ঘটি এটা জাতি সৰ্বনাশৰ সন্মুখীন হব পাৰে সেই বিষয়ে সাধাৰণ মানুহে সহজে বুজি নাপায় বা বিশ্বাস নকৰে। ছবি প্ৰদৰ্শনৰ দ্বাৰা সৰ্বসাধাৰণক সহজেই এই বিষয়ে জ্ঞান দিব পাৰি। অপৰিকল্পিত ভাবে বনাঞ্চল বিধ্বংসৰ কাৰণে আফ্ৰিকা মহাদেশত হোৱা দুৰ্ভিক্ষৰ ছবি সৰ্বসাধাৰণক দেখুৱালে সাধাৰণ ৰাইজে সহজে বুজি পাব আৰু লগতে তেওঁলোকৰ মানসিক স্থিতিত যি ৰেখাপাত কৰিব ই সামাজিক পৰিবৰ্ত্তন আনিবলৈ সমৰ্থ হব। উত্তৰপ্ৰদেশত হোৱা "চিপক" আন্দোলনৰ (গছ কাটিবলৈ নিদি সাৱটি ধৰা আন্দোলন) তাৎপৰ্য্য সৰ্বসাধাৰণে সহজেই বুজি পাব। আজিৰপৰা প্ৰায় দহবছৰ মানৰ আগত মহাৰাষ্ট্ৰৰ নানা জিলাৰ পৰা ভেকুলী বিলাক ধৰি ৰপ্তানি দিবলৈ ধৰিছিল। ফলস্বৰূপে

সাপবিলাকে আহাৰ বিচাৰি য'তে ত'তে ঘুৰিফুৰোঁতে অনেক মানুহ সৰ্পদংশনৰ বলি হ'ল। সাধাৰণ হলেও এইকথা প্ৰথমতে মানুহৰ বোধগম্য হোৱা নাছিল। যেতিয়া তাত ভেকুলী ধৰাটো নিষিদ্ধ কৰি দিলে। সৰ্পদংশনৰ ঘটনাও কমি গ'ল। প্ৰকৃতিৰ পৰিবেশত থকা সকলো বস্তুৰে যে এটা সমতা আছে আৰু এই সমতা ৰক্ষা কৰোঁতে বিজ্ঞান সন্মত যুক্তি আছে বা অন্যকাৰণত এই সমতাৰ ব্যাঘাত হ'লে অন্য আঁচনিৰে পুনৰ সমতা স্থাপন কৰাতো দৰকাৰ। এইবিষয়ে সাধাৰণ মানুহৰ মাজত আমাৰ নিজৰ ভাষাত চৰ্চা কৰিলে সকলোৱে বুজি পাব। সহজ সৰল ভাষাত এনেবিলাক চৰ্চা আমাৰ মানুহৰ প্ৰচাৰ কৰাটো নিতান্তই প্ৰয়োজন। এনেবিলাক প্ৰাথমিক চৰ্চাৰে আমি



দুখীয়া ৰাইজৰ বহুতো নিবনুৱা সমস্যা দূৰ কৰিব পাৰিম। দুৰ্ভিক্ষ বিহীন শস্য-শ্যামল এখন দেশৰ দেশবাসী তথা সেইজাতিৰ আৰ্থিক অৱস্থা যাথাৰ্থত টনকিয়াল হোৱাতো স্বাভাৱিক। বিজ্ঞান চৰ্চা আৰু ইয়াৰ ব্যৱহাৰিক প্ৰয়োজনে পাৰিবাৰিক তথা সামাজিক অৱস্থাৰ উন্নতিত সহায় কৰিব এই বিষয়ে আমাৰ সৰ্বসাধাৰণৰ বোধগম্য হ'লে আমাৰ ভাষাত ইয়াৰ চৰ্চাও সমস্যা হৈ নৰব।

ভাষা-চৰ্চাৰ প্ৰাৰম্ভণৰ স্থান হ'ল নিজ নিজ পাৰিবাৰিক পৰিবেশ। এই পৰিবেশৰ সৃষ্টিৰ কাৰণে আমাৰ শিক্ষা অনুষ্ঠান বিলাকে বিশাল অৰিহনা যোগাব পাৰে। শিক্ষা অনুষ্ঠান বিলাকে ছাত্ৰ-ছাত্ৰী আৰু শিক্ষকৰ গোট সৃষ্টি কৰি গাওঁ অঞ্চলত সৰ্বসাধাৰণৰ মাজত সহজেই বিজ্ঞান চৰ্চা কৰিব পাৰে। সহজ সৰল ভাষাত মৌলিক তথ্য আৰু দৈনন্দিন পৰিবেশৰ ওপৰত মনোকাৰ্য্যিক প্ৰবন্ধ লিখিব পাৰে। মৌলিক তথ্যৰ ওপৰত লিখিব নোৱাৰিলেও অনুবাদ কৰিলেও আমাৰ ভাষাত বিজ্ঞান চৰ্চাৰ খৰগুণি কম নহব।

সামাজিক জনজাতীয় উন্নতি সাধিবলৈ নিজস্ব ভাষাত বিজ্ঞান চৰ্চাৰ অপৰিহাৰ্য্যতাৰ বিষয়ে আমাৰ চৰকাৰো সচেতন হব লাগিব। বিজ্ঞান সাহিত্য ৰচনা আৰু প্ৰচাৰ কৰিবলৈ আমাৰ চৰকাৰে পৰিকল্পিত আঁচনি লোৱা উচিত। লিখক-লিখিকালৈ আৰ্থিক সাহাৰ্য্যৰে উদগনি দিব লাগিব। অৰ্থৰ অভাৱত লিখক-লিখিকাই এনে ৰচনা কৰিবলৈ অনিচ্ছুক হৈ যায়।

আমাৰ জাতীয় সমস্যাৰ প্ৰতি লক্ষ্য ৰাখি আমি প্ৰত্যেকেই সৰ্ব-সাধাৰণৰ মাজত বিজ্ঞান চৰ্চা আৰু ইয়াৰ ব্যৱহাৰিক প্ৰয়োজনৰ প্ৰতি সজাগ হব লাগিব। আমাৰ সমাজ সজাগ হলে অৱস্থা টনকিয়াল হলে খোজত খোজ মিলাই আনৰ লগত যাব পাৰিলে নিজৰ ভেঁটিতে লুপ্ত হব ধৰা পাৰিস্থিতিৰ পৰা পাম। পৃথিৱীৰ আগশাৰীৰ প্ৰজেকটো জাতিৰেই বিজ্ঞানৰ ভিত্তিটেই নিজ নিজ শ্ৰেষ্ঠতাৰ প্ৰমাণ দিছে। কেৱল বিজ্ঞান চৰ্চাইহে পৃথিৱীত শ্ৰেষ্ঠতাৰ প্ৰমাণ কৰিব তেনে নহয়। দঃ কোৰিয়া, জাপান, চীন, অষ্ট্ৰেলিয়া আদি দেশৰ

ভেঁটি সাধাৰণ বিজ্ঞান আৰু ইয়াৰ ব্যৱহাৰিক প্ৰয়োজন। জাপানী পদ্ধতিৰ খেতি আৰু জাপানী পুতলাৰ বিষয়ে পৃথিৱী কোনে নাজানে। জাপানী পুতলাৰ সমাদৰে জাপানৰ বহুতো আৰ্থিক অৱস্থাৰ চাহিদা পূৰণ কৰে। সাধাৰণ বিজ্ঞানৰ প্ৰয়োজনে আমাকো সকলো ফালৰ পৰা স্বাৱলম্বী হোৱাত সহায় কৰিব।

আমি অসমীয়া জাতি হিচাবে নিজৰ ভৰিৰ ওপৰত থিয় দি থাকিবলৈ হলে আমি আমাৰ ভাষা বিজ্ঞানৰ প্ৰয়োজন, ইয়াৰ ব্যৱহাৰিক প্ৰয়োজন প্ৰত্যেক অসমীয়াৰে বোধগম্যলৈ আনিব লাগিব। বদ্ধকল্প হৈ কামত লাগিলে সন্মুখত থকা সমস্যা অৱশ্যেই দূৰ কৰিব পাৰিলে আৰু সকল জাতি হিচাবে স্থিতি পাম।

---

# অসমীয়া জনপ্ৰিয় বিজ্ঞান সাহিত্য : কেইটিমান পৰামৰ্শ

শ্ৰীক্ষীৰধৰ বৰুৱা

বৰ্তমান যুগত বিজ্ঞান আৰু বৈজ্ঞানিক দৃষ্টিভংগী সুসভ্য আধুনিক মানব জীৱনৰ অপৰিহাৰ্য্য অংগ হৈ উঠিছে। সম্প্ৰতি বিজ্ঞান আৰু প্ৰযুক্তি বিদ্যাৰ প্ৰভাৱ সমাজত এনেভাৱে পৰিছে যে বৈজ্ঞানিক অৱদানসমূহৰ অবিহনে আধুনিক মানুহৰ স্বচ্ছন্দ জীৱন যাত্ৰাৰ কথা ভাবিবই নোৱাৰি। সেয়ে সাহিত্যৰ দৰে আজি বিজ্ঞানো মানৱ-সংস্কৃতিৰ এৰাব নোৱাৰা অংশ হৈ উঠিছে. মানৱ জীৱন আৰু সমাজৰ বিভিন্ন বিষয় আৰু সমস্যাক কেন্দ্ৰ কৰিয়েই বিভিন্ন যুগত বিভিন্ন সাহিত্য কৰ্মৰ সৃষ্টি হৈছে, সেয়ে আধুনিক জীৱন আৰু সমাজৰ অংগ বিজ্ঞানৰ বিষয় বস্তুৱেও আধুনিক সাহিত্যত বিশেষ স্থান পোৱাটো স্বাভাৱিক।

সাধাৰণতে বিজ্ঞান সাহিত্য বুলিলে বিজ্ঞানৰ কোনো বিষয় বস্তু সৰ্বসাধাৰণৰ বোধগম্য হোৱাকৈ বিভিন্ন পদ্ধতিৰে লিখি উলিওৱা ৰচনা সমূহৰ কথাই সততে আমাৰ মনলৈ আহে, এনে ৰচনাত বিজ্ঞানৰ যুক্তিনিষ্ঠ ধৰ্ম অটুট ৰাখি বৈজ্ঞানিক তথ্য, তত্ত্ব আদি যথাস্থানত সন্নিবিষ্ট কৰি সেই ৰচনাক সাহিত্যিক ৰস সৃষ্টিৰ জৰিয়তে পঢ়ুৱৈৰ মনোগ্ৰাহী কৰি তুলিবলৈ চেষ্টা কৰা হয়. বিজ্ঞান সাহিত্যত কল্পনাৰ বোল থাকিলেও অলৌকিক বা অতিভৌতিক কল্পনাই স্থান পাব নোৱাৰে, এনে ধৰণৰে জনসাধাৰণৰ মাজত বৈজ্ঞানিক জ্ঞানৰ সঞ্চাৰ আৰু বিকাশ আৰু সম-সাময়িক বিজ্ঞান জগতৰ উদ্ভাৱনসমূহৰ বিষয়ে প্ৰচাৰৰ জৰিয়তে বিজ্ঞানক জনমুখী কৰাৰ উদ্দেশ্যেৰেই সাহিত্য ৰচনা কৰা হয় সেয়ে জনপ্ৰিয় বিজ্ঞান সাহিত্য।

জনপ্ৰিয় বিজ্ঞান সাহিত্যৰ আন এটা উদ্দেশ্য হল জনসাধাৰণৰ

মাজত বৈজ্ঞানিক দৃষ্টিভংগী আৰু বৈজ্ঞানিক সচেতনতাৰ সৃষ্টি আৰু বিকাশ ঘটোৱা। জনপ্ৰিয় বিজ্ঞান সাহিত্যই জনমানসক অন্ধবিশ্বাস, কুসংস্কাৰ আৰু ৰক্ষণশীলতাৰ অন্ধকূপৰ পৰা উদ্ধাৰ কৰি সুস্থ নাগৰিক হিচাবে জীৱন নিৰ্বাহ কৰাত সহায় কৰিব পাৰে, বিজ্ঞান আৰু প্ৰযুক্তিবিদ্যাৰ অপপ্ৰয়োগৰ দ্বাৰা মানৱ জীৱন, সমাজ তথা সমগ্ৰ পৃথিবীতে উদ্ভৱ হব পৰা অশুভ আৰু অবাঞ্ছিত পৰিস্থিতিৰ প্ৰতি জনসাধাৰণক সচেতন কৰি ৰখাত অগ্ৰনী ভূমিকা লব পাৰে এই জনপ্ৰিয় বিজ্ঞান সাহিত্যই।

বৰ্তমান সময়ত যিহেতু মানুহে বিজ্ঞানৰ একোটা বিষয়তহে পাৰদৰ্শিতা লাভ কৰিব পাৰে। সেয়ে তেনে লোক বিজ্ঞানৰ অন্যান্য শাখাৰ বিষয়ে জনাৰ ক্ষেত্ৰতো জনপ্ৰিয় বিজ্ঞান সাহিত্যই সেতুৰ দৰে কাম কৰে। উদাহৰণ স্বৰূপে, এজন ৰসায়নৰ ছাত্ৰ বা ব্যক্তিয়ে জনপ্ৰিয় সাহিত্যৰ সহায়তেই জ্যোতিৰ্বিজ্ঞানৰ বিষয়েও জানিব পাৰে। আনহাতে বিজ্ঞানৰ ছাত্ৰক কোনো বিষয়ৰ প্ৰসংগ পুথি হিচাপেও জনপ্ৰিয় বিজ্ঞানৰ পুথিয়ে সহায় কৰে।

বিজ্ঞানৰ বিষয়বস্তু প্ৰকাশৰ আন দুটা লিখিত মাধ্যম হ'ল পাঠ্যপুথি আৰু মৌলিক ৰচনাসমূহ। বিজ্ঞানৰ পাঠ্যপুথি আৰু মৌলিক ৰচনাৰাজিৰ আটাইবোৰকে বিজ্ঞান সাহিত্যৰ পৰ্য্যায়ত পেলাব নোৱাৰি যদিও কিছুমানক প্ৰকাশ ভংগী আৰু ভাষাৰ সাহিত্যিক মুল্যলৈ লক্ষ্য ৰাখি বিজ্ঞান সাহিত্যৰ অন্তৰ্ভুক্ত কৰিব পৰা যায়, এই ৰচনাসমূহ বিদ্যাৰ্থী আৰু সীমিত সংখ্যক শিক্ষিত পঢ়ুৱৈৰ বাবেহে প্ৰস্তুত কৰা হয়। গতিকে এনে ৰচনা জনপ্ৰিয় বিজ্ঞান সাহিত্যৰ অন্তৰ্ভুক্ত হ'ব নোৱাৰে।

**অসমীয়া জনপ্ৰিয় বিজ্ঞান সাহিত্য :**

আধুনিক অসমীয়া সাহিত্যৰ দৰেই অসমীয়া বিজ্ঞান সাহিত্যিৰো আৰম্ভনি হৈছিল উনবিংশ শতিকাৰ মাজভাগত 'অৰুণোদই' কাকতত, সেই কাকতত প্ৰথমৰে পৰাই বিজ্ঞানৰ ৰচনা প্ৰকাশত মুখ্য স্থান দিয়া হৈছিল, 'অৰুণোদই'ত প্ৰকাশ হোৱা বিজ্ঞানৰ প্ৰথম ৰচনা দুখন আছিল 'গ্ৰহৰ বিৱৰণ' আৰু 'পৃথিবীৰ আকাৰৰ বিষয়'। 'অৰুণোদই'ৰ উপৰিও তাৰ পাছৰ আলোচনী অসম বন্ধু, জোনাকী বিজুলী, বাহী। মিলন, আসাম



হিতৈষী, আবাহন আদিতো বিজ্ঞানৰ ৰচনা, বা বাতৰি আদি প্ৰকাশ হৈছিল। সেই প্ৰবন্ধবোৰত ঠাই পোৱা বিজ্ঞানৰ বিষয়বস্তুবোৰ আছিল চুম্বকত্ব, বিজুলীশক্তি, মধ্যাকৰ্ষণ, পোহৰ, মাটি. পানী, গছ-গছনি, প্ৰাণী-জগত জ্যোতিৰ্বিদ্যা, স্বাস্থ্যবিজ্ঞান, বস্তুজগত ইত্যাদি। সেই সময়ত ভূগোল গণিত. জ্যামিতি আদি বিষয়ৰ পাঠ্যপুথিৰ বাহিৰে জনপ্ৰিয় বিজ্ঞানৰ পুথি প্ৰকাশ হোৱা নাছিল বুলিয়েই ক'ব পাৰি।

প্ৰকৃততে ক'বলৈ গ'লে ১৯৬১ চনৰ ছেপ্তেম্বৰ মাহত অসম বিজ্ঞান সমিতিয়ে প্ৰথম অসমীয়া বিজ্ঞান আলোচনী প্ৰকাশ কৰাৰ লগে লগেই অসমীয়া জনপ্ৰিয় বিজ্ঞান সাহিত্যৰো আনুষ্ঠানিক আৰম্ভণি হয়। অসমীয়া ভাষাত বিজ্ঞান সাহিত্য ৰচনা কৰিছে যাইকৈ বিজ্ঞানী আৰু বিজ্ঞানৰ শিক্ষাদানত ব্ৰতী শিক্ষক অধ্যাপক সকলে, বিজ্ঞান জেউতিৰ প্ৰকাশে এই লিখক সকলৰ মাজত বিজ্ঞানৰ বিষয়ে অসমীয়া ভাষাত প্ৰকাশৰ কাৰণে উৎসাহ আৰু প্ৰেৰণাৰ উদ্ৰেক কৰিলে, সেই দায়বদ্ধতাই কেইবাজনো নতুন লিখক সৃষ্টি কৰা দেখা যায়। উল্লেখযোগ্য যে সৰ্বভাৰতীয় পৰ্য্যায়ত বহু প্ৰচাৰিত বিজ্ঞান আলোচনী 'Science Reporter' আৰু 'Science Today' বিজ্ঞান জেউতিৰ পাছতহে, অৰ্থাৎ ক্ৰমে ১৯৬৪ আৰু ১৯৬৬ চনতহে প্ৰকাশ পাইছিল।

অসমীয়া ভাষাত নিয়মীয়াকৈ প্ৰকাশ পাই থকা ৩ খন জনপ্ৰিয় বিজ্ঞান আলোচনী হ'ল অসম চৰকাৰৰ বিজ্ঞান প্ৰযুক্তিবিদ্যা আৰু পৰিবেশ বিভাগৰ দ্বাৰা প্ৰকাশিত ডঃ দীনেশচন্দ্ৰ গোস্বামী সম্পাদিত দৃষ্টি; এই আলেচনীৰ বৈশিষ্ট্য হ'ল এই যে ইয়াত যি কোনো দৰকাৰী বিষয়ৰ বৈজ্ঞানিক আলোচনা এটাক জনপ্ৰিয়ভাৱে উপস্থাপন কৰা হয়, এতিয়ালৈকে প্ৰকাশ পোৱা কিছুমান বিষয় হ'ল আহাৰ আৰু পুষ্টি, জন্ম, পানী, প্ৰদূষণ, ধাতু আৰু মানুহ, পশুৰ ভাগত, অনুজীৱ,চাহ ইত্যাদি। সম্প্ৰতি অসমৰ ৰাজ্যিক বিজ্ঞান-শিক্ষা সংস্থায়ো 'বিজ্ঞান-সফুৰা' নামৰ এখন তিনিমহীয়া আলোচনী প্ৰকাশ কৰি আছে। ইয়াৰ উপৰিও প্ৰায় জন্মিয়েই মৃত্যুৰ মুখত পৰা দুখন বিজ্ঞান আলোচনী হ'ল বিজ্ঞান ভাৰতী আৰু ছাত্ৰ বিজ্ঞান সমিতিৰ 'নিউক্লিয়াছ'। অসম

বিজ্ঞান সমিতিৰ কেইবাটাও শাখায়ো অনিয়মীয়াকৈ কেইখনমান বিজ্ঞান আলোচনী প্ৰকাশ কৰি আছে ।

এসময়ত ৰামধেনু, আমাৰ প্ৰতিনিধি, দীপক আদি আলোচনীত জনপ্ৰিয় বিজ্ঞানৰ ৰচনা প্ৰায় নিয়মীয়াকৈ প্ৰকাশ পাইছিল, বৰ্ত্তমান প্ৰান্তিক, আজিৰ সময়, প্ৰকাশ আৰু বিস্ময়ত বিজ্ঞান বিষয়ৰ প্ৰবন্ধপাতি প্ৰকাশ হৈ থাকে, প্ৰান্তিকৰ বিজ্ঞান আৰু প্ৰজ্ঞা দুয়োটা নিয়মীয়া শিতানতে বিজ্ঞানৰ বিষয় সামৰি লৈ প্ৰকাশ কৰা হয় । বৰ্তমান নিয়মীয়া শিশু আলোচনী মৌচাক, সফুঁৰা আৰু মুকুতাৰ ভিতৰত প্ৰথম দুখনতেই শিশুৰ উপযোগী বিজ্ঞানৰ লিখনিক প্ৰাধান্য দি প্ৰকাশ কৰা হয় । শ্ৰীশান্তনু তামুলীৰ সম্পাদিত মৌচাকত ক্ষীৰধৰ বৰুৱাৰ 'বিজ্ঞানৰ কথা' নামৰ চিত্ৰিত নিয়মীয়া শিতানৰ উপৰিও প্ৰতি সংখ্যাতে একাধিক বিজ্ঞানৰ প্ৰবন্ধ প্ৰকাশ কৰা হয় । ইয়াৰ আগতে সুৰেশচন্দ্ৰ ৰাজখোৱা সম্পাদিত ৰ'দালি আৰু প্ৰীতি বৰুৱাৰ 'আকাশ'তো বিজ্ঞানৰ ৰচনা নিয়মীয়াকৈ প্ৰকাশ কৰা হৈছিল ।

**জনপ্ৰিয় বিজ্ঞানৰ প্ৰবন্ধঃ**

জনপ্ৰিয় বিজ্ঞানৰ প্ৰবন্ধ লিখাটো অতিশয় জটিল কাম । বৈজ্ঞানিক তথ্য সম্বলিত কৰি আৰু তথ্যৰ অন্তৰ্গত গণিতীয় জটিলতা পৰিহাৰ কৰি ৰচনা কৰিব নোৱাৰিলে সেই লেখা জনপ্ৰিয় হব নোৱাৰে । সেই কাৰণেই বৰ্তমান আমাৰ আলোচনী বাতৰি কাকত আদিত প্ৰকাশ হোৱা সাহিত্যৰ ৰস বৰ্জিত আৰু গণনা গ্ৰাফ ফৰ্মূলা আদিৰে পৰিপূৰ্ণ হৈ পাঠ্যপুথি গন্ধী হোৱা বহুত বিজ্ঞানৰ প্ৰবন্ধই সাধাৰণ পঢ়ুৱৈৰ মন আকৰ্ষণ কৰিব নোৱাৰা দেখা যায় । সেই প্ৰবন্ধবোৰৰ পাঠকৰ সংখ্যা অতি সীমিত । কিন্তু অসমীয়া বিজ্ঞান সাহিত্যৰ কেইগৰাকীমান লিখকে নিজৰ প্ৰতিভা আৰু ৰচনাশৈলীৰে জনপ্ৰিয় বিজ্ঞান সাহিত্য ৰচনাত বিশেষ দক্ষতা দেখুৱাবলৈ সমৰ্থ হোৱাটো গৌৰৱৰ কথা । মনোগ্ৰাহী বিজ্ঞানৰ ৰচনা হিচাপে ডঃ বিজয়কৃষ্ণ দেৱশৰ্মাৰ 'মস্তিষ্ক কথা চৰিতম' (বিজ্ঞান জেউতি, ১ম বছৰ ১ম সংখ্যা ১৯৬৬), ডঃ কালীনাথ শৰ্মাৰ জীৱবিজ্ঞানৰ প্ৰবন্ধসমূহ সুৰেন্দ্ৰনাথ মেধি আৰু ডঃ দীনেশ চন্দ্ৰ গোস্বামীৰ



প্ৰবন্ধসমূহৰ কথা উনুকিয়াব পাৰি, আমি নিজেও মাজে সময়ে অসমবাণী দৈনিক অসম, আদিত কম্পিউটাৰ, ডাক্তৰ, কম্পিউটাৰ শিল্পী কথা কোৱা কম্পিউটাৰ, নিশব্দতাৰ শব্দ, পোহৰৰ জুতি আদি প্ৰবন্ধত কেতবোৰ বৈজ্ঞানিক আৱিষ্কাৰৰ কথা জনপ্ৰিয়ভাৱে উপস্থাপন কৰিবলৈ চেষ্টা কৰিছোঁ ।

ৰম্য বা ব্যংগ ৰচনাৰ মাধ্যমেৰেও বিজ্ঞানক জনপ্ৰিয় কৰাৰ সম্ভাৱনা আছে । অসমীয়া ভাষাত এই ক্ষেত্ৰত প্ৰচেষ্টা একেবাৰে চলোৱা হোৱা নাই বুলিব পাৰি । ডঃ পৱিত্ৰ কুমাৰ শৰ্মা সম্পাদিত 'লহৰ' নামৰ আলোচনীত ১৯৭৩-৭৪ চনত অধ্যাপক ফটিক চন্দ্ৰ হাজৰিকাই 'আৱিষ্কাৰ' আৰু মানবদেহৰ অলেখ প্ৰাণী শীৰ্ষক দুখন বিজ্ঞানৰ সুন্দৰ ব্যংগ ৰচনা লিখিছিল ।

**অনূদিত জনপ্ৰিয় বিজ্ঞান সাহিত্যঃ**

সংখ্যাত অতি তাকৰ হ'লেও ইংৰাজীৰ পৰা অনুবাদ কৰা কেইখনমান অসমীয়া বিজ্ঞান-পুথিয়ে আৰম্ভণিৰে পৰা বিজ্ঞানক জনপ্ৰিয় কৰাত সহায় কৰিছে, সেয়া হল ছাৰ জেমচ জিনছৰ 'ৰহস্যময় বিশ্ব' (অনুবাদ যোগেন্দ্ৰনাথ শইকীয়া), চকা কেনেকৈ ঘুৰে (অনুঃঅমূল্য কুমাৰ হাজৰিকা) শ্ৰীপদ্ম বৰকটকী অনূদিত গ্ৰন্থ মানুহ আৰু যন্ত্ৰ, টমাছ আলভা এডিছন, ৰবাৰ্ট ফুলটন আৰু তেওঁৰ ভাপনাও, মহাকাশ অভিযান, আধুনিক চিকিৎসা বিজ্ঞানৰ আৱিষ্কাৰৰ কাহিনী, সুৰেন্দ্ৰনাথ মেধি অনূদিত "শিল্পৰ জনক ডঃ যোগেন্দ্ৰনাথ বৰুৱাৰ বিদ্যুত শক্তিৰ এটি কথা, আৰু শ্ৰীহেমেন বৰঠাকুৰ অনূদিত বিশ্বব্ৰহ্মাণ্ডৰ আহ্বান, ইয়াৰ উপৰিও বিজ্ঞান জেউতি প্ৰমুখ্যে বিভিন্ন আলোচনীত কেইবাজনো প্ৰখ্যাত লেখকৰ ৰচনাৰ অসমীয়া অনুবাদ প্ৰকাশ হৈছে । বিজ্ঞান জেউতিত অনিল কুমাৰ শৰ্মা অনূদিত জুল ভাৰ্নৰ 'চন্দ্ৰলোক'লৈ দুলাল গোস্বামী অনূদিত জৰ্জ গেমৰ 'পৃথিৱী নামৰ গ্ৰহটি' আৰু ব্ৰজেন বৰুৱা অনূদিত আইজাক এছিমভৰ 'পৰমাণুৰ অন্তভাগ প্ৰকাশ হৈছিল । ডঃ দীনেশ চন্দ্ৰ গোস্বামীয়ে অনুবাদ কৰা জুল ভাৰ্নৰ বিজ্ঞান ভিত্তিক উপন্যাস সাগৰৰ তলিয়েদি ২০,০০০ লিগ' অসমীয়া জনপ্ৰিয় বিজ্ঞান সাহিত্যত অন্যতম সংযোজন ।

তেওঁৰ পৰমাণুৰ কথা আৰু ৰমেশচন্দ্ৰ গোস্বামীৰ পৃথিৱীৰ সমস্ত কথা আন দুখন অনুবাদ গ্ৰন্থ ।

বিজ্ঞান ভিত্তিক গল্প আৰু নাট্য সাহিত্যঃ

বিজ্ঞান ভিত্তিক কল্প কাহিনীয়ে বহু কালৰ আগৰে পৰাই ইংৰাজী সাহিত্যত এক বিশিষ্ট স্থান অধিকাৰ কৰি আহিছে, জুল ভাৰ্ণ, এইচ্ জি ওৱেলছ, আৰ্থাৰ ক্লাক, এছিমভ প্ৰমুখ্যে লিখকসকলৰ বিজ্ঞানভিত্তিক গল্প উপন্যাস সমূহে বিজ্ঞানক জনপ্ৰিয় কৰি তোলাৰ লগতে সাহিত্যক ভঁৰালো চহকী কৰিছে। অসমীয়া ভাষাতো কেইবাজনো লিখকে ইংৰাজী কাহিনীৰ আলমলৈ বা নিজৰ মৌলিক কাহিনীৰে বিজ্ঞান ভিত্তিক গল্প লিখিবলৈ চেষ্টা কৰিছে । সেইসকলৰ ভিতৰত আগৰণুৱা ব্যক্তি হল ড° বিজয়কৃষ্ণ দেৱশৰ্মা, তেখেতে ষাঠিৰ দশকৰ আৰম্ভণিতেই জনপ্ৰিয় বিজ্ঞানৰ প্ৰবন্ধ আৰু গল্প লিখা আৰম্ভ কৰিছিল। তেখেতে 'আমাৰ প্ৰতিনিধি' আৰু 'দৈনিক অসমত' নিয়মীয়াকৈ বিজ্ঞান স্তম্ভ লিখিছিল। বিশেষ দক্ষতাৰে বিজ্ঞান-ভিত্তিক গল্প উপন্যাস ৰচনা কৰা আন দুজন ব্যক্তি হল ড° দীনেশচন্দ্ৰ গোস্বামী আৰু শান্তনু তামুলী, এই তিনিওজন লিখকৰ ৰচনাত স্বকীয় প্ৰকাশ ভংগী আৰু শৈলী ফুটি উঠা দেখা যায়, ড° বিজয় কৃষ্ণ দেৱশৰ্মাৰ গল্প উপন্যাসত গ্ৰহান্তৰ অভিযান আৰু ড° দীনেশচন্দ্ৰ গোস্বামীৰ ৰচনাত বিজ্ঞানৰ অত্যাধুনিক উদ্ভাৱন সমূহে মানৱ সমাজত পেলাব পৰা প্ৰভাৱে প্ৰাধান্য লাভ কৰা দেখা যায় । অসমীয়াত প্ৰকাশ হোৱা বিজ্ঞান ভিত্তিক গল্প সংকলন হ'ল । ড° বিজয়-কৃষ্ণ দেৱশৰ্মাৰ সূৰ্য্যৰ সোনালী আপেল, ড° দীনেশচন্দ্ৰ গোস্বামীৰ ভদ্ৰতানাশক যন্ত্ৰ আৰু পেটেৰ্বল স্কেল এৱজৰ্বাৰ, আৰু অমূল্যকুমাৰ হাজৰিকাৰ উপন্যাস 'আক্ৰমণ' ।

অসমীয়াত জনপ্ৰিয় বিজ্ঞান ভিত্তিক নাট্যসাহিত্যও বৰ বেছিকৈ ৰচিত হোৱা নাই, আমি জনাত অসমীয়াত ৰচিত প্ৰথম বিজ্ঞানভিত্তিক নাটক হল বিজ্ঞান জেউতিত (৫ম বছৰ, ২য় সংখ্যা। ১৯৬১) প্ৰকাশিত শ্যামাপ্ৰসাদ শৰ্মাৰ । 'দেৱতাৰ অন্যৰূপ' আকাশবাণী যোগে প্ৰচাৰিত ড° দীনেশ চন্দ্ৰ গোস্বামীৰ বিজ্ঞান-ভিত্তিক অনাতাঁৰ নাটসমূহ অসমীয়া জনপ্ৰিয় বিজ্ঞান সাহিত্যৰ অনুপম সৃষ্টি।



কেতিয়াবা একোখনি বিজ্ঞান ৰচনাত কবিতাৰ সংযোজনেও ৰচনাখনি অধিক মনোগ্ৰাহী কৰি তোলা দেখা যায়, আইনষ্টাইনৰ আপেক্ষিকতাবাদ সম্পৰ্কীয় ৰচনাত কোনোবা অনামী কৱিৰ এটি সুন্দৰ লিমাৰিকৰ প্ৰয়োগ উল্লেখযোগ্য ঃ

"There was a young girl called Bright.
Who could travel much faster than light
She went out one day
In a relative way
And retuined the previous night"

ইয়াৰ সুন্দৰ অনুবাদ কৰিছে সুৰেন্দ্ৰনাথ মেধিয়ে এইদৰে ঃ

"আছিল এজনী ছোৱালী শ্ৰীমতী জেউতি
পোহৰতকৈও আছিল তাই বেগৱতী
এদিন আপেক্ষিকভাৱে তাই
ঘৰৰ পৰা গ'ল ওলাই
আৰু উভতি আহিল আগদিনা ৰাতি"

কবিতাৰ মাধ্যমেৰেও বিজ্ঞানৰ একোটা বিষয় অন্ততঃ শিশু আৰু কিশোৰৰ কাৰণে মনোগ্ৰাহী কৰি প্ৰকাশ কৰিব পৰা যায়, এই ক্ষেত্ৰত উল্লেখ কৰিব পাৰি যে ১৯৮৬ চনৰ অক্টোৱৰ মাহত বিশ্বনাথ চাৰিআলিত অনুষ্ঠিত অসম সাহিত্য সভাৰ শিশু সাহিত্য ৰচনাৰ কৰ্মশালাত প্ৰশিক্ষাৰ্থীসকলে কেইবাটাও বিজ্ঞানভিত্তিক শিশুৰ উপযোগী উন্নত মানৰ কবিতা ৰচনা কৰিছিল ।

কবিতাৰ দৰে গীত সংগীতালেখ্য আদিও জনপ্ৰিয় বিজ্ঞান প্ৰচাৰৰ সম্ভাৱ্য মাধ্যম। সামাজিক বনানিকৰণৰ উপকাৰীতাৰ বিষয়ে জনসাধাৰণৰ মাজত সচেতনতা জগাই তোলাৰ উদ্দেশ্যে ড° ভূপেন হাজৰিকাই সৃষ্টি কৰা সংগীতালেখ্য এখনিও উদ্ভিদ আৰু প্ৰাণীৰ পাৰস্পৰিক নিৰ্ভৰশীলতাৰ বৈজ্ঞানিক তত্বখিনি গীতৰ মাধ্যমেৰে প্ৰকাশ কৰাত সফল হোৱাটো এই ক্ষেত্ৰত উল্লেখযোগ্য ।

**জনাতাঁৰ আৰু দূৰদৰ্শন মাধ্যম:**

জনপ্ৰিয় বিজ্ঞান সাহিত্য প্ৰকাশৰ অন্যতম মাধ্যম হ'ল অনাতাঁৰ আৰু দূৰদৰ্শন, অসমত থকা আকাশবাণীৰ কেন্দ্ৰ দুটাৰ যোগেদি বিজ্ঞানৰ বিভিন্ন বিষয়ক কেন্দ্ৰ কৰি ৰচিত নাটক, ৰূপক, কথিকা আদিৰ প্ৰচাৰেও বিজ্ঞান সাহিত্যৰ চৰ্চাত কম সহায় কৰা নাই, ড° দীনেশচন্দ্ৰ গোস্বামীৰ 'বিজ্ঞানীৰ লগত কাল্পনিক সাক্ষাৎকাৰ' এখনি অতি মনোগ্ৰাহী ৰূপক। এই কেন্দ্ৰ দুটাই নিয়মীয়াকৈ বিজ্ঞান আলোচনী প্ৰচাৰ কৰাৰ উপৰিও শিশু, চেমনীয়া আৰু মহিলাৰ অনুষ্ঠান, স্বাস্থ্য আৰু কৃষি বিষয়ক অনুষ্ঠান আদিত বিজ্ঞানৰ ৰচনা প্ৰচাৰ কৰে।

জনপ্ৰিয় বিজ্ঞানমূলক দূৰদৰ্শন কাৰ্য্যসূচী যুগুত কৰাটো অতিশয় দুৰূহ আৰু ব্যয়বহুল কাম। বোধহয় এই ক্ষেত্ৰত অসমত কোনো প্ৰচেষ্টা হাতত লোৱা হোৱা নাই।

**উপসংহাৰ:**

কেইবাটাও প্ৰতিবন্ধকৰ কাৰণে অসমীয়া জনপ্ৰিয় বিজ্ঞান; সাহিত্যই আশা কৰা মতে গা কৰি উঠিব পৰা নাই। সেই প্ৰতিবন্ধকবোৰ হল পৰিভাষা, লিখক, পঢ়ুৱৈ আৰু প্ৰকাশন সম্পৰ্কীয় সমস্যা, যিহেতু বিজ্ঞান সাহিত্য ৰচনা কৰোতে গৌন উৎস হিচাপে ঘাইকৈ ইংৰাজী ভাষাত ৰচিত ৰচনাসমূহৰ সহায় লব লগা হয়। সেয়েহে উপযুক্ত পৰিভাষাৰ অবিহনে বিজ্ঞান ৰচনা তৈয়াৰ হ'লেও বিজ্ঞান সাহিত্য সৃষ্টি হব নোৱাৰে। এই ক্ষেত্ৰত অসমৰ বিশ্ববিদ্যালয় দুখনৰ পাঠ্যপুথি প্ৰস্তুতিৰ ব্যৱহৃত পৰিভাষাই কিছু পৰিমানে সহায় কৰিছে।

কিন্তু অকল পাৰিভাষিক শব্দৰ প্ৰয়োগেই বিজ্ঞান সাহিত্যক সহজ-বোধ্য তথা জনপ্ৰিয় কৰি তুলিব নোৱাৰে। লিখকৰ নিজস্ব দক্ষতা, কৌশল আৰু প্ৰকাশ ভংগীয়েহে বিজ্ঞান ৰচনা একোটিক মনোগ্ৰাহী কৰি তুলিব পাৰে, কোনো এটা বিজ্ঞানৰ বিষয়বস্তুৰ বিষয়ে লিখাৰ আগতে সেই সম্পৰ্কে লিখকৰ সম্যক জ্ঞান থকাটো দৰকাৰ তেতিয়াহে লিখনিৰ ভাষা প্ৰাঞ্জল আৰু সাৱলীল হ'ব আৰু ই তথ্যগত ভুল-ভ্ৰান্তিৰ পৰা বিমুক্ত হ'ব।



আমাৰ বিজ্ঞান সাহিত্যিকৰ সংখ্যা তেনেই কম, অসমত বহুসংখ্যক বিজ্ঞানী, গৱেষক, বিজ্ঞানৰ শিক্ষক, অধ্যাপক চিকিৎসক, অভিযন্তা আদি থকা সত্বেও ভাল লিখকৰ সংখ্যা অতি কম আৰু আশানুৰূপভাৱে নতুন লিখকো ওলোৱা নাই, কেইবাগৰাকীও জ্ঞান পুষ্ট আৰু অভিজ্ঞ প্ৰবীন বিজ্ঞান সাহিত্যিকে কলম বন্ধ কৰাটো অসমীয়া বিজ্ঞান সাহিত্যৰ বাবে ক্ষতিকাৰক হৈছে।

অসমীয়া বিজ্ঞান সাহিত্যৰ পঢ়ুৱৈৰ পৰিসৰো বৰ সীমিত, কেবল ছাত্ৰ-ছাত্ৰীসকলৰ বাহিৰে প্ৰাপ্তবয়স্ক বা আন পৰ্য্যায়ৰ মানুহৰ বিজ্ঞানৰ লিখনি পঢ়াৰ আগ্ৰহ বৰ কম, তথাপি ছাত্ৰ-ছাত্ৰীৰ ক্ৰমবৰ্ধমান সংখ্যাৰ কাৰণেই হওঁক বা অভিভাৱকসকলৰ হেঁচাতেই হওঁক বৰ্তমান পঢ়ুৱৈৰ সংখ্যা বাঢ়িছে বুলি ক'ব পৰা যায়। সেই কাৰণেই জনপ্ৰিয় বিজ্ঞানৰ পুথি আৰু আলোচনী আৰু বেছি প্ৰকাশ হোৱাটো বাঞ্চনীয়। কাৰণ অসমীয়া ভাষাত দৰকাৰী বিজ্ঞানৰ পুথি নাই বুলিও শিক্ষা দানৰ ইংৰাজী মাধ্যমৰ সমৰ্থক আৰু সচেতন অভিভাৱকসকলৰ বহুতেই অভিযোগ কৰা শুনা যায়।

বিজ্ঞানৰ পুথি বা লিখনিৰ ভাষা সঠিক, শুদ্ধ আৰু পোনপটীয়া হ'ব লাগে আৰু সুপৰিকল্পিত ভাৱে যথাস্থানত ৰেখাচিত্ৰ আৰু আলোকচিত্ৰ সন্নিবিষ্ট হ'ব লাগে, মুঠতে লিখক চিত্ৰশিল্পী সম্পাদক, প্ৰকাশক আৰু পঢ়ুৱৈৰ উমৈহতীয়া প্ৰচেষ্টাইহে অসমীয়া জনপ্ৰিয় বিজ্ঞান সাহিত্যৰ আশানুৰূপ উন্নতি সম্ভৱ কৰি তুলিব পাৰিব।

অসম সাহিত্য সভাই যোৱা বেলি বিশ্বনাথ চাৰিআলিত অনুষ্ঠিত কৰা শিশু-সাহিত্য ৰচনাৰ কৰ্মশালাত শিশুৰ উপযোগী অসমীয়া বিজ্ঞান সাহিত্য বিষয়ৰ অধিবেশন এখনি অন্তৰ্ভুক্ত কৰাটো উৎসাহজনক কথা, এইবাৰ এয়া অসম সাহিত্য সভাৰ তুলীয়াজান শাখাৰ সৌজন্যত আয়োজিত আলোচনা চক্ৰখনিত অসমীয়া বিজ্ঞান সাহিত্য বিষয়ক আলোচনাই অসমৰ বিজ্ঞান সাহিত্যিক আৰু বিজ্ঞান প্ৰেমী সকলক আশা আৰু প্ৰেৰণা দিব বুলি আমাৰ বিশ্বাস। এই সুযোগতে আমি অসম সাহিত্য

সভা আৰু লগতে ইয়াৰ ডুলীয়াজান শাখাৰ সাহিত্য কৰ্মীবৃন্দলৈ আমাৰ আন্তৰিক অভিনন্দন আৰু কৃতজ্ঞতা জনাইছোঁ।

**পৰামৰ্শাৱলীঃ**

অসমীয়া বিজ্ঞান সাহিত্যৰ উত্তৰোত্তৰ উন্নতি কল্পে আমি কেইটিমান পৰামৰ্শ আগবঢ়াব খুজিছোঁ (১) অসমীয়া বিজ্ঞান সাহিত্যৰ দিশ নিৰ্দেশনা আৰু লিখক সৃষ্টিৰ উদ্দেশ্যে বিজ্ঞান সাহিত্যৰ আলোচনা চক্ৰ, কৰ্মশালা আদি সঘনে অনুষ্ঠিত কৰি থাকিব লাগে।

(২) লিখক সকলক উদগনি দিবৰ বাবে আৰু তেওঁলোকৰ মনৰ পৰা বিজ্ঞানৰ পুথি প্ৰকাশ কৰিব বা কৰাব নোৱাৰাৰ হতাশা দূৰ কৰিবৰ বাবে অসম বিজ্ঞান সমিতি, অসম সাহিত্য সভা, প্ৰকাশন পৰিষদ আৰু অন্যান্য প্ৰকাশন প্ৰতিষ্ঠান সমূহে লিখকৰ পৰা পাণ্ডুলিপি আহ্বান কৰি বছৰি কম পক্ষেও ৫খনকৈ জনপ্ৰিয় বিজ্ঞানৰ পুথি প্ৰকাশ কৰাৰ আঁচনি গ্ৰহণ কৰিব লাগে।

(৩) ওপৰোক্ত অনুষ্ঠান প্ৰতিষ্ঠান সমূহে শিশু আৰু কিশোৰৰ উপযোগী এখন সম্পূৰ্ণ বিজ্ঞান আলোচনী প্ৰকাশ কৰাৰ ব্যৱস্থা গ্ৰহণ কৰা উচিত। লগতে শিশু আৰু কিশোৰৰ বাবে বিজ্ঞানৰ বিভিন্ন সাধাৰণ বিষয় লৈ (যেনে— পোহৰ চুম্বক, পানী, বায়ু, উদ্ভিদ ইত্যাদি) এটি সচিত্ৰ মনোমোহা ছিৰিজ প্ৰকাশ কৰাৰ আঁচনি গ্ৰহণ কৰা উচিত।

(৪) ওপৰোক্ত অনুষ্ঠান প্ৰতিষ্ঠান সমূহে অসমৰ আলোচনী আৰু বাতৰি কাকত সমূহত এটা নিৰ্দিষ্ট সময়ৰ পৰিসৰত (যেনে — এবছৰ, পাচবছৰ, দশক বা পচিশ বছৰ) প্ৰকাশ হোৱা বিভিন্ন লিখকৰ উৎকৃষ্ট বিজ্ঞান ৰচনা সমূহৰ একোটি সংকলন প্ৰকাশ কৰাৰ আঁচনি লোৱা উচিত।

(৫) উৎকৃষ্ট মানৰ বিজ্ঞানৰ পুথি বা লিখনি ইংৰাজী বা অন্যান্য ভাৰতীয় ভাষাৰ পৰা অনুবাদ কৰাই প্ৰকাশ কৰাৰ দিহা কৰিব লাগে।

(৬) সাধাৰণ মানুহৰ বোধগম্য হোৱাকৈ বিভিন্ন দৰকাৰী বিষয়, যেনে— পানী, মাটি, সাৰ, কৃষি, গছ, স্বাস্থ্য, বিজুলীশক্তি, পশুপালন আদিৰ বিষয়ে লিখা জনপ্ৰিয় বিজ্ঞানৰ পুথি প্ৰকাশ কৰিব লাগে।



(৭) অসম সাহিত্য সভা পত্ৰিকা খনি নিয়মীয়াকৈ প্ৰকাশ কৰিব লাগে।

(৮) চৰকাৰে নিৰ্দ্দিষ্ট আঁচনি গ্ৰহণ কৰি বিজ্ঞানৰ পুথি, আলোচনী অভিধান, প্ৰসংগকোষ আদি প্ৰকাশৰ বাবে লিখক আৰু প্ৰকাশকক আৰ্থিক অনুদান দিয়া উচিত।

এনেধৰণৰ পৰামৰ্শসমূহ বাস্তবায়িত কৰিব পাৰিলে অসমীয়া জনপ্ৰিয় বিজ্ঞান সাহিত্যৰ যথেষ্ট উন্নতি সাধিত হব বুলি আমি আশা কৰিব পাৰোঁ।

——

# ঢলীয়াজান সাহিত্য সভাৰ আদৰণী ভাষণ

শ্ৰদ্ধাভাজন ভাষা-সাহিত্যপ্ৰেমী ৰাইজ,

আজিৰে পৰা তিনিটা দিন ঢুলীয়াজানত অনুষ্ঠিত হবলগীয়া অসম সাহিত্য সভাৰ বিজ্ঞান সাহিত্যৰ আলোচনা শিৱিৰত প্ৰত্যক্ষ আৰু পৰোক্ষ-ভাৱে জড়িত সকলো লোকলৈকে ঢুলীয়াজান সাহিত্য সভাৰ হৈ স্বাগতম জনালো।

অসম সাহিত্য সভাৰ আহ্বানৰ প্ৰতি সঁহাৰি জনাই ঢুলীয়াজান সাহিত্য সভাৰ কাৰ্য্যনিৰ্বাহক সমিতিয়ে বিজ্ঞান সাহিত্যৰ আলোচনা শিৱিৰটি ঢুলীয়াজানত অনুস্থিত কৰাৰ সিদ্ধান্ত গ্ৰহণ কৰি —শ্ৰীকমল বৰদলৈক সভাপতিৰূপে লৈ অভ্যৰ্থনা সমিতি এখন গঠন কৰি অতি কম সময়ৰ ভিতৰতে ইয়াৰ কামকাজ আৰম্ভ কৰে আৰু আজি এইয়া তাৰেই শুভ আৰম্ভণি। এই তিনিওটা দিনত ইতিমধ্যে হৈ যোৱা আৰু হব পৰা যিকোনো ভুল-ক্ৰটিৰ বাবে ক্ষমা বিচাৰিছো।

## বিজ্ঞান সাহিত্য ঃ

অসমৰ বিভিন্ন ভাষাভাষী, বিভিন্ন জনগোষ্ঠীৰ সৰহ ভাগ লোকৰ বাবেই বিজ্ঞান এতিয়াও অবোধ্য। দৈনন্দিন জীৱনত প্ৰয়োজনীয় ন্যূনতম বিজ্ঞানৰ জ্ঞানৰ অভাৱত অসমৰ বিভিন্ন জনগোষ্ঠীৰ সামাজিক জীৱনৰ গতিধাৰা অত্যন্ত মন্থৰ। শেহতীয়াকৈ ভাৰতবৰ্ষৰ ২৬টা জনবিজ্ঞান সংগঠনৰ সমূহীয়া উদ্যোগত বৰ্ত্তমানে চলিথকা জনবিজ্ঞান যাত্ৰাই অন্ধবিশ্বাসেৰে ভৰিথকা অসমীয়া সমাজখনক বিজ্ঞানে আনিব পৰা পৰিবৰ্ত্তনৰ বিষয়ে কিছু বুজাব পাৰিছে। ঠিক একেটা সময়তে ঢুলীয়াজানত অনুস্থিত এই আলোচনা শিৱিৰে অসমৰ বিভিন্ন থলুৱা ভাষাত বিজ্ঞানক জনপ্ৰিয় কৰাত সুদূৰপ্ৰসাৰী ফলাফল দিব বুলি আমি আশা ৰাখিছো।

## ডুলীয়াজান ঃ

দিহিং নদীৰ দুয়োপাৰে থাকৰা তেলৰ আৱিস্কাৰ হোৱাৰ লগে লগেই কুৰি শতিকাৰ মাজভাগৰ পৰাই গঢ় লৈ উঠিল এই ডুলীয়াজান। ইতিহাসৰ পাতত উল্লেখ থকা ডুলীয়াজান নামৰ এটি জানৰ পৰাই ডুলীয়াজান নামৰ উৎপত্তি। উনৈশ শতিকাৰ শেষভাগত আহোম সম্প্ৰদায়ৰ ডুলীয়াখেলৰ কেইঘৰমান মানুহ অন্য ঠাইৰ পৰা উঠি আহি ডুলীয়াজান নামৰ জানটোৰ পাৰতে বসতি স্থাপন কৰিবলৈ লয়। ডুলীয়াজানৰ মানুহ বসতি কৰাৰ বাবে গাওঁখনৰ নাম ডুলীয়া গাওঁলৈ আৰু গাওঁখনৰ নাম অনুসৰি লাহে লাহে জানটোৰ নাম ডুলীয়াজানৰ পৰিবৰ্ত্তে ডুলীয়াজান হবলৈ ধৰিলে আৰু শেষত অঞ্চলটোৰ নামো স্থায়ী ভাবে ডুলীয়াজান হলহি।

## ডুলীয়াজান সাহিত্য সভা ঃ

ডুলীয়াজানত থাকৰা তেলৰ কাৰ্য্যাৱলী সম্প্ৰসাৰণৰ লগে লগেই ভাৰতবৰ্ষৰ বিভিন্ন স্থানৰ, বিভিন্ন ভাষা-ধৰ্মাৱলম্বী লোকৰ ডুলীয়াজানলৈ প্ৰব্ৰজন ঘটিল আৰু গঢ়ি উঠিল বিভিন্ন অনুষ্ঠান, নামঘৰ, কালিবাড়ী, গুৰুদ্বাৰ, গীৰ্জ্জা, মচজিদ, স্কুল, কলেজ, ক্লাবঘৰ চিনেমাহল ইত্যাদি। ডুলীয়াজানৰ থলুৱা ৰাইজেও গঢ়ি তুলিলে ধৰ্ম, শিক্ষা, সাহিত্য-সংস্কৃতিৰ বিভিন্ন অনুষ্ঠান। তাৰেই এটি অনুষ্ঠান হ'ল ডুলীয়াজান সাহিত্য সভা। ১৯৬৪ চনতে প্ৰতিষ্ঠিত ডুলীয়াজান সাহিত্য সভাই অসম সাহিত্য সভাৰ নিৰ্দেশক্ৰমে বিভিন্ন কাৰ্য্যসূচী হাতত লৈ আহিছে আৰু ভৱিষ্যতেও লৈ থকাৰ বাবে প্ৰতিশ্ৰুতিবদ্ধ।

ডুলীয়াজান সাহিত্য সভাই নিজাববীয়াকৈ ইতিমধ্যে কেইবাটাও গুৰুত্বপূৰ্ণ আঁচনি হাতত লৈছে আৰু সাহিত্য সভাখনিৰ লগত জড়িত ন-পুৰণি সকলো সভাৰ ঐক্যবদ্ধ প্ৰচেষ্টাৰে সভাখনিৰ অৰাজনৈতিক চৰিত্ৰ অক্ষুন্ন ৰাখি আঁচনি সমূহৰ সফল ৰূপায়নৰ বাবে আগবাঢ়িছে।

## আঁচনি সমূহ ঃ

১। বাজ্যিক চৰকাৰৰ সৌজন্যত ছলাকটকী গাওঁত লাভ কৰা ডুবিঘা মাটিত এটি স্থায়ী ভৱন নিৰ্মাণ।



২। সভাৰ মুখপত্ৰ 'উৰ্বীজা' ব্যৱসায়িক ভিত্তিত নিয়মিত ভাবে প্ৰকাশ কৰা। কাইলৈ সক্ৰিয়া ডুলীয়াজান সাহিত্য সভাই ইয়াৰ তৃতীয় সংখ্যাটি আপোনালোকলৈ আগবঢ়াব। ই আমাৰ এটি আঁচনিৰ সফল ৰূপায়ন।
৩। অসমৰ ন-লিখক-লিখিকা সকলক অনুপ্ৰেৰণা যোগোৱাৰ মানসেৰে ডুলীয়াজান সাহিত্য সভাই এই বছৰ নগদ ধনৰ পুৰস্কাৰেৰে আৰম্ভ কৰা উৰ্বীজা সাহিত্য প্ৰতিযোগিতাৰ ফলাফল কাইলৈ উৰ্বীজাৰ পাততে ঘোষণা কৰা হব। অন্য এক আঁচনিৰ সফল পৰিসমাপ্তি।
৪। ডুলীয়াজান অঞ্চলৰ আৰ্থিক ভাৱে অভাৱগ্ৰস্ত সাহিত্যিক সকলৰ গ্ৰন্থ প্ৰকাশৰ অন্য এক আঁচনি ডুলীয়াজান সাহিত্য সভাই হাতত লৈছে আৰু ইয়াৰ সফল ৰূপায়নৰ বাবে দৃঢ়তাৰে আগবাঢ়িছে।

ইয়াৰ ওপৰিও ডুলীয়াজান অঞ্চলৰ বিভিন্ন ভাষা আৰু গোষ্ঠীৰ লোকৰ মাজত সাহিত্যিক আৰু সাংস্কৃতিক বিনিময়ৰ জৰিয়তে সমন্বয় স্থাপন কৰাৰ সাধ্যানুসাৰে অৰিহণা যোগাবলৈ ডুলীয়াজান সাহিত্য সভা ডুলীয়াজানবাসী ৰাইজৰ ওচৰত দায়বদ্ধ।

## অসম সাহিত্য সভা ঃ

"বাৰ্ষিক অধিবেশনৰ জাক্‌জমকতাতে সাহিত্য সভাৰ অস্তিত্ব সীমাবদ্ধ নহয়, যদিও ফুল ফুলিবৰ সময়তহে সোনাৰু গছ চকুত পৰাৰ দৰে অধিবেশনৰ আড়ম্বৰতহে ৰাইজে সাহিত্য সভাৰ অস্তিত্ব সাধাৰণতে অনুভব কৰে"— ড' হীৰেণ গোহাইৰ এই উক্তিৰ লগত ডুলীয়াজান সাহিত্য সভা একমত। বাৰ্ষিক অধিবেশনখন পাতিব নেলাগে বুলি আমি ক'ব খোজা নাই। অসমৰ স্বৰ্গপ্ৰাপ্ত সাহিত্যিকসকলৰ ৰচনাৱলীৰ সংৰক্ষণ আৰু প্ৰকাশ জীৱিত সামৰ্থহীন সাহিত্যিকক সাহায্যদান, সাংস্কৃতিক বিনিময়, থলুৱা ভাষা-সংস্কৃতিৰ উন্নয়নৰ কাম ইত্যাদিবোৰৰ আঁচনি কাৰ্য্যকৰী কৰাৰ শোচনীয় ব্যৰ্থতাৰে মৰিপৰি একমাত্ৰ বাৰ্ষিক অধিবেশনখনেৰে অস্তিত্ব বজাই ৰখাৰ পন্থা অৱলম্বন কৰি চলি থাকিলে এটা সময়ত হয়তো আমাৰ অসম সাহিত্য সভা বুৰঞ্জীৰ পাতত হেৰাই যাবগৈ।

অসম সাহিত্য সভাই আন্তৰিকতাৰে, নিষ্ঠাৰে, সততাৰে নিয়মাৰ-

## ডুলীয়াজান ঃ

দিহিং নদীৰ দুয়োপাৰে থাকৰা তেলৰ আৱিষ্কাৰ হোৱাৰ লগে লগেই কুৰি শতিকাৰ মাজভাগৰ পৰাই গঢ় লৈ উঠিল এই ডুলীয়াজান। ইতিহাসৰ পাতত উল্লেখ থকা ডুলীয়াজান নামৰ এটি জানৰ পৰাই ডুলীয়াজান নামৰ উৎপত্তি। উনৈশ শতিকাৰ শেষভাগত আহোম সম্প্ৰদায়ৰ ডুলীয়াখেলৰ কেইঘৰমান মানুহ অন্য ঠাইৰ পৰা উঠি আহি ডুলীয়াজান নামৰ জানটোৰ পাৰতে বসতি স্থাপন কৰিবলৈ লয়। ডুলী-য়াজানৰ মানুহ বসতি কৰাৰ বাবে গাওঁখনৰ নাম ডুলীয়া গাওঁলৈ আৰু গাওঁখনৰ নাম অনুসৰি লাহে লাহে জানটোৰ নাম ডুলীয়াজানৰ পৰিবৰ্ত্তে ডুলীয়াজান হবলৈ ধৰিলে আৰু শেষত অঞ্চলটোৰ নামো স্থায়ী ভাবে ডুলীয়াজান হলহি।

## ডুলীয়াজান সাহিত্য সভা ঃ

ডুলীয়াজানত থাকৰা তেলৰ কাৰ্য্যাৱলী সম্প্ৰসাৰণৰ লগে লগেই ভাৰতবৰ্ষৰ বিভিন্ন স্থানৰ, বিভিন্ন ভাষা-ধৰ্মাৱলম্বী লোকৰ ডুলীয়াজানলৈ প্ৰব্ৰজন ঘটিল আৰু গঢ়ি উঠিল বিভিন্ন অনুষ্ঠান, নামঘৰ, কালিবাড়ী, গুৰুদ্বাৰ, গীৰ্জ্জা, মচজিদ, স্কুল, কলেজ, ক্লাবঘৰ চিনেমাহল ইত্যাদি। ডুলীয়াজানৰ থলুৱা ৰাইজেও গঢ়ি তুলিলে ধৰ্ম, শিক্ষা, সাহিত্য-সংস্কৃতিৰ বিভিন্ন অনুষ্ঠান। তাৰেই এটি অনুষ্ঠান হ'ল ডুলীয়াজান সাহিত্য সভা। ১৯৬৪ চনতে প্ৰতিষ্ঠিত ডুলীয়াজান সাহিত্য সভাই অসম সাহিত্য সভাৰ নিৰ্দেশক্ৰমে বিভিন্ন কাৰ্য্যসূচী হাতত লৈ আহিছে আৰু ভৱিষ্যতেও লৈ থকাৰ বাবে প্ৰতিশ্ৰুতিবদ্ধ।

ডুলীয়াজান সাহিত্য সভাই নিজাববীয়াকৈ ইতিমধ্যে কেইবাটাও গুৰুত্ব পূৰ্ণ আঁচনি হাতত লৈছে আৰু সাহিত্য সভাখনিৰ লগত জড়িত ন-পুৰণি সকলো সভাৰ ঐক্যবদ্ধ প্ৰচেষ্টাৰে সভাখনিৰ অৰাজনৈতিক চৰিত্ৰ অক্ষুন্ন ৰাখি আঁচনি সমূহৰ সফল ৰূপায়নৰ বাবে আগবাঢ়িছে।

## আঁচনি সমূহ ঃ

১। ৰাজ্যিক চৰকাৰৰ সৌজন্যত ছলাকটকী গাওঁত লাভ কৰা দুবিঘা মাটিত এটি স্থায়ী ভৱন নিৰ্মাণ।



২। সভাৰ মুখপত্ৰ 'উৰ্বীজা' ব্যৱসায়িক ভিত্তিত নিয়মিত ভাবে প্ৰকাশ কৰা। কাইলৈ সক্ৰিয় ডুলীয়াজান সাহিত্য সভাই ইয়াৰ তৃতীয় সংখ্যাটি আপোনালোকলৈ আগবঢ়াব। ই আমাৰ এটি আঁচনিৰ সফল ৰূপায়ন।
৩। অসমৰ ন-লিখক-লিখিকা সকলক অনুপ্ৰেৰণা যোগোৱাৰ মানসেৰে ডুলীয়াজান সাহিত্য সভাই এই বছৰ নগদ ধনৰ পুৰস্কাৰেৰে আৰম্ভ কৰা উৰ্বীজা সাহিত্য প্ৰতিযোগিতাৰ ফলাফল কাইলৈ উৰ্বীজাৰ পাততে ঘোষণা কৰা হব। অন্য এক আঁচনিৰ সফল পৰিসমাপ্তি।
৪। ডুলীয়াজান অঞ্চলৰ আৰ্থিক ভাৱে অভাৱগ্ৰস্ত সাহিত্যিক সকলৰ গ্ৰন্থ প্ৰকাশৰ অন্য এক আঁচনি ডুলীয়াজান সাহিত্য সভাই হাতত লৈছে আৰু ইয়াৰ সফল ৰূপায়নৰ বাবে দৃঢ়তাৰে আগবাঢ়িছে।

ইয়াৰ ওপৰিও ডুলীয়াজান অঞ্চলৰ বিভিন্ন ভাষা আৰু গোষ্ঠীৰ লোকৰ মাজত সাহিত্যিক আৰু সাংস্কৃতিক বিনিময়ৰ জৰিয়তে সমন্বয় স্থাপন কৰাৰ সাধ্যানুসাৰে অৰিহণা যোগাবলৈ ডুলীয়াজান সাহিত্য সভা ডুলীয়াজানবাসী ৰাইজৰ ওচৰত দায়বদ্ধ।

## অসম সাহিত্য সভা ঃ

"বাৰ্ষিক অধিবেশনৰ জাক্‌জমকতাতে সাহিত্য সভাৰ অস্তিত্ব সীমাবদ্ধ নহয়, যদিও ফুল ফুলিবৰ সময়তহে সোনাৰু গছ চকুত পৰাৰ দৰে অধিবেশনৰ আড়ম্বৰতহে ৰাইজে সাহিত্য সভাৰ অস্তিত্ব সাধাৰণতে অনুভব কৰে"— ড' হীৰেণ গোহাইৰ এই উক্তিৰ লগত ডুলীয়াজান সাহিত্য সভা একমত। বাৰ্ষিক অধিবেশনখন পাতিব নেলাগে বুলি আমি কব খোজা নাই। অসমৰ স্বৰ্গপ্ৰাপ্ত সাহিত্যিকসকলৰ ৰচনাৱলীৰ সংৰক্ষণ আৰু প্ৰকাশ জীৱিত সামৰ্থহীন সাহিত্যিকক সাহায্যদান, সাংস্কৃতিক বিনিময়, থলুৱা ভাষা-সংস্কৃতিৰ উন্নয়নৰ কাম ইত্যাদিবোৰৰ আঁচনি কাৰ্য্য-কৰী কৰাৰ শোচনীয় ব্যৰ্থতাৰে মৰিপৰি একমাত্ৰ বাৰ্ষিক অধিবেশনখনেৰে অস্তিত্ব বজাই ৰখাৰ পন্থা অৱলম্বন কৰি চলি থাকিলে এটা সময়ত হয়তো আমাৰ অসম সাহিত্য সভা বুৰঞ্জীৰ পাতত হেৰাই যাবগৈ।

অসম সাহিত্য সভাই আন্তৰিকতাৰে, নিষ্ঠাৰে, সততাৰে নিয়মাৱ-

জীৱনৰ প্ৰথম পৃষ্ঠাতে সীমাবদ্ধ সভাৰ উদ্দেশ্যসমূহ কাৰ্যকৰী কৰাৰ চেষ্টা কৰক আৰু অসমৰ বিভিন্ন জনগোষ্ঠী, বিভিন্ন ভাষা-ভাষী লোকৰ মাজত সোমাই পৰি এখনি সুন্দৰ অসম গঢ়াৰ পথত আগবাঢ়ি যাওক। এয়েই আমাৰ কামনা।

ভাষা সাহিত্য প্ৰেমী ৰাইজ, শেষত কামনা কৰোঁ থলুৱা ভাষা-সংস্কৃতিৰ প্ৰতি আপোনালোকৰ মৰম চেনেহ আপোনালোকৰ হৃদয়ত সৰ্বদা জাগৰূক হৈ ৰওঁক।

ধন্যবাদ

মৰম আৰু শ্ৰদ্ধাৰে,

১৬ অক্টোবৰ, ১৯৮৭ — দুলীয়াজান সাহিত্য সভাৰ হৈ

দুলীয়াজান — পৰজ বকুল বৰুৱা

সভাপতি

# দুলীয়াজান সাহিত্য সভাৰ সম্পাদকৰ দু-আষাৰ

পৰম শ্ৰদ্ধাভাজন সভাপতি মহোদয়, উপস্থিত সুধীবৃন্দ আৰু অসমীয়া ভাষা-সাহিত্য প্ৰেমী ৰাইজ,

জয় জয়তে মই দুলীয়াজান সাহিত্য সভাৰ তৰফৰ পৰা আজি সামৰণি অনুষ্ঠানত উপস্থিত সদৌটিলৈকে মোৰ আন্তৰিক ওলগ জনাইছোঁ। সঁচাকৈয়ে আজিৰ এই শুভক্ষনত আপোনাসবৰ আগত দু-আষাৰ কবলৈ পাই মই নিজকে ধন্য মানিছোঁ। ইয়াকে কৰোঁতে হয়তো অনেকখিনি ভুল হব পাৰে তাক যেন আপোনাসৱে নিজ গুণে ক্ষমা কৰে।

শ্ৰদ্ধেয় সুধীবৃন্দ, আপোনালোকক নিশ্চয় দোহৰাৰ প্ৰয়োজন নাই যে, দুলীয়াজান সাহিত্য সভা অসম সাহিত্য সভাৰ এখন শাখা সভা। পনীয়া সোণৰ ঠাই বুলি পৰিচিত দুলীয়াজান তৈল নগৰীতো ১৯৬৪ চনতে অসম সাহিত্য সভাৰ এই শাখাটি কেইজনমান ভাষা সাহিত্য প্ৰেমী ব্যক্তিৰ উদ্যোগত গঢ়লৈ উঠে। অসমবাসীৰ প্ৰাণৰ স্পন্দন স্বৰূপ অসম সাহিত্য সভাৰ এই শাখাটিয়েও ইয়াৰ জন্মৰে পৰা এতিয়ালৈ অসমীয়া ভাষা সাহিত্যৰ প্ৰসাৰ আৰু প্ৰচাৰৰ উদ্দেশ্যে নানা ধৰণৰ আঁচনি ৰূপায়ন কৰিবলৈ যত্নৰ ত্ৰুটী কৰি অহা নাই। অৱশ্যে এটা কথা এই খিনিতে স্বীকাৰ নকৰি উপায় নাই যে, দুলীয়াজান সাহিত্য সভাই বয়স অনুপাতে ইয়াৰ কাৰ্য্যাৱলীৰ ক্ষেত্ৰত বিশেষ কৃতিত্ব দেখুৱাব পৰা নাই। সেয়ে হলেও ইয়াৰ গতি-ধাৰাৰ প্ৰগতি সুঠেই হোৱা নাই বুলি কলেও সত্যৰ অপলাপ হে কৰা হব নিশ্চয়। আপোনালোকে নিশ্চয় জানে যে—অন্যান্য উদ্যোগ নগৰী কেইখনৰ দৰে দুলীয়াজানো এখনি ক্ষুদ্ৰ ভাৰতবৰ্ষ, য'ত ভাৰতবৰ্ষৰ প্ৰায় সকলো ধৰ্ম, ভাষা-সংস্কৃতিৰ মানুহে বাস কৰি মিশ্ৰিত ভাৰতীয় সংস্কৃতি গঢ়ি তুলিছে। এনে এখন ঠাইতে দুলীয়াজান সাহিত্য সভাইও অসম সাহিত্য সভাৰ সাৰ্বজনীন ৰূপটি অত্যন্ত উজ্জ্বল ৰূপত ধৰি ৰাখি অসমীয়া ভাষা সাহিত্যৰ প্ৰসাৰত ব্ৰতী হব লগীয়া হৈছে। বিভিন্ন আলৈ-আহকালৰ মাজতো দুলীয়াজান

সাহিত্যসভাই ন-পুৰণি সকলো সভ্যৰ ঐক্যবদ্ধ প্ৰচেষ্টাৰে বিভিন্ন আঁচনি সমূহ ৰূপায়ন কৰিবলৈ দৃঢ়তাৰে পদক্ষেপ আগবঢ়াইছে ।

শ্ৰদ্ধেয় সুধীবৃন্দ, আপোনালোকে আজি আহি আহি আমাৰ তিনিদিনীয়া কাৰ্যসূচীৰ একেবাৰে শেষ অনুষ্ঠানত উপনীত হৈছেহি। অৰ্থাৎ 'বিজ্ঞান সাহিত্য ভিত্তিক আলোচনা চক্ৰ'ৰ আজি সামৰণি অনুষ্ঠান । বিজ্ঞান ভিত্তিক সাহিত্য ৰচনাৰ যোগেদি দেশৰ জনগণ তথা উঠি অহা চাম পুৰুষৰ মনৰ মাজলৈ বৈজ্ঞানিক চেতনা প্ৰবাহিত কৰাটোৱেই এনে প্ৰচেষ্টাৰ মূল উদ্দেশ্য । অসম সাহিত্য সভাৰ সৌজন্যত দুলীয়াজান সাহিত্য সভাৰ উদ্যোগত তিনিদিনীয়াকৈ অনুষ্ঠিত হোৱা এই আলোচনা চক্ৰখনি সফল হলনে বিফল হল এই বিচাৰৰ ভাৰ আপোনালোকৰ হাতত । তথাপি মই নিজে অনুভৱ কৰো যে ইয়াৰ সুফল নিশ্চয় সুদূৰ প্ৰসাৰীয়েই হব ।

হে সুধীসকল, কিবা অপৰাধ হলেও এইখিনিতে আৰু এটা কথা আক্ষেপেৰে উল্লেখ কৰিব বিচাৰিছোঁ— সেয়া হল আমাৰ মূল সাহিত্য সভাৰ শাখা সভাবোৰৰ লগত সম্পৰ্ক বৰ কম । যদি এই সম্পৰ্কই ভবিষ্যতেও বৰ্ত্তী থাকিবলৈ হয়, তেন্তে অসম সাহিত্য সভাৰ মূল উদ্দেশ্যেই বিফল হ'ব । সেয়ে মই সাহিত্য সভাৰ বৰ্তমান কৰ্ণধাৰ সকলক শাখা সভাবোৰ অধিক সক্ৰিয় কৰি তুলিবলৈ সানুনয়ে অনুৰোধ জনালোঁ । কাৰণ ভেটিটো কটকটীয়াকৈ বান্ধিব পাৰিলেহে আমাৰ ইপ্সিত পকী অট্টালিকাটো অধিক মজবুতকৈ সাজিব পাৰিম ।

অসম সাহিত্য সভাৰ উদ্দেশ্যে দুলীয়াজান সাহিত্য সভাই অকুণ্ঠ সেৱা আগবঢ়াই যাওঁতে বিভিন্ন ব্যক্তি, অনুষ্ঠান, প্ৰতিষ্ঠান আদিয়ে যিখিনি বিভিন্ন সময়ত সহায়-সহযোগ আগবঢ়াই আহিছে, সেই সকলো-টিলৈকে এই সুযোগতে মই সশ্ৰদ্ধ প্ৰণাম যাচিছোঁ । বিশেষকৈ স্থানীয় উদ্যোগ প্ৰতিষ্ঠান অইল ইণ্ডিয়া লিমিটেড, অসম গেছ কোম্পানী, দুলীয়াজান ক্লাব, স্থানীয় বিদ্যালয়, মহাবিদ্যালয় কেইখনি, মহিলা সংগঠন কেইটা আৰু যুৱক সংগঠন কেইটাৰ ওচৰত আমি চিৰ ঋণী ।



সদৌ শেষত, সকলোটিকে মোৰ সশ্ৰদ্ধ প্ৰণাম জনাই সম্পাদকীয় দু-আষাৰ আজিলৈ সমাপ্ত কৰিব বিচাৰিছো, দাৰ্শনিক কবি "দুৰ্গেশ্বৰ শৰ্মাদেৱ"ৰ এটি কবিতাৰ পংক্তিৰে—

"ধৰেনে জনম কেৱে এই মৰতত
শিলাময় কৰি তাৰ হিয়া,
এইয়ে মোৰ জন্মভূমি বুলি মনে মনে
এবাৰো যি ভবা নাইকিয়া ।"

"জয়তু চিৰ চেনেহী মোৰ ভাষা জননী"
'জয় আই অসম'

শ্ৰীচক্ৰ গগৈ
সম্পাদক,
দুলীয়াজান সাহিত্য সভা।

১৮ অক্টোবৰ, ১৯৮৭
দুলীয়াজান

# অসমীয়া বিজ্ঞান সাহিত্যৰ আলোচনা শিবিৰ : এটি আলোকপাত

প্ৰফুল্লচন্দ্ৰ ভট্টাচাৰ্য্য

উনৈশ শ সাতাশী খ্ৰীষ্টাব্দৰ ষোল্ল, সোতৰ আৰু ওঠৰ অক্টোবৰ তাৰিখে ডুলিয়াজান সাহিত্য সভাৰ সহযোগত অসম সাহিত্য সভাৰ অসমীয়া বিজ্ঞান সাহিত্যৰ আলোচনা শিবিৰ অনুষ্ঠিত হয়।

ষোল্ল অক্টোবৰ তাৰিখে বিয়লি চাৰি বাজি ত্ৰিশ মিনিটত অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি মৰমন্তৰৰ কবি শ্ৰীবীৰেন বৰকটকীৰ সভাপতিত্বত এই আলোচনা শিবিৰৰ উদ্বোধনী অনুষ্ঠান অনুষ্ঠিত হয়। 'চিৰ চেনেহী মোৰ ভাষা জননী' গীতেৰে আৰম্ভ হোৱা এই অনুষ্ঠানত অসমৰ খ্যাতনামা প্ৰাণী বিজ্ঞানী ড° কালীনাথ শৰ্মাই মুখ্য অতিথি ৰূপে যোগদান দিয়ে। ভাষণ প্ৰসঙ্গত ড° শৰ্মাই কয় যে বিজ্ঞান, সাহিত্যত পৰিণত হোৱাৰ দৰে, সাহিত্যত বিজ্ঞান বৰ্জিত নহয়। এইটো ঠিক যে সাহিত্যই ৰসৰ যোগান ধৰে, বিজ্ঞানে তথা বিজ্ঞান সাহিত্যই ৰস সৃষ্টি কৰিব পাৰে নে নোৱাৰে সেইটো সঠিক নহলেও এইটো ঠিক যে বিজ্ঞান সাহিত্যই সমাজত আলোড়ন সৃষ্টি কৰিব পাৰে। সেয়েহে সমাজৰ বিৱৰ্তনত বিজ্ঞান সাহিত্যৰ প্ৰয়োজনীয়তা বৰ গভীৰ। অসমৰ বিশিষ্ট বিজ্ঞানী আৰু বিশ্বকোষ প্ৰণেতা ড° কনক চন্দ্ৰ মহন্তই আলোচনা শিবিৰ উদ্বোধন কৰে। তেখেতে ভাষণ প্ৰসঙ্গত কয় যে বিজ্ঞানৰ বিষয় বস্তুৰ আধাৰত বা বিজ্ঞান বিষয় সম্পৰ্কে সাহিত্য সৃষ্টি হব লাগে। তেখেতে সাহিত্য চৰ্চাৰ প্ৰতি অনুৰক্ত বিজ্ঞানীসকলক বিজ্ঞানৰ বিষয় সম্পৰ্কে সাহিত্য সৃষ্টি কৰিবলৈ আহ্বান জনায়।

ডুলিয়াজান সাহিত্য সভাৰ সভাপতি শ্ৰীপৰজ বকুল বৰুৱাই, ডুলিয়াজানত সমবেত হোৱা অসমৰ বিজ্ঞানীসকলক আৰু বিজ্ঞান-সাহিত্য



প্ৰেমী ৰাইজক আদৰণি জনায়। তেখেতে আদৰণি ভাষণত ডুলিয়াজানৰ ঐতিহ্য আৰু বৰ্তমানৰ পৰিবেশৰ এটি সম্যক পৰিচয় প্ৰদান কৰে। ডুলিয়াজান সাহিত্য সভাৰ বিভিন্ন গঠনমূলক আঁচনি আৰু প্ৰকাশন সম্বন্ধে ৰাইজক অৱগত কৰে। তদুপৰি অসম সাহিত্য সভাই, কৰ্মপদ্ধতি সলনি কৰি, আন্তৰিকতাৰে, নিষ্ঠাৰে, সততাৰে সভাৰ লক্ষ্যত উপনীত হোৱাৰ বাবে কৰ্ম কৰিবলৈ আহ্বান জনায়।

সেইদিনা ৰাতিপুৱা আঠ বাজি ত্ৰিশ মিনিটত অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি শ্ৰীবীৰেন বৰকটকীয়ে সভাৰ পতাকা উত্তোলন কৰে। আলোচনা শিবিৰ উপলক্ষে আয়োজন কৰা গ্ৰন্থ-মেলাৰ দুৱাৰ মুকলি কৰে অইল ইণ্ডিয়া ডুলিয়াজানৰ পৰিচালক সঞ্চালক ড° প্ৰণৱ ভৰালীয়ে। গ্ৰন্থমেলাত অসম সাহিত্য সভাৰ পুথি ঘৰ, অসম প্ৰকাশন পৰিষদ প্ৰমুখ্যে গুৱাহাটী, যোৰহাট, ডিব্ৰুগড় আদিৰ কেবাখনো গ্ৰন্থ বিপণীয়ে যোগদান কৰি গ্ৰন্থ-মেলা সফল কৰি তোলে। কিতাপৰ বিক্ৰীও আশানুৰূপ হৈছিল। বহু সংখ্যক ছাত্ৰ-ছাত্ৰীয়ে গ্ৰন্থ ক্ৰয় কৰিছিল।

উদ্বোধনী অনুষ্ঠান আৰু আলোচনা চক্ৰ ডুলীয়াজান ক্লাব প্ৰেক্ষাগৃহত অনুষ্ঠিত হৈছিল। সেইদিনা প্ৰেক্ষাগৃহত মানুহেৰে ভৰি পৰিছিল।

সিদিনা ৰাতি সাতবজাৰ পৰা ড° প্ৰতুল গোস্বামীৰ সঞ্চালনাত আলোচনা চক্ৰৰ প্ৰথম বৈঠক বহে। এই আলোচনাৰ বিষয় হৈছে— "বিজ্ঞান ভিত্তিক অসমীয়া শিশু সাহিত্য"। আলোচক হিচাপে অংশ-কৰে— ড° সোণেশ্বৰ শৰ্মা, ড° বিজয় কৃষ্ণ দেৱশৰ্মা, শান্তনু তামুলী আদিয়ে। এখেত সকল প্ৰতিজনে একোটাকৈ নিবন্ধ পাঠ কৰে। এই প্ৰবন্ধসমূহৰ মাজেদি শিশু সাহিত্যৰ অতীত, বৰ্তমান আৰু ভৱিষ্যত সম্পৰ্কে আলোচনা কৰি এই ক্ষেত্ৰত সন্মুখীন হোৱা বিভিন্ন সমস্যা আৰু তাৰ সমাধানৰ ক্ষেত্ৰত কেবাটাও গঠনমূলক পৰামৰ্শ আগবঢ়ায়।

সোতৰ অক্টোবৰ তাৰিখে ৰাতিপুৱা চাৰে আঠ বজাত অসম চিকিৎসা মহাবিদ্যালয়ৰ প্ৰাক্তন অধ্যক্ষ, প্ৰধান চিকিৎসা বিজ্ঞানী ড° মথুৰা নাথ ভট্টাচাৰ্য্যৰ সঞ্চালনাত আলোচনা চক্ৰৰ দ্বিতীয় বৈঠক আৰম্ভ হয়। এই বৈঠকৰ বিষয়বস্তু হৈছে— "অসমীয়া ভাষাত বিজ্ঞান চৰ্চা : সমস্যা আৰু

সমাধান।" এই বিষয়ত নিবন্ধ পাঠ কৰে অধ্যাপক শ্যামা প্রসাদ শৰ্মা, অধ্যাপক দিলীপ কুমাৰ দত্ত আৰু ড° চন্দ্ৰ চেতিয়াই। ড° কুলেন্দু পাঠক আৰু ড° বলেন্দ্ৰ কুমাৰ দাসৰ লিখিত নিৰ্দিষ্ট নিবন্ধ তেখেত দুজনাৰ অনুপস্থিতিত পাঠ কৰি শুনোৱা হয়। ভাষণ প্রসঙ্গত সঞ্চালক ড° মথুৰা নাথ ভট্টাচাৰ্য্যই কয় যে বিশেষ জ্ঞানৰ প্ৰতি যত্ন, ধাউতি আৰু বিদ্যাবুদ্ধিৰ উৎকৰ্ষ সাধনৰ ফল স্বৰূপে কৃষ্টি, সভ্যতা, সাহিত্য ক্রমাৎ বিজ্ঞানৰ দ্বাৰা প্রভাৱিত হৈ আহিছে। মাতৃভাষাৰ জৰিয়তে বিজ্ঞান শিক্ষা প্রদান কৰাৰ তেখেতে পোষকতা কৰে।

অসমীয়া ভাষাত বিজ্ঞান ৰচনাৰ ক্ষেত্ৰত পৰিভাষাৰ আউল লগা অৱস্থা থকাৰ কথা তেখেতে উল্লেখ কৰি কয় যে ভাৰত-বৰ্ষত সংস্কৃতৰ নিচিনা এটা চহকী ভাষা থাকোতে, পৰিভাষাৰ এই আউল ভঙাটো কোনো দুকহ কাম নহয়। বিজ্ঞান তথা বিজ্ঞান সাহিত্যৰ লিখক-সকলক বিশেষ মনোযোগ দিবলৈ তেখেতে আহ্বান জনায়। এই অধি-বেশনত অনুপস্থিত থকা ড° কুলেন্দু মোহন পাঠক আৰু বলেন্দ্ৰ কুমাৰ দাসৰ প্ৰবন্ধ ক্রমে অধ্যাপক প্রফুল্লচন্দ্ৰ ভট্টাচাৰ্য্য আৰু অধ্যাপক ক্ষীৰধৰ বৰুৱাই পাঠ কৰে।

সিদিনা বিয়লি চাৰে তিনি বজাত দুলিয়াজান গেছ কোম্পানীৰ বিনোদন কেন্দ্ৰত ডাঃ প্ৰতুল চন্দ্ৰ গোস্বামীৰ সঞ্চালনাত আলোচনা চক্ৰৰ তৃতীয় বৈঠক অনুষ্ঠিত হয়। এই বৈঠকৰ আলোচ্য বিষয় হৈছে— "অসমীয়া জনপ্রিয় বিজ্ঞান সাহিত্য।" আলোচনাত অংশ গ্ৰহণ কৰে জনপ্রিয় বিজ্ঞান সাহিত্যৰ লিখক ডাঃ নগেন দত্ত, ড° মুকুল শৰ্মা আৰু কমলচন্দ্ৰ শৰ্মা বৰদলৈয়ে। এই বৈঠকতে সঞ্চালকৰ অনুৰোধ ক্রমে গেছ কোম্পানীৰ পৰিচালন সঞ্চালক কৰ্ণেল লহকৰে এটা বক্তৃতা প্রদান কৰি বক্তৃতা প্ৰসঙ্গত বিজ্ঞান সাহিত্যৰ বিকাশ আৰু প্ৰসাৰৰ যোগে আমাৰ সমাজত চলিথকা অন্ধ বিশ্বাস সমূহ দূৰ কৰিবলৈ বিজ্ঞান সাহিত্যিক সকলক আহ্বান জনায়।

অধ্যাপক প্রফুল্লচন্দ্ৰ ভট্টাচাৰ্য্যই অসম সাহিত্য সভাৰ পক্ষৰ পৰা এটা অনুৰোধ জনায় যে আলোচনা চক্ৰত আলোচিত হোৱা আলোচনা-



থিনিৰ এটা গ্ৰহণযোগ্য সিদ্ধান্ত লব লাগে। সেইবাবে এই বৈঠকত সিদ্ধান্তসমূহ প্ৰস্তুত কৰিবলৈ ড° প্ৰতুলচন্দ্ৰ গোস্বামীৰ নেতৃত্বত কেই-গৰাকীমান ব্যক্তিৰে সৈতে এখন সমিতি গঠন কৰি দিয়ে। ব্যক্তিসকল হৈছে ড° শ্যামা প্ৰসাদ শৰ্মা, ড° মুকুল শৰ্মা, ড° বিজয়কৃষ্ণ দেৱ শৰ্মা। অধ্যাপক প্ৰফুল্ল চন্দ্ৰ ভট্টাচাৰ্য্যক সহায় কৰিবলৈ অনুৰোধ জনায়। লগতে কোৱা হয় যে সিদ্ধান্ত সমূহ মুগুতাই শিবিৰৰ সামৰণি উৎসৱত দাখিল কৰিব লাগিব।

ওঠৰ অক্টোবৰ তাৰিখে ৰাতিপুৱা আঠ বাজি ত্ৰিশ মিনিটত ড° প্ৰতুলচন্দ্ৰ গোস্বামীৰ সঞ্চালনাত 'অসমীয়া জনপ্রিয় বিজ্ঞান সাহিত্য' শীৰ্ষক আলোচনা চক্ৰ আৰম্ভ হয়। এই আলোচনাত ড° মহেন্দ্ৰ নাথ বৰা, অধ্যাপক ডিম্বেশ্বৰ চলিহা আৰু ড° ক্ষীৰধৰ বৰুৱাই লিখিত প্ৰবন্ধ পাঠ কৰে।

আলোচনা চক্ৰৰ প্ৰতিটো বৈঠকৰ শেষত প্রশ্নোত্তৰ শিতান আছিল। এই শিতানটো বৰ ৰসাল আৰু উপযোগ্য হৈছিল। কাৰণ প্ৰায় কেই-গৰাকী প্ৰবন্ধ পাঠকে আৰু বিশিষ্ট ব্যক্তিয়ে ইয়াত অংশ গ্রহণ কৰি নানা প্ৰশ্নৰ অৱতাৰণা কৰি অনুষ্ঠান সৰস কৰি তুলিছিল আৰু বিজ্ঞান সাহিত্যৰ বিভিন্ন দিশত আলোকপাত কৰিছিল। প্ৰবন্ধ পাঠকৰ উপৰিও দুলিয়াজানৰ কেবাগৰাকী বিশিষ্ট বিজ্ঞান-প্রেমী লোকে এই আলোচনাত অংশ গ্ৰহন কৰি আলোচনা সজীৱ কৰি তুলিছিল।

শিবিৰৰ চতুৰ্থ আলোচনা চক্ৰৰ সমাপ্তিৰ পিছত সেইদিনা আগ-বেলাই মন্বন্তৰৰ কবি অধ্যাপক বীৰেন বৰকটকীৰ সভাপতিত্বত শিবিৰৰ সামৰণি অনুষ্ঠান অনুষ্ঠিত হয়। সামৰণী অনুষ্ঠানত অসম সাহিত্য সভাৰ প্ৰাক্তন প্ৰধান সম্পাদক অধ্যাপক প্রফুল্লচন্দ্ৰ ভট্টাচাৰ্যই বিশিষ্ট অতিথি ৰূপে যোগদান দিয়ে। বিশিষ্ট অতিথিৰ ভাষণত শ্ৰীভট্টাচাৰ্য্যই কয় যে বিজ্ঞান আৰু সাহিত্য দুয়ো সমানেই পুৰণি আৰু ওতঃপ্ৰোত ভাৱে জড়িত। আধুনিক যুগত বিজ্ঞানৰ বিকাশৰ হেতু মানুহৰ যুক্তিবাদী মনটোৰ বিকাশ হৈ অহাৰ লগে লগে সাহিত্যত বিজ্ঞানৰ প্ৰভাৱ ক্রমাৎ

বৃদ্ধি হ'ব লাগিছে। সভাৰ প্ৰসঙ্গত শ্ৰীভট্টাচাৰ্য্যই কয় যে অসম সাহিত্য সভা বৰ্তমানে কেৱল ভাষা সাহিত্যৰ অনুষ্ঠানেই হৈ থকা নাই, ই জাতীয় অনুষ্ঠান। গতিকে এই অনুষ্ঠানে অসমৰ বিভিন্ন সমস্যাৰ প্ৰতি মন দিয়াৰ প্ৰতি এটি অদৃশ্য দায়িত্ব আহি পৰিছে। সেইবাবে ইয়াৰ পৰিসৰ বৃদ্ধি পাইছে। সেয়েহে সভাৰ কৰ্মকৰ্তা বা বিষয়-ববীয়াৰ ওপৰতে সকলো দায়িত্ব দি বহি নাথাকি. শাখাবোৰেও কাম কৰিলেহে ই গতিশীল আৰু শক্তিশালী হ'ব। শাখাসমূহক দায়িত্ব পালনৰ ক্ষেত্ৰত আগবাঢ়ি আহিবলৈ ভট্টাচাৰ্য্যই আহ্বান জনায়।

সভাপতি বৰকটকীয়ে কৰ্মীসকলৰ একনিষ্ঠতাৰ ওপৰত গুৰুত্ব আৰোপ কৰি সভাৰ লক্ষ্যত উপনীত হ'ব পৰাকৈ কাম কৰিবলৈ সভাৰ কৰ্মী-সকলক আহ্বান জনায়। জনপ্ৰিয় বিজ্ঞান সাহিত্যৰ প্ৰকাশ আৰু প্ৰসাৰৰ ওপৰত গুৰুত্ব আৰোপ কৰি তেখেতে কয় যে সামাজিক জীৱনত বৈজ্ঞানিক দৃষ্টিভংগী আনি দিয়াত ই সহায়ক হ'ব আৰু বৈজ্ঞানিক দৃষ্টিভংগীৰ আধাৰত সামাজিক জীৱন গঢ় লৈ উঠিলেহে অন্ধ বিশ্বাস আদিৰ কবলৰ পৰা মানুহে মুক্তি লাভ কৰি সামাজিক অগ্ৰগতি লাভ কৰিব পাৰিব। সভাই এই শিবিৰ আয়োজন কৰাত তেখেতে সন্তোষ প্ৰকাশ কৰে।

প্ৰধান সম্পাদক শ্ৰীঅমল ৰাজখোৱাই সভাৰ পক্ষৰ পৰা সদৌটি ৰাইজলৈ আৰু বিশেষকৈ অংশগ্ৰহণকাৰীসকল আৰু তুলিয়াজানৰ সভা প্ৰেমী লোকসকললৈ শলাগ জ্ঞাপন কৰে আৰু তুলিয়াজান সাহিত্য সভালৈ এটি কিতাপৰ টোপোলা উপহাৰ স্বৰূপে প্ৰদান কৰে।

অভ্যৰ্থনা সমিতিৰ পক্ষৰ পৰা সম্পাদক শ্ৰীচক্ৰ গগৈয়ে শলাগ জ্ঞাপন কৰে। সামৰণী উৎসৱত সঞ্চালক ড° প্ৰতুল গোস্বামীয়ে আলোচনা চক্ৰৰ সিদ্ধান্ত সমূহ উত্থাপন কৰে আৰু সভাই সৰ্বসম্মত ক্ৰমে গ্ৰহণ কৰে। সিদ্ধান্তসমূহ এই প্ৰবন্ধত সন্নিবিষ্ট কৰা হৈছে।

শিবিৰৰ তিনিটা দিনত তৈল নগৰী তুলিয়াজান এখন উৎসৱমুখৰ চহৰত পৰিণত হৈছিল। স্কুল, কলেজৰ ল'ৰা-ছোৱালীৰ প্ৰদৰ্শনীত



যোগদান, আৰু বৈঠকসমূহত বহুসংখ্যক ব্যক্তিৰ উপস্থিতি তুলিয়াজান চহৰৰ সাংস্কৃতিক মনটোৰ সুন্দৰ পৰিচয় ডাঙি ধৰে। তুলিয়াজানৰ অভ্যৰ্থনা পাহৰিব নোৱাৰো। মহিলা সমিতিৰ মহিলা সকলৰ সেৱা শুশ্ৰুষাৰ স্মৃতি অন্তৰত চিৰ সেউজবুলীয়া হৈ ৰৈ গৈছে।

তুলিয়াজানত অনুষ্ঠিত হোৱা বিজ্ঞান সাহিত্যৰ শিবিৰে অসম সাহিত্য সভাৰ আলোচনা চক্ৰৰ এটি অভিলেখ সৃষ্টি কৰিব পাৰিছে। এই সফলতাৰ গুৰিত আছে অভ্যৰ্থনা সমিতিৰ প্ৰতিগৰাকী কৰ্মীৰ একান্ত আৰু নিষ্ঠাৰে কৰা সেৱা আৰু তুলিয়াজান সাহিত্য সভাৰ সদিচ্ছা আৰু শ্ৰম।

---

# বিজ্ঞান সাহিত্য আলোচনা শিবিৰত লোৱা সিদ্ধান্তসমূহ

১। অসমীয়া বিজ্ঞান সাহিত্যই, পঢ়ুৱৈৰ বিশেষকৈ শিশু আৰু চেমনীয়া পঢ়ুৱৈৰ মনত জ্ঞান-বিজ্ঞানৰ প্ৰতি অনুৰাগ আৰু আগ্ৰহ জন্মাব পাৰিব লাগে।

২। অসমীয়া বিজ্ঞান সাহিত্য বৰ্ণাত্মক, তত্ত্ব-ভিত্তিক আৰু ৰসাত্মক তথা ৰস-সঞ্চাৰী হোৱা দৰকাৰ। পঢ়ুৱৈৰ গ্ৰহণ যোগ্যতাৰ স্তৰভেদে বিভিন্ন পৰ্য্যায়ৰ অসমীয়া বিজ্ঞান সাহিত্য সৃষ্টি কৰাৰ প্ৰয়াস কৰিব লাগে। এইবোৰ বিজ্ঞানৰ ইতিহাস, আৱিষ্কাৰ, বিজ্ঞানীৰ জীৱনী আৰু বিজ্ঞান তথা কাৰিকৰী বিদ্যাৰ প্ৰায়োগিক দিশৰ লগতে সমাজ আৰু বিজ্ঞান তথা প্ৰযুক্তিবিদ্যাৰ আন্তঃবিক্ৰিয়া আদি বিভিন্ন বিষয়ত হব পাৰে। ইয়াৰ উপৰিও দৈনন্দিন ব্যৱহাৰ্য্য বিভিন্ন বৈজ্ঞানিক সা-সৰঞ্জাম আৰু থলুৱা অৰ্থনৈতিত সু-প্ৰভাৱ পেলাব পৰা বিভিন্ন বিষয় ( যেনে, অসমৰ প্ৰাকৃতিক সম্পদ, তেল আৰু গেছ ভিত্তিক শিল্প, চাহ শিল্প ইত্যাদি ) অসমৰ বিজ্ঞান সাহিত্যৰ বিষয়বস্তু হোৱা উচিত।

৩। অসমীয়া বিজ্ঞান সাহিত্যৰ ৰচনাৰাজি সহজ, সৰল হোৱাৰ লগতে নিৰ্ভুল আৰু তথ্য তত্ত্বভিত্তিক হোৱা উচিত।

৪। শিশু আৰু চেমনীয়াৰ বাবে লিখা বিজ্ঞান সাহিত্য বয়স অনুসৰি স্তৰভেদে তেনে স্তৰৰ উপযোগীকৈ সৃষ্টি কৰাত গুৰুত্ব দিব লাগে। এনে প্ৰকাশনসমূহ শিশু আৰু চেমনীয়াৰ কোমল আৰু কল্পনা প্ৰৱণ মানসিকতাক আকৰ্ষণ কৰিব পৰাকৈ আকৰ্ষনীয় ছপা বন্ধাৰে যথেষ্ট সংখ্যক ব্যাখ্যামূলক চিত্ৰ সম্বলিত হোৱা উচিত। নিভু'লতা এনেবোৰ প্ৰকাশনৰ পূৰ্বচৰ্ত হোৱা উচিত।



৫। অসমীয়া বিজ্ঞানসাহিত্যৰ বিভিন্ন পৰ্য্যায়ৰ পুথি প্ৰকাশৰ আগেয়ে উপযুক্ত লোকৰদ্বাৰা উপযুক্ত সম্পাদনা কৰোৱাটো এনে প্ৰকাশনৰ পূৰ্বচৰ্ত হোৱা উচিত।

৬। অসমীয়া বিজ্ঞানসাহিত্যৰ প্ৰসাৰ আৰু উৎকৰ্ষ সাধনৰ লগতে ইয়াৰ প্ৰতি গণপঢ়ুৱৈক আকৰ্ষিত কৰিবৰ বাবে বাতৰি কাকত, আলোচনী আদিত একোগৰাকী নিয়মীয়া বিভাগীয় বিজ্ঞান সম্পাদকৰ তত্বাৱধান / সম্পাদনাত বিজ্ঞান সাহিত্য প্ৰকাশ কৰাৰ দিহা কৰিব লাগে।

৭। অসমীয়া বিজ্ঞান সাহিত্যৰ প্ৰসাৰ, প্ৰচাৰ, প্ৰকাশ আৰু উৎকৰ্ষ সাধনৰ বাবে চৰকাৰী আৰু বেচৰকাৰী পৰ্য্যায়ত বিভিন্ন ধৰণৰ হ্ৰস্বম্যাদী আৰু দীৰ্ঘম্যাদী আঁচনি হাতত লৈ সেইবোৰ নিষ্ঠা আৰু দ্ৰুততাৰে ৰূপায়ণ কৰাৰ বাবে চেষ্টা কৰিব লাগে।

৮। অসমীয়া বিজ্ঞান সাহিত্যৰ সঠিক দিক নিৰ্দেশনা আৰু উত্তৰোত্তৰ উৎকৰ্ষ সাধনৰ বাবে অসমীয়া বিজ্ঞান সাহিত্যৰ নিৰপেক্ষ আৰু বস্তু-নিষ্ঠ সমালোচনাৰ পথ প্ৰশস্ত কৰি তুলিব লাগে। এই সীমিত সা-সুবিধাৰ সদব্যৱহাৰ কৰাৰ মানসিকতা সৃষ্টিৰ ওপৰত গুৰুত্ব দিব লাগে।

৯। শিশু আৰু সাধাৰণ পঢ়ুৱৈৰ বাবে বেলেগ বেলেগ একাধিক নিয়মীয়া আলোচনী প্ৰকাশৰ দিহা কৰিব লাগে।

১০। অসমীয়া বিজ্ঞানসাহিত্যৰ প্ৰকাশৰ হাৰ আৰু ইয়াৰ ব্যৱসায়িক সম্ভাৱনা বৃদ্ধিৰ বাবে বিদ্যালয় পৰ্য্যায়ত দ্ৰুতপাঠ্য হিচাপে জনপ্ৰিয় বিজ্ঞানৰ পুথি অনুমোদন কৰাৰ ব্যৱস্থা কৰিবৰ বাবে উচ্চ মাধ্যমিক শিক্ষা পৰিষদ আৰু অসম চৰকাৰৰ অন্যান্য সংশ্লিষ্ট কৰ্তৃপক্ষক অনুৰোধ জনাব লাগে।

১১। অসমীয়া বিজ্ঞান সাহিত্য আৰু অসমীয়া বিজ্ঞান সাহিত্য সেৱীৰ স্বাৰ্থৰ হকে খৰতকীয়া আৰু ব্যাপকভাৱে কাম কৰিবৰ বাবে সদৌ অসম ভিত্তিত অসমীয়া বিজ্ঞান সাহিত্য সেৱীৰ সংস্থা এটি উপযুক্ত নামকৰণেৰে তত্তালিকে সৃষ্টি কৰিব লাগে।

১২। নতুন চাম লিখক-লিখিকাক দীক্ষা দিবৰ বাবে আৰু অসমীয়া বিজ্ঞান সাহিত্যৰ সোঁতৰ ব্ৰতী হৈ থকাসকলৰ উত্তৰোত্তৰ উৎকৰ্ষ সাধনৰ বাবে নিয়মীয়াভাৱে অসমীয়া বিজ্ঞান সাহিত্য সেৱীৰ লিখক-শিবিৰ, কৰ্মশালা আৰু সেইজাতীয় আনুষংগিক কাৰ্য্যপন্থা ততালিকে লব লাগে।

১৩। অসমীয়া বিজ্ঞান সাহিত্যৰ দিগ্‌ দৰ্শন, সমন্বয় সাধন, প্ৰসাৰ, প্ৰচাৰ আৰু উৎকৰ্ষ সাধনৰ বাবে সতীৰ্থ আৰু একে ধৰণে চিন্তা চৰ্চা কৰা অনুষ্ঠান-প্ৰতিষ্ঠান, বিশেষকৈ অসম বিজ্ঞান সমিতি আৰু অসম সাহিত্য সভাৰ এখন উমৈহতীয়া স্থায়ী মঞ্চ গঠনৰ প্ৰয়োজন আছে আৰু এই মঞ্চৰ জৰিয়তে অসমীয়া বিজ্ঞান সাহিত্যৰ তৎকালিন আৰু সদূৰ প্ৰসাৰী প্ৰয়োজন সমূহৰ ক্ষেত্ৰত কাৰ্য্যকৰী আঁচনি প্ৰস্তুত কৰাৰ প্ৰয়োজনীয়তা আছে।

১৪। অসমীয়া বিজ্ঞান সাহিত্যৰ প্ৰসাৰৰ সৈতে ৰাজ্যখনৰ সাক্ষৰতাৰ হাৰ আৰু শৈক্ষিক পৰিবেশৰ উৎকৰ্ষৰ পোনপটীয়া সম্পৰ্ক থকা বাবে এই দুই দিশত উৎকৰ্ষ সাধনৰ বাবে সম্ভাব্য সকলো কাৰ্য্যপন্থা হাতত লব লাগে

১৫। অসমীয়া বিজ্ঞান সাহিত্যৰ বুনিয়াদ ব্যাপক আৰু শক্তিশালী কৰিবৰ বাবে পৰিভাষাৰ আধুনিকীকৰণ আৰু বৈজ্ঞানিক অভিধান তথা বিজ্ঞান-কোষ প্ৰকাশৰ বাবে তৎকালীনভাৱে চেষ্টা কৰিব লাগে।

---

